# কীৰ্ত্তন-ঘোষা

## সহায়িকা

শ্ৰীনাৰায়ণ বৰপূজাৰী

পকেট বুক চেণ্টাৰ
পানবজাৰ, গুৱাহাটী—১

Kirtan Ghosa Sahayika, an elaboration on Shrimanta Sankar Deva's Kirtan Ghosa written by Shri Narayan Barpuzari and Published by Shri Ranbir Bhatia, Pocket Book Centre, Guwahati-781001

Price Rupees 50·00 only

---

প্ৰকাশক ঃ

শ্ৰীৰণবীৰ ভাটিয়া
পকেট বুক চেণ্টাৰ
পানবজাৰ, গুৱাহাটী-১

পৰিবেশক ঃ

অসম বুক ডিষ্ট্ৰিবিউটৰচ
বাণীবাড়ী, গুৱাহাটী

প্ৰথম প্ৰকাশ ঃ ১৯৯৪ চন

মূল্য ঃ ৫০·০০ টকা

মুদ্ৰক ঃ

ক্ৰান্তি প্ৰেছ
জি, এচ, ৰ'ড, উলুবাৰী—৭

# কিয় এই পুথি ?

এই পুথিখনি ৰচনা কৰিবলৈ প্ৰয়াস কৰাৰ হেতু মুখ্যতঃ এটা। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ দেৱৰ কীৰ্ত্তন-ঘোষা পুথিখনি পঢ়িলো। আনে পঢ়ি ব্যাখ্যা কৰাও শুনিলোঁ। নিজে পোৱাৰদৰে আনেও পুথিখনিৰ এটা বিষয়ত বিশেষ ভাৱে অসুবিধা পোৱা যেন অনুভূত হ'ল। সেয়া হ'ল পুথিখনিৰ বিভিন্ন কাহিনীত উল্লেখিত বিভিন্ন চৰিত্ৰসমূহৰ বিষয়ে সম্যক বোধ। কীৰ্ত্তনৰ কাহিনী সমূহত এনে চৰিত্ৰ অলেখ আছে যিসকলৰ বিষয়ে মহাপুৰুষে মাত্ৰ উল্লেখহে কৰি গৈছে, সেইসকলৰ বিষয়ে সাধাৰণভাৱে জানিব লগীয়া কথা খিনিও তাত দিয়া নাই নাইবা দিবলগীয়া হোৱা নাই। কিন্তু অনুসন্ধিৎ পাঠক-ভক্তই সেই চৰিত্ৰ সমূহক বিতংকৈ জানিবলৈ বিচাৰিছে। কেতিয়াবা তেওঁলোকে সেই সমূহৰ প্ৰকৃত পৰিচয় পাবলৈ সক্ষম হৈছে, কেতিয়াবা নানাজনে ভুল পৰিচয় দি তেওঁলোকক বিভ্ৰান্ত কৰি তুলিছে।

এটা উদাহৰণ দিলে ভাল হব। কীৰ্ত্তন-ঘোষাৰ আৱৰ্ত্তনীৰ কথাই ধৰক। মহাপুৰুষে প্ৰথম খণ্ডৰ চতুৰ্ব্বিংশতি অৱতাৰ বৰ্ণনৰ প্ৰথম ঘোষাৰ পদৰ শুভাৰম্ভ কৰিছে এইদৰে :—

"প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।<br>
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥<br>
তযু নাভি-কমলত ব্ৰহ্মা ভৈলা জাত।<br>
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত॥<br>
মৎস্যৰূপে অৱতাৰ ভৈলা প্ৰথমত।<br>
উদ্ধাৰিলা চাৰি বেদ প্ৰলয় জলত॥<br>
সত্যব্ৰত ৰাজাক দেখাইলা নিজ মায়া।<br>
নৰবিলা সমুদ্ৰে তোমাৰ মৎস্য-কায়া॥" — ইত্যাদি।

ওপৰৰ পদ আঠ শাৰীত উল্লেখ কৰা ব্ৰহ্ম, সনাতন, নাৰায়ণ, ব্ৰহ্মা — এই সকল কোন ? মৎস্যৰূপ কি ? সত্যব্ৰত ৰাজা কোন ? এই প্ৰশ্ন সমূহৰ উত্তৰ থাউকতে পোৱা কৈ কীৰ্ত্তন-ঘোষা পুথিত নাই। কেৱে জানিব খুজিলে বিচাৰিব লাগে নাইবা কাৰোবাক

সুধিব লাগে। বিচৰাৰ স্থান সকলোৰে বাবে সহজ লভ্য নহয়। কাৰোবাক সুধিলেও সকলো সময়তে সত্য উত্তৰ পোৱা নেযায়। নানা ভাৱে বিভ্ৰান্ত হব লগা হয়। এই পুথিত এনে চৰিত্ৰসমূহৰ সাধাৰণ পৰিচয় দিবলৈ প্ৰয়াস কৰা হৈছে। পুথিখনিৰ চৰিত্ৰ-খণ্ডত অসমীয়া বৰ্ণানুক্ৰমে চৰিত্ৰসমূহ সজাই দিয়া হৈছে। পাঠকসকলে আৱশ্যক মতে বিচাৰি লব পাৰিব।

ইয়াৰ আগতে "কীৰ্ত্তন-ঘোষা: পুথিখন" শিতানত পুথিখনিৰ বিষয়ে এটি সাধাৰণ আলোচনা কৰা হৈছে। তাৰ পাচত পুথি-খনিৰ বিভিন্ন খণ্ডসমূহত মহাপুৰুষে অৱতাৰনা কৰা কাহিনীসমূহৰ আতিগুৰি বিচাৰি থুলমূলকৈ আলোচনা কৰা হৈছে। মহাপুৰুষৰ লিখনিসমূহ নানাজনে নানাভাৱে আলোচনা কৰা দেখা যায়। ৰচনাসমূহৰ পোনপটীয়া অৰ্থ বা তাৎপৰ্য্যৰ উপৰিও বিজ্ঞজনে এই সমূহত নানা ধৰণৰ আধ্যাত্মিক বা পাৰমাৰ্থিক তাৎপৰ্য্য বিচাৰি উলিয়ায়। আমাৰ কিন্তু তেনে জ্ঞান নাই। কীৰ্ত্তনখনি অধ্যয়ন কৰি পোনপটীয়াকৈ যিৰূপ বোধগম্য হৈছে তাকেহে লিপিবদ্ধ কৰা হৈছে। পক্ষীয়ে তাৰ ডেউকাৰ শক্তি অনুসাৰেহে আকাশত উৰিব পাৰে। আমাৰ কথাও তদ্ৰূপ।

১৯৫৫ চনত ড° মহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত আৰু গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টলৰ স্বত্বাধিকাৰী স্বৰ্গীয় বিচিত্ৰ নাৰায়ণ দত্ত বৰুৱা বি এল দেৱৰ দ্বাৰা প্ৰকাশিত কীৰ্ত্তন-ঘোষাৰ ওপৰত ভেটি কৰিহে এই পুথিখনি ৰচনা কৰা হৈছে। গতিকে ওপৰৰ্কি খণ্ডকেইটাৰ আলোচনাও এই পুথিখনিৰ মতেহে কৰা হৈছে। কোনো কোনো কীৰ্ত্তন-ঘোষাত ওপৰৰ্কিৰ কোনোবাটো খণ্ড নাইবা আটাইকেইটা খণ্ডই নেথাকিবও পাৰে।

এই পুথিখনি কীৰ্ত্তন-ঘোষাৰ ভক্ত পাঠকবৃন্দৰ কোনোবাজনৰ সামান্যতম উপকাৰত আহিলেও গ্ৰন্থকাৰৰ চেষ্টা সাফল্যমণ্ডিত হোৱা বুলি ধৰিব পৰা হব।

৩১ জুলাই।
[illegible] খৃঃ।

শ্ৰীনাৰায়ণ বৰপূজাৰী
ডিগবৈ।

# কীর্ত্তন-ঘোষা সহায়িকা

## : সূচীপত্র :


| | |
|---|---|
| ১। কীর্ত্তন-ঘোষা : পুথিখনি | ১ |
| ২। ১ম খণ্ড : চতুর্ব্বিংশতি অবতার বর্ণন | ৭ |
| ৩। ২য় " : নাম-অপরাধ | ৯ |
| ৪। ৩য় " : পাষণ্ড-মর্দ্দন | ১০ |
| ৫। ৪র্থ " : ধ্যান-বর্ণন | ১২ |
| ৬। ৫ম " : অজামিলোপাখ্যান | ১২ |
| ৭। ৬ষ্ঠ " : প্রহ্লাদ চরিত্র | ১৫ |
| ৮। ৭ম " : গজেন্দ্রোপাখ্যান | ১৬ |
| ৯। ৮ম " : হৰমোহন | ১৭ |
| ১০। ৯ম " : বলি-ছলন | ১৯ |
| ১১। ১০ম " : শিশু লীলা | ২০ |
| ১২। ১১শ খণ্ড (১ম ভাগ) : রাস-ক্রীড়া | ২১ |
| ১৩। " (২য় ভাগ) : কংস-বধ | ২৪ |
| ১৪। ১২শ খণ্ড : গোপী-উদ্ধব সংবাদ | ২৫ |
| ১৫। ১৩শ " : কুব্জীৰ বাঞ্ছা পূৰণ | ২৭ |
| ১৬। ১৪শ " : অক্রূৰৰ বাঞ্ছা পূৰণ | ২৯ |
| ১৭। ১৫শ " (১ম ভাগ) : জৰাসন্ধৰ যুদ্ধ | ৩১ |
| ১৮। " (২য় ভাগ) : কালযৱন বধ | ৩২ |
| ১৯। " (৩য় ভাগ) : মুচুকুন্দ স্তুতি | ৩৩ |
| ২০। ১৬শ খণ্ড : স্যমন্তক হৰণ | ৩৪ |
| ২১। ১৭শ খণ্ড : নাৰদৰ কৃষ্ণ দৰ্শন | ৩৬ |
| ২২। ১৮শ " : বিপ্ৰপুত্ৰ আনয়ন | ৩৮ |
| ২৩। ১৯শ খণ্ড : দামোদৰ বিপ্ৰাখ্যান | ৪০ |
| ২৪। ২০শ " : দৈৱকীৰ পুত্ৰ আনয়ন | ৪৩ |

| | পৃষ্ঠা |
|---|---|
| ২৫। ২১শ খণ্ড : বেদ-স্তুতি | ৪৪ |
| ২৬। ২২শ " : কৃষ্ণ-লীলা-মালা | ৪৫ |
| ২৭। ২৩শ " : শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ | ৪৬ |
| ২৮। ২৪শ " : সহস্ৰ-নাম-বৃত্তান্ত | ৪৯ |
| ২৯। ২৫শ " : উৰেষা-বৰ্ণন | ৫২ |
| ৩০। ২৬শ " : ভাগৱতৰ তাৎপৰ্য্য | ৫৬ |
| ৩১। ওপৰঞ্চি :- (১) ঘুন্নচা-কীৰ্ত্তন | ৫৬ |
| (২) ধ্যান বৰ্ণন | ৫৯ |
| (৩) ৰুক্মিণীৰ প্ৰেম-কলহ | ৬০ |
| (৪) ভৃগু পৰীক্ষা | ৬১ |
| ৩২। চৰিত্ৰ খণ্ড :— | |
| ১। অক্ৰূৰ | ৬৫ |
| ২। অগস্তি | ৬৫ |
| ৩। অগ্নি | ৬৭ |
| ৪। অঘাসুৰ | ৬৮ |
| ৫। অচ্যুত | ৬৯ |
| ৬। অজামিল | ৬৯ |
| ৭। অত্ৰি | ৭০ |
| ৮। অদিতি | ৭০ |
| ৯। অনন্ত | ৭১ |
| ১০। অন্ধক | ৭১ |
| ১১। অনিৰুদ্ধ | ৭২ |
| ১২। অম্বষ্ঠ | ৭২ |
| ১৩। অৰবিন্দ লোচন | ৭৩ |
| ১৪। অৰিষ্ট | ৭৩ |
| ১৫। অৰুণ | ৭৩ |
| ১৬। অৰ্জ্জুন | ৭৪ |
| ১৭। অলৰ্ক | ৭৭ |
| ১৮। আদিত্য | ৭৮ |
| ১৯। ইন্দ্ৰ | ৭৮ |

পৃষ্ঠা


| | |
|---|---|
| ২০। ইন্দ্রদ্যুম্ন | ৮০ |
| ২১। ইন্দ্রসেন | ৮১ |
| ২২। ইক্ষাকু | ৮১ |
| ২৩। ঈশান | ৮২ |
| ২৪। উগ্রসেন | ৮২ |
| ২৫। উত্তরা | ৮২ |
| ২৬। উদগীথ | ৮৩ |
| ২৭। উদ্ধর | ৮৩ |
| ২৮। উলূক | ৮৩ |
| ২৯। উমা | ৮৩ |
| ৩০। উষা | ৮৪ |
| ৩১। ঋষভ | ৮৪ |
| ৩২। ঋক্ষবাক্ক | ৮৫ |
| ৩৩। কন্দর্প | ৮৫ |
| ৩৪। কাপিল | ৮৫ |
| ৩৫। কলি | ৮৬ |
| ৩৬। কল্কি | ৮৭ |
| ৩৭। কশ্যপ | ৮৮ |
| ৩৮। করন্ধ | ৮৮ |
| ৩৯। কংস | ৮৯ |
| ৪০। কাত্যায়নী | ৯০ |
| ৪১। কামদেব | ৯০ |
| ৪২। কার্ত্তিক | ৯১ |
| ৪৩। কালনেমি | ৯৩ |
| ৪৪। কালযবন | ৯৪ |
| ৪৫। কালিনাগ | ৯৪ |
| ৪৬। কালিন্দী | ৯৫ |
| ৪৭। কুন্তী | ৯৫ |
| ৪৮। কুবলয় | ৯৭ |
| ৪৯। কুব্জা | ৯৭ |

পৃষ্ঠা


| | |
|---|---|
| ৫০। কুবের | ৯৭ |
| ৫১। কুমুদ | ৯৮ |
| ৫২। কূর্ম্ম | ৯৮ |
| ৫৩। কূট | ৯৯ |
| ৫৪। কৃতবর্ম্মা | ৯৯ |
| ৫৫। কৃষ্ণ | ৯৯ |
| ৫৬। কেশব | ১০২ |
| ৫৭। কেশী | ১০২ |
| ৫৮। কৌশল্যা | ১০২ |
| ৫৯। খর | ১০৩ |
| ৬০। গঙ্গা | ১০৩ |
| ৬১। গজেন্দ্র | ১০৫ |
| ৬২। গদ | ১০৬ |
| ৬৩। গর্গ | ১০৬ |
| ৬৪। গরুড় | ১০৬ |
| ৬৫। গরুড়কেতু | ১০৯ |
| ৬৬। গরুড়ধ্বজ | ১০৯ |
| ৬৭। গান্ধিনী | ১০৯ |
| ৬৮। গ্রাহ | ১০৯ |
| ৬৯। গোধিকা | ১১০ |
| ৭০। গোপাল | ১১০ |
| ৭১। গোবিন্দ | ১১০ |
| ৭২। গৌরী | ১১০ |
| ৭৩। গৌরীনাথ | ১১১ |
| ৭৪। ঘুঘুচা | ১১১ |
| ৭৫। ঘৃণি | ১১১ |
| ৭৬। চক্রপাণি | ১১১ |
| ৭৭। চক্রবাত | ১১১ |
| ৭৮। চন্দ্র | ১১১ |
| ৭৯। চন্দ্রবা | ১১৩ |

পৃষ্ঠা


| | |
|---|---|
| ৮০। চানূর | ১১৩ |
| ৮১। চারুদেষ্ণ | ১১৩ |
| ৮২। চারুসিদ্ধ | ১১৩ |
| ৮৩। ছারিরাম | ১১৪ |
| ৮৪। জগন্নাথ | ১১৪ |
| ৮৫। জগনিবাস | ১১৪ |
| ৮৬। জনক | ১১৪ |
| ৮৭। জরা | ১১৬ |
| ৮৮। জরাসন্ধ | ১১৬ |
| ৮৯। জয়বিজয় | ১১৮ |
| ৯০। জানকী | ১১৮ |
| ৯১। জাম্বরতী | ১১৮ |
| ৯২। জাম্বরান | ১১৯ |
| ৯৩। ত্রিনয়ন | ১১৯ |
| ৯৪। ত্রিপুরারী | ১২০ |
| ৯৫। তুলসী | ১২০ |
| ৯৬। তৃণাবর্ত্ত | ১২২ |
| ৯৭। ত্রেতা | ১২২ |
| ৯৮। তোশল | ১২২ |
| ৯৯। দত্তাত্রেয় | ১২২ |
| ১০০। দন্তবক্র | ১২৪ |
| ১০১। দশদিগপাল | ১২৪ |
| ১০২। দশরথ | ১২৪ |
| ১০৩। দক্ষ | ১২৫ |
| ১০৪। দ্বাপর | ১২৬ |
| ১০৫। দামোদর | ১২৭ |
| ১০৬। দারুক | ১২৭ |
| ১০৭। দিগ্‌গজ্‌ | ১২৭ |
| ১০৮। দিতি | ১২৭ |
| ১০৯। দ্বিবিদ | ১২৮ |

পৃষ্ঠা


১১০ দুর্গা ১২৮

১১১। দুর্ব্বাসা ১২৯

১১২। দুর্য্যোধন ১৩১

১১৩। দুঃশাসন ১৩৪

১১৪। দূষণ ১৩৪

১১৫। দেবহুতি ১৩৪

১১৬। দৈবকী ১৩৪

১১৭। দ্রোণী ১৩৫

১১৮। দ্রৌপদী ১৩৬

১১৯। ধনঞ্জয় ১৩৮

১২০। ধন্বন্তরী ১৩৮

১২১। ধ্রুব ১৩৯

১২২। ধৃতরাষ্ট্র ১৪১

১২৩। ধেনুকাসুর ১৪১

১২৪। নকুল ১৪৩

১২৫। নন্দ ১৪৪

১২৬। নন্দী ১৪৪

১২৭। নরকাসুর ১৪৪

১২৮। নরনারায়ণ ১৪৫

১২৯। নরসিংহ ১৪৬

১৩০। নরহরি ১৪৭

১৩১। নাস্তি ১৪৭

১৩২। নারদ ১৪৮

১৩৩। নারায়ণ ১৪৯

১৩৪। নিরঞ্জন ১৪৯

১৩৫। নিশঠ ১৫০

১৩৬। নৃগ ১৫০

১৩৭। নৃসিংহ ১৫০

১৩৮। পঙ্কজ ১৫০

১৩৯। পদ্মা ১৫০

পৃষ্ঠা

১৪০। পরশুরাম ১৫১
১৪১। পরিষঙ্গ ১৫৪
১৪২। পরীক্ষিত ১৫৪
১৪৩। পশুপতি ১৫৫
১৪৪। প্রজাপতি ১৫৫
১৪৫। প্রদ্যুম্ন ১৫৬
১৪৬। প্রমথ পতি ১৫৬
১৪৭। প্রলম্ব ১৫৬
১৪৮। পবন ১৫৭
১৪৯। প্রসেনজিৎ ১৫৭
১৫০। প্রহ্লাদ ১৫৭
১৫১। পাঞ্চজন্য ১৫৮
১৫২। পাণ্ডু ১৫৮
১৫৩। পার্থ ১৫৯
১৫৪। পার্ব্বতী ১৬০
১৫৫। পীতাম্বর ১৬০
১৫৬। পুণ্ডরীকাক্ষ ১৬০
১৫৭। পুরন্দর ১৬০
১৫৮। পুরুষোত্তম ১৬০
১৫৯। পূতনা ১৬০
১৬০। পৃথু ১৬১
১৬১। পৌণ্ড্রক ১৬২
১৬২। বকাসুর ১৬২
১৬৩। বনমালী ১৬৩
১৬৪। বরাহ ১৬৩
১৬৫। বরুণ ১৬৪
১৬৬। বলভদ্র ১৬৪
১৬৭। বলাই ১৬৪
১৬৮। বলি ১৬৫
১৬৯. বলো ১৬৫

পৃষ্ঠা


১৭০। বসু ১৬৫
১৭১। বসুদেব ১৬৬
১৭২। বসুন্ধরা ১৬৬
১৭৩। বসুমতী ১৬৬
১৭৪। বৎসাসুর ১৬৭
১৭৫। ব্রহ্ম ১৬৭
১৭৬। ব্রহ্মা ১৬৭
১৭৭। বাণ ১৬৮
১৭৮। বামণ ১৬৯
১৭৯। বালি ১৭০
১৮০। বাসব ১৭১
১৮১। বাসুদেব ১৭২
১৮২। বায়ু ১৭২
১৮৩। ব্যাস ১৭২
১৮৪। বিদ্যাধর ১৭৫
১৮৫। বিদ্যাধরী ১৭৫
১৮৬। বিদুর ১৭৫
১৮৭। বিধাতা ১৭৬
১৮৮। বিধি ১৭৬
১৮৯। বিভীষণ ১৭৬
১৯০। বিরাধ ১৭৭
১৯১। বিরূপাক্ষ ১৭৭
১৯২। বিরোচন ১৭৮
১৯৩। বিশ্বকর্ম্মা ১৭৮
১৯৪। বিষ্ণু ১৭৯
১৯৫। বৃদ্ধ ১৮০
১৯৬। বৃষকেতু ১৮১
১৯৭। বৃষধ্বজ ১৮১
১৯৮। ব্যোমাসুর ১৮১
১৯৯। ভদ্রা ১৮১
২০০। ভানু ১৮২

| | পৃষ্ঠা |
|---|---|
| ২০১। ভীম | ১৮২ |
| ২০২। ভীষ্ম | ১৮৩ |
| ২০৩। ভীষ্মক | ১৮৬ |
| ২০৪। ভূতনাথ | ১৮৬ |
| ২০৫। ভৃগু | ১৮৬ |
| ২০৬। মৎস্য | ১৮৭ |
| ২০৭। মদন | ১৮৮ |
| ২০৮। মধুসূদন | ১৮৯ |
| ২০৯। মনু | ১৮৯ |
| ২১০। মন্দর | ১৯০ |
| ২১১। মন্মথ | ১৯০ |
| ২১২। মরীচি | ১৯০ |
| ২১৩। মহাদেব | ১৯১ |
| ২১৪। মহেন্দ্র | ১৯১ |
| ২১৫। মহেশ্বর | ১৯১ |
| ২১৬। ময়দানব | ১৯১ |
| ২১৭। মাগধ | ১৯২ |
| ২১৮। মাধব | ১৯২ |
| ২১৯। মান্ধাতা | ১৯২ |
| ২২০। মারীচ | ১৯৩ |
| ২২১। মায়া | ১৯৩ |
| ২২২। মিত্রবিন্দা | ১৯৪ |
| ২২৩। মুকুন্দ | ১৯৪ |
| ২২৪। মুচুকুন্দ | ১৯৪ |
| ২২৫। মুষ্টিক | ১৯৫ |
| ২২৬। মুরারি | ১৯৫ |
| ২২৭। মেদিনী | ১৯৫ |
| ২২৮। মৈত্রেয় | ১৯৫ |
| ২২৯। মোহিনী | ১৯৬ |
| ২৩০। যজ্ঞ | ১৯৭ |

| | পৃষ্ঠা |
|---|---|
| ২৩১। যদু | ১৯৭ |
| ২৩২। যদুপতি | ১৯৮ |
| ২৩৩। যদুমণি | ১৯৮ |
| ২৩৪। যদুৰায় | ১৯৮ |
| ২৩৫। যম | ১৯৮ |
| ২৩৬। যমুনা | ১৯৯ |
| ২৩৭। যশোদা | ২০০ |
| ২৩৮। যাদৱ | ২০০ |
| ২৩৯। যুধিষ্ঠিৰ | ২০০ |
| ২৪০। যোগমায়া | ২০৩ |
| ২৪১। যোগেশ্বৰ | ২০৩ |
| ২৪২। ৰঘুনাথ | ২০৩ |
| ২৪৩। ৰঘুপতি | ২০৩ |
| ২৪৪। ৰতি | ২০৩ |
| ২৪৫। ৰাঘৱ | ২০৩ |
| ২৪৬। ৰাৱণ | ২০৪ |
| ২৪৭। ৰাম | ২০৬ |
| ২৪৮। ৰুদ্ৰ | ২০৬ |
| ২৪৯। ৰুক্মিনী | ২০৭ |
| ২৫০। ৰুদ্ৰ | ২০৮ |
| ২৫১। ৰেৱতী . | ২০৮ |
| ২৫২। ৰোহিনী | ২০৯ |
| ২৫৩। লক্ষ্মণ। | ২০৯ |
| ২৫৪। লক্ষ্মী | ২১০ |
| ২৫৫। লক্ষ্মীকান্ত | ২১০ |
| ২৫৬। শ্ৰুৱ | ২১০ |
| ২৫৭। শঙ্খচূৰ | ২১০ |
| ২৫৮। শতজিত | ২১১ |
| ২৫৯। শম্বৰ | ২১১ |
| ২৬০। শম্ভু | ২১২ |

পৃষ্ঠা

২৬১। শল ২১২
২৬২। শশধর ২১২
২৬৩। শশাঙ্ক ২১২
২৬৪। শশী ২১২
২৬৫। শাম্ব ২১২
২৬৬। শার্ঙ্গপাণি ২১৩
২৬৭। শাম্ব ২১৩
২৬৮। শিশুপাল ২১৪
২৬৯। শ্রীরাম ২১৫
২৭০। শুকদেব ২১৭
২৭১। শুক্র ২১৮
২৭২। শূলধর ২১৯
২৭৩। শূলপাণি ২১৯
২৭৪। শিব ২১৯
২৭৫। ষণ্ডামর্ক ২২০
২৭৬। সতী ২২০
২৭৭। সত্য ২২১
২৭৮। সত্যবতী ২২১
২৭৯। সত্যব্রত ২২২
২৮০। সত্যভামা ২২২
২৮১। সত্যা ২২৩
২৮২। সত্রাজিত ২২৩
২৮৩। সদাশিব ২২৪
২৮৪। সনক ২২৪
২৮৫। সনৎকুমার ২২৫
২৮৬। সনন্দ ২২৫
২৮৭। সনাতন ২২৫
২৮৮। সন্ধ্যা ২২৫
২৮৯। সহদেব ২২৫
২৯০। স্মর ২২৬

পৃষ্ঠা

২৯১। স্যমন্তক মণি ২২৬
২৯২। সাত্যকি ২২৭
২৯৩। সাত্বত ২২৭
২৯৪। সান্দীপণি ২২৭
২৯৫। সাবর্ণ ২২৮
২৯৬। স্বায়ম্ভুব মনু ২২৮
২৯৭। সীতা ২২৯
২৯৮। সুগ্রীব ২৩০
২৯৯। সুদর্শন চক্র ২৩০
৩০০। সুদামা ২৩১
৩০১। সুধর্ম্মা সভা ২৩১
৩০২। সুনন্দ ২৩১
৩০৩। সুভদ্র ২৩২
৩০৪। সুভদ্রা ২৩২
৩০৫। সুমিত্র ২৩২
৩০৬। সুরথ ২৩২
৩০৭। সুরভি ২৩৩
৩০৮। সূর্য্য ২৩৩
৩০৯। সৈবিদ্ধ্য ২৩৪
৩১০. সংগ্রামজিৎ ২৩৫
৩১১। হব ২৩৫
৩১২। হবি ২৩৬
৩১৩। হলধব ২৩৮
৩১৪। হলায়ুধ ২৩৮
৩১৫। হলীবাম ২৩৮
৩১৬। হয়গ্রীব ২৪০
৩১৭। হিবণ্যকশিপু ২৪১
৩১৮। হিবনাক্ষ্য ২৪১
৩১৯। হৃষীকেশ ২৪১

# কীৰ্ত্তন-ঘোষা-সহায়িকা

## কীৰ্ত্তন-ঘোষা ঃ পুথিখন

কীৰ্ত্তন-ঘোষা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰচনাৰাজিৰ ভিতৰত সৰ্ব্বোৎকৃষ্ট পুথি। ইয়াক তেওঁৰ ৰচনাৰ কীৰ্তিস্তম্ভ বুলি অভিহিত কৰা হয়। অৱশ্যে, মুখ্যতঃ ধৰ্ম প্ৰচাৰৰ বাবেই যে তেওঁ কীৰ্ত্তন-ঘোষা পুথিখনি ৰচনা কৰিছিল, তাত সন্দেহ নাই। হলেও তেওঁৰ ৰচনা শৈলীৰ বৈশিষ্ট্য আৰু কাহিনী-কথন, শব্দ-চয়ন আৰু বৰ্ণনাৰ মনোহাৰিত্বৰ বাবে আপোনা-আপুনিয়েই তেওঁৰ সকলো ৰচনাই অসমীয়া সাহিত্যৰ বৰভঁৰালত নজহা-নপমা-নুটুটা মাণিকী-মধুৰী ৰূপে সঞ্চিত হৈ আছে। তেখেতৰ ৰচনাৰাজি অসমৰ অতীত ঐতিহ্য-সম্পদ আৰু ইতিহাসৰ অমৰ সাক্ষী।

শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, অৰ্চ্চণ. পদসেৱন, দাস্য, সখীত্ব, বন্দন আৰু দেহা-অৰ্পণ—এই নৱবিধ ভক্তিৰ ভিতৰত শ্ৰীশঙ্কৰদেৱে শ্ৰৱণ আৰু কীৰ্ত্তনকে প্ৰধান স্থান দি শিক্ষিত, অশিক্ষিত, মতা, তিৰোতা সকলোৱে বুজিব পৰাকৈ অতি শুৱলা অসমীয়া ভাষাত তেওঁ এই অমূল্য গ্ৰন্থ কীৰ্ত্তন-ঘোষাখন ৰচনা কৰিছিল। সেই সময়লৈকে পূজা-অৰ্চ্চনাৰ স্তৱ-স্তুতিসমূহৰ সৰহভাগেই সৰহ সংখ্যক ৰচিত হৈছিল সংস্কৃত ভাষাত। শ্ৰীশঙ্কৰদেৱে শ্ৰীমদ্ভাগৱত. গীতা, পদ্ম পুৰাণ, ব্ৰহ্ম পুৰাণ আদি শাস্ত্ৰৰ সাৰ উদ্ধাৰ কৰি কীৰ্ত্তন কৰিব পৰাকৈ গীতৰ ছন্দত কীৰ্ত্তন পুথিখন ৰচনা কৰি উলিওৱাটো সেই কালত এটা বৈপ্লৱিক কাৰ্য্যৰ দৰে সংঘটিত ঘটনা। শ্ৰীকৃষ্ণৰ গৰ্ভত যশোদাই সমস্ত জগতৰ সমাবেশ দেখাৰ দৰে মহাপুৰুষৰ কীৰ্ত্তন পুথিতো কম বেচি পৰিমাণে নৱধা ভক্তি ৰসৰেই সমাবেশ ঘটিছে।

বেজবৰুৱাই কীৰ্ত্তনৰ বিষয়ে কৈছে—"ভাষাৰ লালিত্য ; ছন্দৰ ঝঙ্কাৰ, সুৰৰ লাৱণ্য, ভাবৰ মাধুৰ্য্য, ভক্তিৰ দৃঢ়তা, চিন্তাৰ উচ্চতা

আদিৰ সমষ্টিৰে শঙ্কৰদেৱৰ কীৰ্ত্তন ৰচিত। মুঠতে কীৰ্ত্তন এখন নিখুঁত আৰু অনুপম ধৰ্ম্মমূলক গ্ৰন্থ।"

বাগ্মীবৰ শ্ৰীনীলমণি ফুকনদেৱে কীৰ্ত্তনক অসমীয়া জাতিৰ এখন সুকীয়া "বেদ" বুলি কীৰ্ত্তনৰ মহত্ত্ব প্ৰচাৰ কৰিছে। কীৰ্ত্তনত যেনেকৈ এফালে নৱবিধা ভক্তিৰ বিপুল সমাবেশ ঘটিছে, আনফালে সাহিত্যৰ নৱৰসৰো সুন্দৰ সমাবেশ ঘটিছে। কবিত্ব প্ৰতিভাৰ শ্ৰেষ্ঠ নিদৰ্শনো কীৰ্ত্তনত আছে। ই অসমীয়া সাহিত্য-মন্দিৰৰ এগছি উজ্জ্বল বন্তি। ইয়াৰ বুকুতে অসমীয়া জাতিৰ জাতীয়ত্বও অন্তৰ্নিহিত হৈ আছে।

জ্ঞাননাথ বৰাদেৱে কীৰ্ত্তনক অসমৰ "মৌচাক" বুলি অভিহিত কৰিছে। কীৰ্ত্তন পুথি বৈষ্ণৱ ধৰ্ম্মৰ মূল গ্ৰন্থ আৰু আদৰণীয়। ইয়াৰ বুকুতে নিহিত হৈ আছে বিষ্ণুৰ মাহাত্ম্য। বুঢ়া, ডেকা, লৰা ছোৱালী যাকে যি লাগে তাকে কীৰ্ত্তনত পোৱা যায়।

কীৰ্ত্তনত মুঠতে ১৮৯ টা কীৰ্ত্তন (ঘোষা) আৰু ২২৬৪ টা পদ আছে। ২৬ টা খণ্ডত এই ঘোষা-পদ খিনি বিভাজিত কৰা হৈছে। যেনে—(১) চতুৰ্ব্বিংশতি অৱতাৰ-বৰ্ণন, (২) নাম-অপৰাধ, (৩) পাষণ্ড-মৰ্দ্দন, (৪) ধ্যান-বৰ্ণন, (৫) অজামিলোপাখ্যান, (৬) প্ৰহ্লাদ চৰিত্ৰ, (৭) গজেন্দ্ৰোপাখ্যান, (৮) হৰ-মোহন, (৯) বলি-ছলন, (১০) শিশুলীলা, (১১) ৰাস ক্ৰীড়া (১ম ভাগ) আৰু কংসবধ (২য় ভাগ), (১২) গোপী উদ্ধব সংবাদ, (১৩) কুজীৰ বাঞ্ছা পূৰণ, (১৪) অক্ৰূৰৰ বাঞ্ছা পূৰণ, (১৫) জৰাসন্ধৰ যুদ্ধ (১ম ভাগ), আৰু কালযৱন বধ (২য় ভাগ), আৰু মুচুকুন্দ স্তুতি (৩য় ভাগ), (১৬) স্যমন্তক-হৰণ, (১৭) নাৰদৰ কৃষ্ণ দৰ্শন, (১৮) বিপ্ৰপুত্ৰ আনয়ন, (১৯) দামোদৰ বিপ্ৰাখ্যান, (২০) দৈৱকীৰ পুত্ৰ আনয়ন (২১) বেদস্তুতি, (২২) কৃষ্ণলীলা-মালা (২৩) শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ, (২৪) সহস্ৰ নাম বৃত্তান্ত, (২৫) উৰেষা বৰ্ণন আৰু (২৬) ভাগৱতৰ তাৎপৰ্য্য। এই

প্ৰতিটো খণ্ডতে একো একোটা পৌৰাণিক কাহিনী বা আখ্যানৰ ব্যাখ্যা কৰা হৈছে, নতুবা কোনো এটা ধৰ্ম বা ভক্তিমূলক বিষয়ৰ আলোচনা কৰা হৈছে। এই আলোচনা বা ব্যাখ্যাৰ মূল উদ্দেশ্যই আছিল মানৱ সমাজৰ মন হৰিভক্তি মুখী কৰা। সেয়ে মহাপুৰুষে এই কাহিনী সমূহ মূল গ্ৰন্থৰপৰা এনে নিপুণভাবে চয়ন কৰিছে যে তাত কোন অদৰ্কাৰী কথা নাই, কাহিনী বা আখ্যান ভাগ এনে মনোৰমভাবে আৰু মৰ্ম্মস্পৰ্শীকৈ বৰ্ণিত আৰু ব্যাখ্যায়িত হৈছে যে এই সমূহ পঢ়িলে পাঠকৰ মনলৈ "বিষ্ণুহে একমাত্ৰ দেৱতা, যাক পূজিব আৰু ভক্তি কৰিব লাগে"—এনে ভাব মনলৈ আহে। হৰি ভক্তিৰ সন্দেশ কীৰ্ত্তনৰ পদ সমূহৰ ছন্দে ছন্দে মণ্ডিত হৈ আছে।

কোনো কোনো কীৰ্ত্তনত (সম্প্ৰতি কেবাটাও অনুষ্ঠানৰ পৰা কীৰ্ত্তন ছপা হৈ ওলাইছে, এই ফালৰ পৰাহে ইয়াত কোনো কোনো কীৰ্ত্তন বুলি কোৱা হৈছে। নহলে কীৰ্ত্তন একেখনেই) পৰিশিষ্টৰ নামত কেইটামান পদীকৃত আখ্যান ওপৰঞ্চি ৰূপে সন্নিবিষ্ট কৰা হৈছে। সেয়া হল— ১) ঘুনুচা কীৰ্ত্তন, (২) ধ্যান বৰ্ণন, তৃতীয় কীৰ্ত্তন, (৩) ৰুক্মিনীৰ প্ৰেম-কলহ আৰু (৪) ভৃগু পৰীক্ষা। ঘুনুচা কীৰ্ত্তন হল "কাণখোৱা" খ্যাত শ্ৰীধৰ কন্দলি বিৰচিত। "ধ্যান-বৰ্ণন"ৰ তৃতীয় কীৰ্ত্তনটো মাধৱদেৱৰ ভণিতা যুক্ত বুলি উল্লিখিত আছে। কেবা ঠাইতো ছেদেলি-ভেদেলি হৈ থকা কীৰ্ত্তন-খণ্ড সমূহ শ্ৰীমাধৱদেৱৰ উদ্যোগত একীভূত হৈছিল। সেই সময়তে তেওঁ এই কীৰ্ত্তনটো কীৰ্ত্তন-ঘোষাত সুমুৱাব পৰাৰ থল আছে বুলি কোনো কোনোৱে মত দিব খোজে। 'ৰুক্মিনীৰ প্ৰেম-কলহ' আৰু "ভৃগু-পৰীক্ষা" নামৰ খণ্ড দুটা কিন্তু মহাপুৰুষ-শঙ্কৰদেৱেই ৰচনা কৰা। এই দুটা কিয় পৰিশিষ্টত দিয়া হল বুজি পোৱা নেযায়। আন হাতে মূল কীৰ্ত্তনত থকা "সহস্ৰ নাম বৃত্তান্ত" খণ্ডটিৰ ৰচক কিন্তু শ্ৰীমন্ত শঙ্কৰদেৱ নহয়। ৰত্নাকৰ কন্দলিহে। সি কিন্তু কীৰ্ত্তনৰ ভিতৰুৱা হ'ল।

কীৰ্ত্তনৰ উৰেৰা বৰ্ণনৰ একৈষশটা কীৰ্ত্তন, পাষণ্ড-মৰ্দ্দন, অজামিলোপাখ্যান, আৰু প্ৰহ্লাদ চৰিত্ৰ খণ্ড কেইটা মহাপুৰুষে বৰদোৱাত ৰচনা কৰে। বেজবৰুৱাৰ মতে দুকুৰি চাৰিবছৰ বয়সত তীৰ্থৰ পৰা ঘূৰি আহি শঙ্কৰদেৱে সাত বছৰমান কাল বৰদোৱাত কটায়। তাতে তেওঁ জগদীশ মিশ্ৰৰ পৰা ভাগৱত পায় আৰু তাৰ ব্যাখ্যাও শুনে। বেজবৰুৱাৰ মতে ভেতিয়াই অৰ্থাৎ ৪৪ৰ পৰা ৫০ বছৰ বয়সৰ ভিতৰতে মহাপুৰুষে ওপৰত উল্লেখ কৰা খণ্ড কেইটা ৰচনা কৰে। কিন্তু ডঃ মহেশ্বৰ নেওগৰ মতে ৪৪ বছৰ বয়সত গুৰুজনাই তীৰ্থৰপৰা ঘূৰি আহি আলিপুখুৰী পায়হি। ৫৪ বছৰ বয়সত তেওঁ দ্বিতীয়বাৰ বিয়া কৰায়। বিয়াৰ পাচত প্ৰায় ছবছৰ কাল আলিপুখুৰী আৰু গজলাসুতিত থাকি প্ৰায় তিনিকুৰি বছৰ বয়সত তেওঁ বৰদোৱাত নিগাজীকৈ সত্ৰ পাতে। বৰদোৱাতে জগদীশ মিশ্ৰই তেওঁক ভাগৱত দিয়েহি। ডঃ নেওগৰ মতে বৰদোৱাত তেওঁ সাত বছৰ কাল থাকে আৰু এই কালৰ ভিতৰতে তেওঁ কীৰ্ত্তন ৰচনাৰ সৰহ ভাগ কাৰ্য্য সম্পন্ন কৰে। সেই হিচাবে ১৪৩১ শকৰ পৰা ১৪৩৮ শকৰ ভিতৰত এই কাৰ্য্য হৈছিল বুলি ধৰিলেহে ডঃ নেওগৰ মতে সমীচীন হয়। ইয়াৰ পাচত ধুৱাহাটা বা বেলগুৰিত শঙ্কৰদেৱ চৈধ্য বছৰ কাল ( ডঃ নেওগৰ মতে ) আছিল। বেজবৰুৱাৰ মতে এই কাল ১৮ বছৰ। ইয়াতেই মাধৱদেৱৰে সৈতে তেওঁ হৰিকীৰ্ত্তন আৰু শাস্তমথন কৰে। এই সময়তে তেওঁ কীৰ্ত্তনৰ নাম-অপৰাধ শিশু-লীলা, কংস-বধ, ৰাসক্ৰীড়া আদি খণ্ডসমূহ ৰচনা কৰা বুলি ঠাৱৰ কৰা হয়। ৰামৰাম গুৰু আৰু ৰামদাসে ওজা আৰু মাধৱদেৱে ডাইনাপালী হৈ হেনো কীৰ্ত্তনৰ কংসবধৰ পদ গাই হৰি-কীৰ্ত্তন কৰিছিল। আহোমৰজাৰ দৌৰাত্ম্যৰ ভয়ত ১৪৬৮ শকত ( ১৫৪৬ খৃঃ ) মহাপুৰুষে সঙ্গীসকলৰ সৈতে কামৰূপলৈ আহি পাটবাউসীত সত্ৰ পাতে। তাত থকা প্ৰায় চাৰে ওঠৰ বছৰ কালৰ ভিতৰত তেওঁ

একুৰি সোতৰ খন শাস্ত্ৰ মন্থন কৰে। তাতে তেওঁ কীৰ্ত্তন-ঘোষাৰ বাকী খণ্ড সমূহ ৰচনা কৰি কীৰ্ত্তন সম্পূৰ্ণ কৰে।

শঙ্কৰদেৱৰ তিৰোভাৱ হোৱাৰ ভালে মান বছৰ পাছলৈকে অৰ্থাৎ ১৫৯৫ চনলৈকে কীৰ্ত্তনৰ খণ্ড সমূহ একত্ৰিত হোৱা নাছিল। আহোম ৰাজ্য: হাজো, দক্ষিণকুল, বৰনগৰ, বৰপেটা, কালজাৰ, ভবানীপুৰ আদি ঠাইত সি সমূহ সিচঁৰিত হৈ আছিল। শঙ্কৰদেৱে তেওঁৰ মৃত্যুৰ কিছুকাল আগেয়ে কীৰ্ত্তনৰ খণ্ডসমূহ গোটাই এক ঠাই কৰিবলৈ মাধৱদেৱক নিৰ্দ্দেশ দিছিল। কিন্তু মাধৱদেৱ বেহাৰলৈ যাব লগা হোৱাত সেই কাৰ্য্য হৈ উঠা নাছিল। পাচত তেওঁ বেহাৰত থাকোঁতেই তেওঁৰ ভাগিনীয়েক ৰামচৰণ ঠাকুৰক এই কামৰ দায়িত্ব দিয়া হৈছিল। ঠাকুৰে প্ৰায় এবছৰ কাল ঘূৰি কীৰ্ত্তন পুথিখন একেগোট কৰি লেখি উলিয়ায় আৰু ১৫৯৬ চনৰ জেঠ মাহত মাধৱদেৱৰ হাতত গটাই দিয়ে। গতিকে কীৰ্ত্তন-ঘোষাৰ খণ্ড সমূহৰ বৰ্ত্তমান ক্ৰমটো ৰামচৰণ ঠাকুৰেহে নিৰূপণ কৰে। অৱশ্যে সি মাধৱদেৱৰদ্বাৰা অনুমোদিত হয়। ইয়াৰ পাচত আকৌ বিভিন্ন সত্ৰৰ মণিকূটে মণিকূটে কীৰ্ত্তন-ঘোষা সোমাই পৰে।

১৮৭৬ চনত পোন প্ৰথমে হৰিবিলাস আগৰৱালাদেৱে আধুনিক ছপাশালত কীৰ্ত্তন ঘোষা ছপাই উলিয়ায়। ইয়াৰ পাচত নলবাড়ীৰ হৰিনাৰায়ণ দত্ত বৰুৱা আৰু যোৰহাটৰ বৰকটকী কোম্পানীয়ে কীৰ্ত্তন-ঘোষা ছপা কৰে। ১৯৫৫ চনত গুৱাহাটীৰ লয়াৰ্ছ বুকষ্টলৰ অধিকাৰী বিচিত্ৰ নাৰায়ণ দত্তবৰুৱা দেৱেও ডঃ মহেশ্বৰ নেওগৰ সম্পাদনাত কীৰ্ত্তন-ঘোষা মুদ্ৰিত কৰে।

ধৰ্ম্ম প্ৰচাৰ, ধৰ্ম্ম-শিক্ষা আৰু ধাৰ্মিক জীৱন গঢ়িবৰ বাবে কীৰ্ত্তন ঘোষা এখন উৎকৃষ্ট পুথি। ইয়াত এটা লক্ষ্য কৰিবৰ লগীয়া কথা এই যে পুথিখনৰ ঘোষা সমূহৰ লগত সন্নিবিষ্ট হৈ থকা পদ-সমূহৰ সামৰণিৰ ফালে—"বোলা ৰাম ৰাম", "বোলা হৰি হৰি"

আদি উপদেশ সমূহেৰে গুৰুজনে ভক্ত পাঠকৰ মন ভগবানৰ ফালে আকৰ্ষণ কৰাৰ এটা অনুপম কৌশল প্ৰয়োগ কৰিছে। একেৰাহে "মৰা মৰা" উচ্চাৰণ কৰি পাচত সেয়ে 'ৰাম' হৈ ৰত্নাকৰ বাল্মিকী হোৱাৰ দৰে ঘনে ঘনে "ৰাম-হৰি" উচ্চাৰণ কৰি কীৰ্ত্তনৰ ভক্ত পাঠক ভগবৎমুখী নোহোৱাৰ কোনো কাৰণ নাই।

কীৰ্ত্তন পুথিৰ আহি, ৰচনা-ৰীতি, ছন্দৰ ঠাঁচ আদি অনুকৰণ কৰি আমাৰ সাহিত্যিক সকলো যথেষ্ট লাভবান হৈছে। আৰু এটা অতি আচৰিত কথা এই যে বৈষ্ণৱ, শাক্ত, শৈৱ—সকলোৱে মনত অকণো কুণ্ঠা নোহোৱাকৈ কীৰ্ত্তন-ঘোষা পঢ়ি আৰু আবৃত্তি কৰি মনত বিমল আনন্দ লাভ কৰাৰ উপৰিও ঐশ্বৰিক সান্নিধ্য পোৱাৰ সুখ অনুভৱ কৰে। কীৰ্ত্তন-ঘোষা সাম্যবাদৰ এক মহান অৱলম্বন। ই অসমীয়া জাতীয় জীৱনৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। সেয়ে নিচেই দুখীয়া মানুহ এঘৰেও কীৰ্ত্তন-ঘোষা এখন ঘৰত ৰাখিহে জীয়াই থকাৰ সাৰ্থকতা অনুভৱ কৰে।

—o—

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ বিৰচিত কীৰ্ত্তন-ঘোষাৰ প্ৰথম খণ্ডৰ নাম হল চতুৰ্বিংশতি অৱতাৰ বৰ্ণন। ইয়াত মুঠ চাৰিটা ঘোষা আৰু তেত্ৰিশটা পদ আছে। ভাগৱতৰ প্ৰথম স্কন্ধৰ তৃতীয় অধ্যায় আৰু দ্বিতীয় স্কন্ধৰ সপ্তম অধ্যায়ৰ পৰা বিষয়-বস্তু লৈ মহাপুৰুষে এই খণ্ডটো ৰচনা কৰিছে। ভাগৱতৰ প্ৰথম স্কন্ধৰ তৃতীয় অধ্যায়ত ভগৱানৰ আদি অৱতাৰ আৰু অন্যান্য বাইশটা অৱতাৰৰ বৰ্ণনা দিয়া আছে। সেইদৰে দ্বিতীয় স্কন্ধৰ সপ্তম অধ্যায়তো চৌবিশটা অৱতাৰৰ কথা বৰ্ণনা কৰা আছে। এই সকলকে লৈ মহাপুৰুষে কীৰ্ত্তনৰ আৰম্ভণীতে

"প্ৰথম প্ৰণামো ব্ৰহ্মৰূপী সনাতন
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥
তযু নাভি-কমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত ॥"

বুলি আৰম্ভ কৰি সনাতন পূৰ্ণ ব্ৰহ্ম ভগৱানৰ সেই আদি অৱতাৰৰ প্ৰতি প্ৰণাম জনাইছে। পাচত তেওঁ ক্ৰমে মৎস্য, কূৰ্ম, যজ্ঞ-বৰাহ, নৰসিংহ, বামন, পৰশুৰাম, শ্ৰীৰাম, বলৰাম, বুদ্ধ, কল্কি, (এই দহোটা হ'ল মুখ্য অৱতাৰ) সনৎকুমাৰ, নাৰদ, নৰনাৰায়ণ, কপিল, দত্তাত্ৰেয়, যজ্ঞ, ঋষভ (এওঁ জৈন তীৰ্থংকৰ), পৃথু, ধন্বন্তৰী, মোহিনী, ব্যাস, হৰি, শ্ৰীহৰি আদি চৌবিশটা অৱতাৰৰ কথা বৰ্ণনা কৰি ভগৱানৰ লীলা আৰু গুণগান কৰিছে।

অৱতাৰ সমূহৰ বৰ্ণনা অতি চমু। দুশাৰী বা চাৰি শাৰী পদতে তেওঁ একো একোটা অৱতাৰৰ নাম মাত্ৰ আভাসহে দিছে আৰু তাৰদ্বাৰা ভগৱানৰ অপাৰ মহিমাৰ প্ৰতি ভক্তৰ দৃষ্টি আকৰ্ষণ

কৰি ভক্তৰ মন ভগবতমুখী কৰাৰ প্ৰয়াস কৰিছে। আচলতে এই অৱতাৰ সমূহৰ কথা আৰু তাৎপৰ্য্য ভালকৈ অনুধাৱন কৰিব পাৰিলেই ভগবানৰ অপাৰ মহিমাৰ এটা সম্যক আভাস পাব পাৰি। এই গ্ৰন্থৰ চৰিত্ৰ খণ্ডত অৱতাৰ সমূহৰ একোটা থুলমূল আভাস দিয়া হৈছে।

শ্ৰীমদ্ভাগৱৎ গীতাৰ চতুৰ্থ অধ্যায়ৰ সপ্তম আৰু অষ্টম শ্লোকত ভগবান শ্ৰীকৃষ্ণই অৰ্জুনৰ আগত তেওঁৰ অৱতাৰ সমূহৰ মুখ্য কাৰণ এইদৰে বৰ্ণাইছে--

যদা যদাহি ধৰ্ম্মস্য গ্লানিৰ্ভৱতি ভাৰত।
অভ্যুত্থানমধৰ্মস্য তদাত্মানং সৃজাম্যহম্॥
পৰিত্ৰাণায় সাধূনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥"

শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে ঃ "হে অৰ্জুন! যেতিয়া পৃথিবীত ধৰ্মৰ গ্লানি হৈছে আৰু অধৰ্মৰ অভ্যুত্থান হৈছে তেতিয়াই মই সাধুসকলক ৰক্ষা আৰু দুষ্কৃতকাৰীক বিনাশ কৰিবলৈ, আৰু পুনৰ ধৰ্ম সংস্থাপন কৰিবলৈ যুগে যুগে অৱতাৰ গ্ৰহণ কৰিছো।"

ব্যক্তিগতভাৱে আমিও ভগবানৰ অৱতাৰ সমূহৰ মুখ্য কাৰণ এয়েই বুলি বিশ্বাস কৰোঁ।

---

কীৰ্ত্তনৰ নাম 'অপৰাধ' খণ্ডটো মহাপুৰুষে পদ্ম-পুৰাণৰ স্বৰ্গখণ্ডৰ ৩ শ আৰু ৪৮শ অধ্যায়ৰ পৰা বিষয়-বস্তু আনি ৰচনা কৰে। ইয়াত মুঠতে দুটা ঘোষা আৰু ৩৮টা পদ আছে। আন হাতে এই খণ্ডটোৰেই ৩৮ নম্বৰ পদত তেৰাই—

"নকৰিবা নিন্দা মোক মহন্তে।
আনিলা শাস্ত্র বাৰানসী হন্তে॥
তাহাঙ্ক চাই নিৰন্ধিলোঁ পদ।
হৰি হৰি বুলি তৰা আপদ॥"

বুলি লিখা লৈ চাই নাম অপৰাধ খণ্ডটো পদ্ম পুৰাণৰ পৰা অনা হোৱা নাই বুলি ধাৰণা কৰাৰ থলো নোহোৱা নহয়। বাৰানসীৰপৰা নো কি শাস্ত্র আহিল—যাক চাই তেৰাই নাম-অপৰাধ ৰচনা কৰিলে তাক জনা নেযায়। যি হক--

"আছে চাৰি সিদ্ধ জ্ঞানী পৰম।
ব্ৰহ্মাৰ চাৰিও পুত্ৰ প্ৰথম॥
তাসম্বাক পায়া নাৰদ ঋষি।
পুছিলা সংশয় কথা হৰিষি।"

দেৱৰ্ষি নাৰদে এদিন সিদ্ধ পুৰুষ চাৰিজনক লগ পাই মহা পাপ সমূহৰ পৰা ত্ৰাণ পোৱাৰ উপায় সুধিলে। চাৰিসিদ্ধৰ অন্যতম সনৎকুমাৰে হৰিনাম কীৰ্ত্তনেই যে কলিত সৰ্ব্বপাপৰ পৰা পৰিত্ৰাণ পোৱাৰ একমাত্ৰ উপায় সেই কথা বিবৰি কলে। নাৰদে তেতিয়া নামৰ কি কি অপৰাধ হব পাৰে সেই বিষয়ে সনৎকুমাৰক প্ৰশ্ন কৰে। সনৎকুমাৰে উত্তৰ স্বৰূপে কয় যে—(১) ভকতক নিন্দা কৰা,

(২) বিষ্ণু আৰু শিৱক ভিন্ন জ্ঞান কৰা. (৩) গুৰুক অৱহেলা কৰা, (৪) বেদক নিন্দা কৰা, (৫) হৰিনাম সম্পৰ্কে অনৰ্থক তৰ্কবাদ কৰা, (৬) নামৰ বলত বলীয়ান হৈ পাপ আচৰণ কৰা, (৭) নামত শৰণ নলৈ হোম, যজ্ঞ, তীৰ্থ-স্নান আদি কৰা, (৮) নামকীৰ্ত্তনৰ সময়ত আনমনা হৈ থকা, (৯) নামৰ মহিমাৰ কথা জানিও তাৰ প্ৰতি অনুৰক্ত নোহোৱা, (১০) নামৰ প্ৰতি অশ্ৰদ্ধা জ্ঞাপন কৰা—এই দহ বিধেই হল নামৰ অপৰাধ ; এয়েই কীৰ্ত্তনৰ "নাম অপৰাধ" খণ্ডৰ মূল বক্তব্য বিষয়।

---

## তৃতীয় খণ্ড | পাষণ্ড-মৰ্দ্দন

পাষণ্ড-মৰ্দ্দন খণ্ডটো শ্ৰীশঙ্কৰদেৱে শ্ৰীমদ্ভাগৱতৰ বাৰটা স্কন্ধৰ পৰাই বচা বচা শ্লোক সংগ্ৰহ কৰি ৰচনা কৰিছে। তদুপৰি পদ্ম পুৰাণৰ উত্তৰাখণ্ডৰ বৃহৎ সহস্ৰনাম. বৃহৎ নাৰদীয় পুৰাণ, বিষ্ণুধৰ্ম্মোত্তৰ আৰু সূত সংহিতা নামৰ সংস্কৃত গ্ৰন্থৰ পৰাও তেৰাই কথা ভাগ লৈ ইয়াত সুমুৰাইছে। ইয়াত চাৰিটা ঘোষা আৰু ৭৪ টা পদ আছে। ইয়াৰ ৰচনাৰ মূল উদ্দেশ্য হ'ল — মানুহৰ অন্তৰত ভক্তিৰ উদ্ৰেক কৰা আৰু অভক্তসকলক নিন্দা কৰা। কথা গুৰুচৰিতমতে তেৰাই ধুৱাহাট-বেলগুৰিত থাকোঁতে পাষণ্ড মৰ্দ্দন ৰচনা কৰে। সেই সময়ত দুটা বৌধমতীয়া টাটকীয়া বা পাষণ্ড বাজীকৰে তেৰাৰ ধৰ্ম্ম-প্ৰচাৰত ব্যাঘাত জন্মাইছিল। তদুপৰি যাজক ব্ৰাহ্মণ সকলে নানা ব্যঙ্গ কৰি ভক্তসকলক ঠাট্টা বিদ্ৰূপ কৰিছিল। এই বোৱৰ প্ৰতিৰোধ স্বৰূপে তেৰাই পাষণ্ড-মৰ্দ্দন ৰচনা কৰে।

পাষণ্ড-মৰ্দ্দনত বিষ্ণু আৰু বৈষ্ণৱৰ যত নিন্দা হয় সেই ঠাই তত্ত্বালিকে পৰিত্যাগ কৰিবলৈ কোৱা হৈছে। পৰিত্যাগ কৰিব নোৱাৰিলে—

"যাইবাক যদি নাই স্থান আন।
তথাতে এৰিবে আপুনি প্ৰাণ ॥
তেৱেঁসে হোৱে প্ৰায়চিত্ত অতি।
দক্ষৰ যজ্ঞত কহিলা সতী ॥"

ভাগৱতৰ প্ৰথম স্কন্ধত বৰ্ণিত আছে যে বেদ পুৰাণ আদি শাস্ত্ৰ ৰচনা কৰাৰ পাচতো যেতিয়া মনত অকণো শান্তি নেপাই ব্যাসদেৱে বদৰিকাশ্ৰমত আমন-জিমনকৈ বহি আছিল, তেতিয়া নাৰদে তাত উপস্থিত হৈ ব্যাসদেৱক মনৰ অশান্তি দূৰীকৰণাৰ্থে হৰিৰ নাম কীৰ্ত্তন কৰিবলৈ উপদেশ দিছিল। সেইমতেই ব্যাসদেৱে মহাভাগৱত ৰচনাত প্ৰবৃত্ত হৈছিল। শ্ৰীমন্ত শংকৰে পাষণ্ড-মৰ্দ্দনত লিখিছে—

"অনাদৰি আন ধৰ্ম্ম সম্প্ৰতি।
দিয়ো উপদেশ হৰিব ভকতি ॥
ব্যাসৰ শুনি চিত্ত শান্ত ভৈল।
প্ৰথম স্কন্ধত নাৰদে কৈল ॥"

| চতুৰ্থ খণ্ড | ধ্যান-বৰ্ণন |
|---|---|

ভাগৱতৰ ঠায়ে ঠায়ে—বিশেষকৈ দ্বিতীয় আৰু তৃতীয় স্কন্ধত বৈকুণ্ঠ আৰু বৈকুণ্ঠপতি নাৰায়ণৰ ৰূপ বৰ্ণনা কৰা আছে। শ্ৰীমন্ত শংকৰেও কীৰ্ত্তনৰ ধ্যান-বৰ্ণন খণ্ডত বৈকুণ্ঠ আৰু বৈকুণ্ঠৰ মাজত থকা ৰত্ন-মন্দিৰ আৰু ৰত্ন-মন্দিৰৰ ৰত্ন-সিংহাসনত বহি থকা বৈকুণ্ঠ-পতি নাৰায়ণৰ ৰূপ আৰু শোভা বৰ্ণনা কৰিছে। ভগবানৰ প্ৰতিটি অঙ্গৰ ৰূপ বৰ্ণনা আৰু অঙ্গসমূহত থকা বসন-ভূষণ, আ-অলংকাৰ আদিৰ বৰ্ণনাৰে ধ্যান বৰ্ণনৰ ঘোষা দুটিৰ পদসমূহ পৰিপাটিকৈ ৰচিত হৈছে। তেৰাৰ বৰ্ণনাৰ ভাষা অতি চমৎকাৰ। ইয়াত দুটা ঘোষা আৰু আঠাইশটা পদ আছে।

| পঞ্চম খণ্ড | অজামিলোপাখ্যান |
|---|---|

অজামিলোপাখ্যান শ্ৰীমদ্ভাগৱতৰ ষষ্ঠ স্কন্ধৰ অন্তৰ্গত এটা অতি নিগূঢ় তাৎপৰ্য্যপূৰ্ণ উপাখ্যান। পুৰাণতো ইয়াৰ উল্লেখ আছে। অসমীয়া ভাগৱতৰ এই খণ্ডটো মূল সংস্কৃতৰ পৰা শ্ৰীমন্ত শংকৰে অনুবাদ কৰিছে। কীৰ্ত্তনতো তেৰাই এই খণ্ডটো চমুকৈ সন্নিবিষ্ট কৰিছে। হৰিনাম কীৰ্ত্তনৰ মাহাত্ম্য আৰু ইয়াৰ শ্ৰেষ্ঠতাৰ বিষয়ে বিস্তাৰিতভাৱে ব্যাখ্যা কৰাই তেৰাৰ উদ্দেশ্য আছিল যেন অনুমান হয়। তদুপৰি যমদূত আৰু বিষ্ণুদূতৰ মুখেৰে সগুণ অৰু নিগুণ ধৰ্ম্মৰ ব্যাখ্যা আৰু যমৰদ্বাৰা হৰিনামৰ

মহিমা বিস্তাৰিতভাৱে ইয়াত বৰ্ণনা কৰা হৈছে। ইয়াত মুঠতে চাৰিটা ঘোষা আৰু বিয়াল্লিশটা পদ আছে।

তিনিজন যমদূতে যেতিয়া অজামিলৰ দেহৰপৰা জীৱটো আকৰ্ষণ কৰিবলৈ ধৰিলে তেতিয়া তেওঁ ভয়তে "বাছা নাৰায়ণ! তই কলৈ গলি ?"— বুলি অত্যাহিকৈ চিঞৰিবলৈ ধৰিলে। আৰু তেতিয়াই ভগবান নাৰায়ণৰ নাম লোৱা বুলি সাব্যস্ত কৰি চাৰিজন বিষ্ণুদূতে যমদূতৰ হাতৰপৰা অজামিলৰ জীৱটো মোকোলাই ললেহি। জীৱটো গৈ আকৌ অজামিলৰ দেহত সোমাল।

এই খিনিতে আৰম্ভ হল বিষ্ণুদূত আৰু যমদূতৰ কথোপকথন। বিষ্ণুদূতে যমদূতক প্ৰশ্ন কৰিলে "তোমালোক যদি সঁচাকৈয়ে ধৰ্ম্মৰাজৰ আজ্ঞাবাহী ভৃত্য হোৱা, তেনেহলে কোৱাচোন—ধৰ্ম কি? অধৰ্ম কি? পাপী কোন? কেনেদৰে পাপীক দণ্ড দিয়া হয় ?" যমদূতে উত্তৰ দিলে "বেদত যিসকল কৰ্ত্তব্য বুলি অভিহিত হৈছে, সেইসমূহ পালন কৰাই ধৰ্ম, আৰু তাৰ বিপৰীতে কাৰ্য্য কৰাই হল অধৰ্ম। বেদ নাৰায়ণৰ নিশ্বাস সম্ভূত আৰু সাক্ষাৎ নাৰায়ণ-স্বৰূপ। বেদবিহিত কাৰ্য্যসমূহ যিবোৰ জীৱই পালন নকৰি অন্যথা আচৰণ কৰে, সেই সকলেই হল পাপী। জীৱৰ কৃতকৰ্মৰ সাক্ষী হল চৈধ্যজন। যথা—চন্দ্ৰ, সূৰ্য্য, অগ্নি, আকাশ, বায়ু, দিন, ৰাতি, সন্ধ্যা, দিশ, জল, ধৰ্ম, পৃথিবী, স্বৰ্গ আৰু আকাশ। এই সমস্ত সাক্ষীৰ দ্বাৰা বিজ্ঞাত অধৰ্মকাৰী জনেই পাপী। এওঁলোকৰ সাক্ষ্যমতেই ধৰ্মৰাজে নৰকত জীৱৰ দণ্ডৰ ব্যৱস্থা কৰে।"

যমদূতৰ কথা সমৰ্থন কৰি বিষ্ণুদূতে কলে—"অজামিল মহাপাপী সন্দেহ নাই। কিন্তু, তেওঁ আতুৰ অৱস্থাত অনিচ্ছাকৃত-ভাবে হলেও মোক্ষপদ হৰিনাম উচ্চাৰণ কৰি কৃতপাপৰ প্ৰায়শ্চিত্ত কৰিলে। নাৰায়ণৰ নামোচ্চাৰণ কৰি তেওঁ কোটী কালৰ কৃতপাপৰ পৰা নিষ্কৃতি পালে। স্বৰ্ণহৰণ, মিত্ৰদ্ৰোহ, ব্ৰহ্মহত্যা,

গুৰুপত্নী গমন, স্ত্ৰীহত্যা, ৰাজহনন, পিতৃ-মাতৃ হত্যা, গো-বধ আৰু অন্যান্য যিবোৰ মহাপাতক আছে, সিবোৰৰ পাতকীৰ বাৰে নাৰায়ণৰ নামোচ্চাৰণেই প্ৰায়শ্চিত্ত। বিষ্ণু নাম কীৰ্ত্তন কৰোতাজনক ভগৱন্তই নিজৰ বুলি আকোৱালি লয়।"

ওপৰত দিয়া দুই ৰকমৰ ধৰ্মব্যাখ্যাই হল সগুণ আৰু নিগুণ ধৰ্মতত্ত্বৰ মূল কথা। যমদূতৰ ব্যাখ্যা হল বেদত্ৰয়ৰদ্বাৰা প্ৰতিপাদিত সগুণ ধৰ্ম আৰু বিষ্ণুদূতৰ ব্যাখ্যা হল ভাগৱৎ প্ৰণীত বিশুদ্ধ নিগুণ ধৰ্ম। যমদূতে যেতিয়া অজামিলৰ সকলো ঘটনা ধৰ্মৰাজৰ ওচৰত নিবেদন কৰিলেগৈ, তেতিয়া ধৰ্মৰাজেও বিষ্ণুদূতৰ ধৰ্মব্যাখ্যা সম্পূৰ্ণভাৱে সমৰ্থন কৰি কলে যে তেওঁৰ (ধৰ্মৰাজৰ) বাহিৰেও চৰাচৰৰ আন এগৰাকী সৰ্ব্ব প্ৰধান অধীশ্বৰ আছে। তেওঁৰ অংশ সমূহৰ দ্বাৰাহে বিশ্বৰ সৃষ্টি, স্থিতি আৰু লয়কাৰ্য্য সমাধা হয়। তেঁৱেই হল ভগৱান বিষ্ণু বা নাৰায়ণ। তেওঁৰ নামোচ্চাৰণ কৰা মাত্ৰকে মহা পাতকীজনৰো সমস্ত পাতক নিমিষতে নাশ হয়। গতিকে যি সকল জীৱে সেই কথা মনত ৰাখি নাৰায়ণত সৰ্ব্বান্তঃকৰণে ভক্তি কৰে, সেই সকল কেতিয়াও তেওঁৰদ্বাৰা (ধৰ্মৰাজৰ দ্বাৰা) দণ্ড প্ৰাপ্তিৰ যোগ্য নহয়। সেই সকলৰ পাপ হ'বই নোৱাৰে। যদিস্যাৎ হয়ো, নাৰায়ণৰ নামোচ্চাৰণত তৎক্ষণাৎ সেই পাপ নাশপ্ৰাপ্ত হয়। অজামিলোপাখ্যানত মহাপুৰুষে এই নাম-মাহাত্ম্যকে প্ৰচাৰ কৰিছে।

———

কীৰ্ত্তনৰ প্ৰহ্লাদ চৰিত্ৰ খণ্ডটি মহাপুৰুষে ভাগৱতৰ সপ্তম স্কন্ধৰ পৰা কাহিনীভাগ লৈ ৰচনা কৰিছে। হৰিভক্তিৰ চৰম নিদৰ্শন আৰু ভক্তিমাৰ্গৰ শ্ৰেষ্ঠতম প্ৰকাশ তেৰাই অতি মনোৰম আৰু চমকপ্ৰদ ভাৱে ভাব-ভাষা মিলাই ব্যাখ্যা কৰিছে। সেয়ে এই খণ্ডটি ভক্তসকলৰ অতি প্ৰিয়। ইয়াত মুঠতে বাইশটা ঘোষা আছে। ইয়াৰ প্ৰথম দুটা ঘোষাত বৈকুণ্ঠৰ বৰ্ণনা, তৃতীয়ত জয়-বিজয়ৰ ওপৰত চাৰি-সিদ্ধ পুৰুষৰ অভিশাপ, অষ্টম আৰু নৱমত হিৰণ্য-কশিপুৰ তপৰ প্ৰভাৱ আৰু ব্ৰহ্মাৰ পৰা বৰ লাভ, একাদশত ষণ্ড আৰু অমৰ্কৰ দ্বাৰা প্ৰহ্লাদক শিক্ষা-দান, দ্বাদশত প্ৰহ্লাদৰ ওপৰত হোৱা বিভিন্ন শাস্তিৰ বৰ্ণনা, ত্ৰয়োদশত প্ৰহ্লাদৰ দ্বাৰা দৈত্যশাস্ত্ৰ অধ্যয়ন আৰু দৈত্য-শিশুগণক হৰিভক্তি প্ৰশিক্ষণ, সপ্তদশত নৰসিংহৰ ৰূপ বৰ্ণনা, অষ্টাদশত হিৰণ্যকশিপু বধ, চতুৰ্থ, দ্বাদশ, ত্ৰয়োদশ, পঞ্চদশ, আৰু বিংশত ভক্তিতত্ত্বৰ বৰ্ণনা আদি চিত্তাকৰ্ষণীয় ভাৱে কৰা হৈছে।

ভাগৱতৰ সমস্ত কাহিনী শুকদেৱে পৰীক্ষিত ৰজাক কৈছিল যদিও প্ৰহ্লাদৰ কাহিনীটো কিন্তু এদিন নাৰদে ৰজা যুধিষ্ঠিৰকো কৈছিল। ভাগৱতত এই কথাও উল্লেখ আছে। ৰাজসূয় যজ্ঞত ভগৱানে শিশুপালক বধ কৰি সাযুজ্য মুক্তি দিয়া দেখি যুধিষ্ঠিৰৰ মনত প্ৰশ্নৰ উদয় হৈছিল যে সকলো প্ৰাণীৰে প্ৰতি সমদৰ্শী, প্ৰিয় আৰু সুহৃদ হৈও ভগৱানে দৈত্য-দানৱক বধ কৰে কিয়? তেতিয়া নাৰদে যুধিষ্ঠিৰৰ মনৰ সংশয় গুচাবলৈ আদি-দৈত্য হিৰণ্যকশিপু আৰু হিৰণ্যাক্ষৰ কাহিনী কৈ শুনাইছিল।

প্ৰহ্লাদ চৰিত্ৰৰ পদৰ সংখ্যা হল দুশ সাতাৱনটা।

---

ভাগৱতৰ অষ্টম স্কন্ধৰ পৰা উপাখ্যানৰ কাহিনীভাগ সংগ্ৰহ কৰি গুৰুজনাই কীৰ্ত্তনৰ গজেন্দ্ৰোপাখ্যান খণ্ডটি ৰচনা কৰিছে। ক্ষীৰসাগৰত হোৱা গ্ৰাহ আৰু গজেন্দ্ৰৰ যুদ্ধৰ বিবৰণেই ইয়াৰ মুখ্য কথা যদিও ইয়াতো হৰিভক্তিৰ মহিমা আৰু শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰা হৈছে। ইয়াত মুঠ তিনিটা ঘোষা আৰু আঠাঁগ্ৰশটা পদ আছে। প্ৰথম ঘোষাৰ পদত ত্ৰিকূট পৰ্ব্বতৰ প্ৰাকৃতিক বৰ্ণনা, দ্বিতীয় ঘোষাত সৰোবৰৰ শোভা, হস্তী-হস্তিনীৰে সৈতে গজেন্দ্ৰ সৰোবৰত পানী পিবলৈ আৰু জলকেলি কৰিবলৈ কৰা অৱতৰণৰ বৰ্ণনা, গ্ৰাহৰদ্বাৰা গজেন্দ্ৰক আক্ৰমণ আৰু তৃতীয় ঘোষাত গ্ৰাহ-গজেন্দ্ৰৰ ঘোৰতৰ যুদ্ধ, গজেন্দ্ৰৰ কৃষ্ণ-স্তুতি, ভগবান শ্ৰীহৰিৰদ্বাৰা গ্ৰাহৰ নিধন আৰু গ্ৰাহ-গজেন্দ্ৰৰ মুক্তি আদিৰ বৰ্ণনা দিয়া হৈছে। প্ৰকৃতিৰ বৰ্ণনাৰ সন্দৰ্ভত ইয়াত গুৰুজনাৰ মৌলিক কবিপ্ৰতিভাৰো যথেষ্ট বিকাশ হৈছে।

---

কীৰ্ত্তনৰ হৰমোহন খণ্ডটো মহাপুৰুষে ভাগৱতৰ অষ্টম স্কন্ধৰ পৰা কাহিনীভাগ আনি ৰচনা কৰিছে। কিন্তু, কীৰ্ত্তনৰ হৰমোহন মূলতকৈ বেচি সৰল আৰু চিত্তাকৰ্ষক। ইয়াত শ্ৰীশংকৰদেৱৰ মৌলিক ৰচনা আৰু বৰ্ণনা শক্তিৰ সম্যক পৰিচয় প্ৰস্ফুটিত হৈছে। বিশেষকৈ উপবনৰ আৰু ভগবানৰ নাৰীৰূপৰ (মোহিনী) বৰ্ণনা তেৰাৰ মনোৰম আৰু মন মোহনীয় সৃষ্টি। মূলত এই বোৰৰ বৰ্ণনা কীৰ্তনৰ দৰে নাই, মূলতকৈ ওপৰঞ্চিভাৱে তেৰাই সন্নিবিষ্ট কৰা কথোপকথন আৰু দৃশ্যপটে হৰমোহনক অধিক সজীৱ আৰু আকৰ্ষণীয় কৰি তুলিছে। আনহাতে, হাস্যৰসৰ সোঁতা এটিও হৰমোহনত জান-নেজানকৈ বৈ আছে। আজিকালি অসমীয়া আধুনিক সাহিত্যত অশ্লীল বৰ্ণনাৰ প্ৰাচুৰ্য্য আছে বুলি মাজে সময়ে ধ্বনি উঠে। শ্ৰীশংকৰদেৱৰ হৰ-মোহনতো এনে বৰ্ণনা চকুত পৰে। যেনে—

"তাক দেখি যান্তে কন্যা বেগ ধৰি ধাই।
কটিৰ বস্ত্ৰক বায়ু নিলে উৰুৱাই॥

ভৈল তনু উদাস বেকত গুপ্ত অঙ্গ।
লাজে আন্ঠু সাৰটি কৰন্ত অঙ্গ ভঙ্গ॥

... ... ... .

দৰশান্ত ভাৱ শংকৰৰ মোহ হেতু।
দেখিলা কন্যাৰ গুপ্ত অঙ্গ বৃষকেতু॥

... ... ... ...

সেইমতে শঙ্কৰৰ বিন্দু যায় পড়ি।
দেখি ঋষিগণে অন্তৰন্ত তাঙ্ক এৰি।”

ইত্যাদি ইত্যাদি।

কিন্তু এই ৰচনাসমূহ পঢ়িলে অশ্লীল ভাবাবেগে মন উতলা কৰি নোতোলে; বৰং এটি স্নিগ্ধ ভক্তি ৰসেহে মন-প্ৰাণ আপ্লুত কৰে। মহাপুৰুষৰ ৰচনাৰ এয়ে বিশেষত্ব।

হৰমোহনত মুঠ দহটা ঘোষা আৰু আঠাস্নবৈব টা পদ আছে। প্ৰথম ঘোষাত বিষ্ণুৰ নাৰীৰূপ দৰ্শনৰ মানসেৰে হৰ-পাৰ্ব্বতীৰ বিষ্ণুলোকলৈ আগমন আৰু বিষ্ণুৰ বৰ্ণনা, দ্বিতীয়ত শিৱৰ বিষ্ণু-স্তুতি আৰু নাৰীৰূপ চাবলৈ অভিলাস বেকত, বিষ্ণুৰ ইয়াত অসম্মতি আৰু শিৱৰ আত্মশ্লাঘাৰ বিবৰণ, তৃতীয়ত উপবনৰ বৰ্ণনা, চতুৰ্থত উপবনত থকা মোহময়ী নাৰীৰ (বিষ্ণুৰ নাৰী ৰূপ) আৰু অঙ্গ-শোভাৰ বৰ্ণনা, আৰু মহাদেবৰ সেই নাৰীৰ প্ৰতি কামভাৱ প্ৰদৰ্শন, পঞ্চম, ষষ্ঠ আৰু সপ্তমত কামোন্মত্ত মহাদেৱে নাৰীৰ পশ্চাৎ-ধাবন কৰাৰ বৰ্ণনা, অষ্টমত মহাদেৱৰ চেতনা লাভ, আৰু অনুশোচনা, নৱমত বিষ্ণুৱে মহাদেৱক মায়া সম্পৰ্কে বুজনি দি মায়াক মহাদেবৰ অধীন কৰি দিয়া আৰু মহাদেৱে পাৰ্ব্বতীক হৰি-ভক্তি সম্পৰ্কে দিয়া ব্যাখ্যান, আৰু দশমত শুকে ৰজা পৰীক্ষিতক হৰিক একান্তভাৱে ভকতি কৰিবলৈ দিয়া নিৰ্দ্দেশ আদিৰ অৱতাৰণা কৰা হৈছে। মহাপুৰুষে কীৰ্তনত হৰমোহন খণ্ডটি সন্নিবিষ্ট কৰাৰ মুখ্য কাৰণ যে হৰিভক্তিৰ শ্ৰেষ্ঠতা নিৰূপন কৰা আৰু ভক্তৰ মন ইয়াৰ প্ৰতি আকৰ্ষিত কৰা—তাত অকণো সন্দেহ নাই।

———

কীৰ্ত্তন-ঘোষাৰ বলি-ছলনত শ্ৰীমন্ত শঙ্কৰে ভাগৱতৰ বলি-ছলনৰ দৰে বিষ্ণুৰ বামন ৰূপী অৱতাৰদ্বাৰা দৈত্যৰাজ বলিৰ দৰ্পচূৰ্ণ কৰি তেওঁক পাতালত স্থান দিয়াৰ সম্পূৰ্ণ আখ্যান সন্নিবিষ্ট কৰা নাই। কীৰ্ত্তনত মাত্ৰ পাঁচটা ঘোষা আৰু তেত্ৰিশটা পদৰ মাজতে বলি - ছলনৰ কাহিনীভাগ সীমিত কৰি ৰখা হৈছে। বামনে বলিক বিশ্বকৰ্ম্মাৰ দ্বাৰা নিৰ্মাণ কৰা সুতল পুৰীলৈ সপৰিবাৰে যাবলৈ আদেশ দিয়াৰ পাচৰ পৰাহে কীৰ্ত্তনৰ বলি ছলন আৰম্ভ হৈছে। বিষ্ণুৱে প্ৰহ্লাদকো বলিৰ লগত থাকিবলৈ নিৰ্দ্দেশ দিয়ে। কীৰ্ত্তনত মহাপুৰুষে বলিৰ ভক্তি আৰু ঈশ্বৰ পৰায়ণতাৰ কথা বৰ্ণনা কৰিছে।

বলিয়ে পাতালত সকলো ভোগ-বাসনা, বিষয় সুখ আদি পৰিত্যাগ কৰি একমাত্ৰ ভগবানৰ নাম কীৰ্ত্তন কৰিহে কটাইছিল। তাত — তেওঁৰ সুতল পুৰীৰ দুৱাৰত বিষ্ণুৱে দিব্যমূৰ্ত্তিৰে, হাতত গদা লৈ সততে পহৰা দিছিল। এখন দিব্য সভা পাতি বলিয়ে তাত ধৰ্মালোচনা কৰিছিল। বিষ্ণুৰ সুদৰ্শন চক্ৰ ও সভাৰ অন্যতম পাৰিষদৰূপে তাত আছিল। যিসকল দৈত্যই বলিৰ হৰি-ভক্তি আৰু নাম ধৰ্ম্ম ব্যাখ্যাত বিৰুদ্ধ আচৰণ কৰিছিল, চক্ৰই সেই সকলক বেচ নগুৰ-নাগতি কৰি শাস্তি দিছিল। অৱশেষত দৈত্যসকলে বলিৰ হৰিনামৰ ব্যাখ্যা তন্ময় হৈ শুনিছিল আৰু হৰিভক্তিত চিত্ত অৰ্পণ কৰিছিল। মুঠ কথা, কীৰ্ত্তনৰ বলিছলনতো মহাপুৰুষে হৰিভক্তিৰ শ্ৰেষ্ঠতা নিৰূপন কৰিবলৈ গৈ বলিৰ মুখেৰে হৰিনামৰ মাহাত্ম্য বৰ্ণনা কৰিছে। বলিছলনৰ আচল কাহিনী ভাগ ইয়াত নাই।

———

কীৰ্ত্তন-ঘোষাৰ শিশুলীলা খণ্ডত মহাপুৰুষে শ্ৰীকৃষ্ণৰ জন্মৰে পৰা কালিয়দমনলৈকে শিশুকৃষ্ণৰ বৃন্দাবন-লীলা আৰু মাহাত্ম্যসমূহ বৰ্ণনা কৰিছে। ভাগৱতৰ দশম স্কন্ধৰ তৃতীয়ৰ পৰা অষ্টম অধ্যায়লৈকে কাহিনীভাগ আহৰণ কৰি অতি চমুকৈ তেৰাই শিশুলীলা খণ্ডটি ৰচনা কৰিছে। ইয়াত ঘোষা মুঠতে এঘাৰটা, আৰু পদ হল পয়ষষ্ঠিটা। এই তাকৰীয়া পদাৱলীৰ ভিতৰতে মহাপুৰুষে শ্ৰীকৃষ্ণৰ জন্ম, বসুদেৱে কৃষ্ণক নন্দৰ ঘৰত লুকাই থোৱা, পুতনা ৰাক্ষসী বধ, চক্ৰবাত অসুৰ নিধন, গোপীসকলৰ গৃহত শ্ৰীকৃষ্ণৰ উদভণ্ডালি, যশোদাৰ বিশ্বৰূপ দৰ্শন, দধিমথন, যশোদাৰ উৰলত কৃষ্ণবন্ধন, অৰ্জ্জুন-ভঞ্জন, পোহাৰীক সুবৰ্ণ বজ্জত দান, বৎসাসুৰ বধ, বকাসুৰ বধ, ধেনুকাসুৰ বধ, ব্যোমাসুৰৰ দ্বাৰা গোপ শিশু হৰণ আৰু ব্যোমাসুৰ বধ, সৰ্প আৰু বৰুণৰ দূতৰ পৰা নন্দ-উদ্ধাৰ, গোবৰ্দ্ধন ধাৰণ, গোপীৰ বস্ত্ৰ হৰণ, অঘাসুৰ বধ, ব্ৰহ্মামোহন, কালিয়দমন, বনাগ্নিপান আদি শ্ৰীকৃষ্ণৰ শিশুকালৰ সমূহ ক্ৰিয়া-কলাপকে বৰ্ণনা কৰিছে। ইয়াতেই শ্ৰীমন্তৰ শিশু-লীলাৰ বৈশিষ্ট্য প্ৰতীয়মান হৈছে। তেৰাৰ শব্দ-বয়ন, ছন্দ-মাধুৰ্য্য আৰু কাব্য-বৈচিত্ৰ্যই শিশুলীলাক সাক্ষৰৰ কথাই নাই—অনাখৰী লোকৰ মাজতো জনপ্ৰিয় কৰি তুলেছে। আচলতে ভগৱানৰ প্ৰতি শঙ্কৰদেৱৰ যি ভক্তি সি হল দাস্য আৰু বাৎসল্য ভক্তি। তেৰা ভগৱানৰ দাসানুদাস। শ্ৰীকৃষ্ণৰ বালক ৰূপহে তেৰাৰ আৰাধ্য।

———

## প্ৰথম ভাগ

শ্ৰীমন্ত শংকৰে ভাগৱতৰ দশম স্কন্ধৰপৰা বিষয়-বস্তু লৈ কীৰ্তন-ঘোষাৰ ৰাস-ক্ৰীড়া খণ্ডটো ৰচনা কৰিছে। দশম স্কন্ধ ভাগৱতৰ ২৮-৩৩ অধ্যায় লৈকে অধ্যায় কেইটাক একেলগে 'ৰাস-পঞ্চাধ্যায়' বুলি কোৱা হয়। মহাপুৰুষে কীৰ্তনৰ ৰাস-ক্ৰীড়াত তাৰ পাচৰ তিনিটা অধ্যায়ৰ পৰাও বিষয়-বস্তু আহৰণ কৰিছে। ইয়াত মুঠতে আঠাইশটা ঘোষা আৰু দুশ ওঠৰটা পদ আছে।

শৰৎকালৰ পূৰ্ণিমাৰ চন্দ্ৰাবলী নিশাত শ্ৰীকৃষ্ণৰ ৰাস-ক্ৰীড়া কৰিবলৈ মন গ'ল। বাঁহী বজাই তেওঁ গীত জুৰিলে। সেই মধুৰ গীত শুনি কাম মোহিত হৈ গোপিনীসকলে যেয়ে যেনেকৈ আছিল তেনেকৈ, ঘৰে বস্তু ততে এৰি কৃষ্ণৰ ওচৰ পালেহি। কৃষ্ণই কিন্তু নাৰীৰ গৃহস্থ ধৰ্মকে আগ বুলি কৈ গোপিনী-সকলক গৃহলৈ উভটি যাবলৈ নিৰ্দ্দেশ দিলে।

উপপতিসমে ক্ৰীড়া গৰ্বহিত কৰ্ম্ম
স্বামীৰ শুশ্ৰূষা কুলস্ত্ৰীৰ মহাধৰ্ম্ম।"

গোপিনীসকলে তেতিয়া তনু-মন-প্ৰাণ পতি-পুত্ৰ-কন্যা সকলোকে কৃষ্ণত অৰ্পণ কৰি তেওঁৰে শৰণাপন্ন হোৱাত ভগৱন্তই ভক্তসকলৰ মনোবাঞ্ছা পূৰণ কৰি তেওঁলোকৰ লগত নানাভাৱে ক্ৰীড়া আৰম্ভ কৰে। কৃষ্ণক অনঙ্গ-কেলিৰ লগৰীয়াৰূপে পাই গোপিনীসকলৰ অন্তৰত অহঙ্কাৰ উপজিলত কৃষ্ণই মাজতে এৰেলি

অন্তৰ্ধান হৈ তেওঁলোকৰ সেই অহঙ্কাৰো চূৰ্ণ কৰে। পিচত কৃষ্ণই আকৌ গোপিনী সকলৰ মাজত আবিৰ্ভাব হৈ তেওঁলোকৰ মনোবাঞ্ছা পূৰ্ণ কৰি ৰাসক্ৰীড়া সম্পূৰ্ণ কৰে। মূল ভাগৱতত ৰাসক্ৰীড়াৰ বৰ্ণনা অতি ৰসাল আৰু কাব্যময়। কীৰ্ত্তনৰ ৰাসক্ৰীড়াও স্বাভাৱিকতে সেই ফুটতে উঠিছে। ইয়াত ইন্দ্ৰিয় পৰায়ণতা আৰু কামোদ্দীপক বৰ্ণনাও যথেষ্ট আছে। যেনে ঃ—

"সন্ত বস্ত্ৰ কাঢ়ি বঢ়ায়া চঙ্গ।
বেকত কৰন্ত গুপুত অঙ্গ॥
ধৰিয়া কাৰো কণ্ঠে বাহু মেলি।
কৰিলা অনেক অনঙ্গ কেলি॥
আনন্দে গোপীৰ বঢ়ায়া কাম।
ৰমিলা গোপীনাথ অবিশ্ৰাম॥"

আদিৰ দৰে বৰ্ণনায়ো ইয়াত স্থান পাইছে। কিন্তু হলেও ৰাসক্ৰীড়াৰ গোটেই ঘটনাটোকে "কামময় নামে ইটো মাধবৰ কেলি" বুলিহে প্ৰতিপন্ন কৰা হৈছে। ৰাসক্ৰীড়াৰ বৰ্ণনা থাউকতে ব্যভি-চাৰ মূলক আৰু কৃষ্ণকো পৰদাৰগমন দোষত দুষ্ট বুলি ঠাৱৰাব পাৰি যদিও শ্ৰীমন্ত শঙ্কৰে তাৰ উত্তৰ পঞ্চদশ কীৰ্ত্তনত লিখিছে ঃ—

"পৰম ঈশ্বৰে কৰে অকৰ্ম।
তেজস্বীত কিছু নাহি অধৰ্ম॥
সৰ্ব্বভক্ষ বহ্নি সবাকো শোষে
তথাপিতো যেন নোছোৱে দোষে॥
দেহত যাৰ নাহি অহঙ্কাৰ।
তাহাৰ কৰ্মত গুছে বিচাৰ॥
জগতৰে হৰি পৰম-ঈশ।
ইকৰ্ম্মে তাহাঙ্ক কৰিবেক কিস?

ধৰিছা লীলা তযু হেন হৰি।
শুনা কথা তাক্ত সংশয় এৰি ॥
জগত অন্তৰ্যামী নাৰায়ণ।
তান কোন পৰদাৰ গমন ॥
যাহাৰ স্মৰণে পাতক মোষে।
তাঙ্ক কি কৰিব ইসব দোষে ॥"

শেষত ইয়াকো কোৱা হৈছে যে ৰাসক্ৰীড়াৰ কাহিনী শ্ৰৱণ কৰিলে যি কামাতুৰ, শৃঙ্গাৰ ৰসত যাৰ ৰতি আছে, তাৰো অন্তৰ নিৰ্ম্মল আৰু শুদ্ধ হয়। যেনে—

"শৃঙ্গাৰ ৰসে আছে যাৰ ৰতি।
আকে শুনি হৌক নিৰ্ম্মল মতি ॥"

অৱশেষত ৰাসক্ৰীড়াৰ গোটেই ঘটনাটোক শ্ৰীকৃষ্ণৰ এক মায়াৰ খেলা বুলি প্ৰতিপন্ন কৰা হৈছে। কাৰণ, সেইদিনা নিশা গোপিনীসকলে কৃষ্ণৰ লগত ক্ৰীড়া কৰিলেও প্ৰতিজন গোপে কিন্তু নিজৰ পত্নীক নিজৰ কাষতে পাইছিল।

"মোহিলা গোপক কৃষ্ণৰ মায়া।
কাষতে আছে দেখে নিজ জায়া ॥"

———

## দ্বিতীয় ভাগ

মূল ভাগবতৰ দশম স্কন্ধৰ ৩৭-৪৫ অধ্যায়ৰ পৰা কাহিনী ভাগ লৈ মহাপুৰুষে কীৰ্ত্তনৰ কংস-বধ খণ্ড ৰচনা কৰিছে। ইয়াত মুঠতে পোন্ধৰটা ঘোষা আৰু দুশ চেধ্যটা পদ আছে।

চোৰ আৰু গৃহস্থ উভয়কে উৎসাহ দিয়া আৰু সজাগ কৰা স্বভাৱ আছিল নাৰদৰ। ইয়াতো প্ৰথম কীৰ্ত্তনত মহাপুৰুষে কৃষ্ণক কংসক বধ কৰিবলৈ নাৰদে উদগনি দিয়া আৰু দ্বিতীয় কীৰ্ত্তনত শ্ৰীকৃষ্ণৰ দ্বাৰা কংস নিহত হব বুলি নাৰদে কংসক সতৰ্ক কৰাৰ বৰ্ণনা আছে। তাৰ পাচত তেৰাই ক্ৰমে গোকুলৰপৰা কৃষ্ণক আনিবলৈ অক্ৰূৰক প্ৰেৰণ, কৃষ্ণ মথুৰালৈ যাব বুলি জানি গোপ-গোপিনীসকলৰ বিলাপ, বাটত যমুনাৰ জলত অক্ৰূৰৰ দ্বাৰা ভগবানৰ স্বৰূপ অৱলোকন, কৃষ্ণ-বলৰামৰ মথুৰা-প্ৰবেশ, মথুৰাৰ বৰ্ণনা, মথুৰাৰ নৰ-নাৰীয়ে কৃষ্ণ-বলৰামক স্বাগতম্ জনোৱা, কৃষ্ণৰ দ্বাৰা ধোবা-বধ, সুদামা মালীয়ে ৰাম-কৃষ্ণক মাল্য ভূষণ দান কৰা, সৈৰিন্ধ্ৰী কুব্জীয়ে ৰাম-কৃষ্ণক চন্দন ৰঞ্জন কৰা, ধনুশালাত কৃষ্ণৰদ্বাৰা ইন্দ্ৰধনু ভঙ্গ, ৰাম-কৃষ্ণৰ দ্বাৰা চানুৰ, মুষ্টিক, কূট, তোশল, শল আদি মল্লবীৰ সকলৰ নিধন, কৃষ্ণৰ দ্বাৰা কুবলয় হাতীৰ নিধন আৰু অৱশেষত কৃষ্ণৰ দ্বাৰা কংস বধ আদি আখ্যান সমূহ বৰ্ণাইছে। বৰ্ণনা সমূহ সৰল আৰু নাটক নাটক লগা। ডঃ মহেশ্বৰ নেওগে কীৰ্ত্তনৰ কংস বধ সম্পৰ্কে লিখিছে—"কাহিনী ভাগৰ ওপৰত বেচি ভিৰ দিয়াৰ লগতে দাৰ্শনিক অংশ বিলাক বাদ দিয়া বা চমুওৱা পৰিছে। বৰ্ণনাবোৰ গতিশীল আৰু নাটকীয়। কতো লিবোৰ

চৰেমা পৰা নাই। বেলেগ বেলেগ ঘটনাৰ পৰিস্থিতি উপযোগী ছন্দৰ প্ৰয়োগে এই খণ্ডটি পাঠক-শ্ৰোতাৰ মনোগ্ৰাহী কৰি তুলিছে। যন্ত্ৰ-বাগৰ ; প্ৰেম-বিৰহ, বাৎসল্য, স্নেহ আৰু ভক্তি সকলোৰে বৰ্ণনা ইয়াত মনোৰম।”

---

| দ্বাদশ খণ্ড | গোপী-উদ্ধাৰ সংবাদ |
|---|---|

ভাগৱতৰ দশম স্কন্ধৰ ৪৬ শ অধ্যায়ৰ পৰা বিষয়বস্তু লৈ শ্ৰীমন্ত শংকৰে কীৰ্ত্তনৰ গোপী-উদ্ধাৱ সংবাদ খণ্ডটো ৰচনা কৰিছে। ইয়াত মাত্ৰ এটা ঘোষা আৰু চৌবিশটা পদ আছে।

কংস বধৰ বাবে কৃষ্ণ আৰু বলৰাম গোকুল এৰি মথুৰালৈ আহিল। ফলত গোপ-গোপী সকলোৱে গোকুলবাসী নৰ-নাৰী কৃষ্ণৰ বিৰহত কাতৰ আৰু আকুল হৈ পৰিল। সেয়ে কৃষ্ণই তেওঁলোকৰ খা-খবৰ লবলৈ পৰম ভক্ত উদ্ধৱক পঠাই দিলে। উদ্ধৱে কৃষ্ণৰ বতৰা গোকুলবাসীক নিবেদন কৰিলে আৰু কৃষ্ণ পুনৰ গোকুললৈ আহিব বুলি কৈ তেওঁলোকক আশ্বস্ত কৰিলে। এই খণ্ডটি মহাপুৰুষে অতি চমৎকৈ ৰচনা কৰিছে। গোপীসকলৰ কৃষ্ণ ভক্তিৰ (হৰিভক্তি) চৰম প্ৰকাশ কিছু পৰিমাণে ইয়াত পৰিস্ফুট হৈছে। তেওঁলোকে উদ্ধৱকে কৃষ্ণৰ ৰূপত দেখিবলৈ পাইছে। যেনে -

দেখিলা সবে উদ্ধৱক পাছে।
ৰূপে মনোহৰ জনলন্তে আছে॥

আজানু লম্বিত বাহু দুখান।
নৱ পদ্ম যেন জ্বলে লোচন ॥
গাৱে পীত বস্ত্র কর্ণে কুণ্ডল।
পদ্ম সম শোভে মুখ মণ্ডল ॥
গলত জ্বলে নৱ পদ্ম মালা।
বিস্ময় ভৈল যত গোপ বালা ॥
ইটো কোন জন কৃষ্ণৰ বেশ।
জোনো আনিয়াছে কৃষ্ণ সন্দেশ ॥

আকৌ কামাতুৰভাৱে হৰিক ভজনা কৰিও গোপ নাৰীসৱে মোক্ষ লাভ কৰাৰ ইংগিত এটা ইয়াত গোৱা যায়। য়েনে—

"শুনা সৰ্ব্বজন কৃষ্ণৰ বাণী।
ভক্তক স্নেহ কৰা চক্ৰথানি ॥
কামাতুৰ ভাৱে ভজিয়া হৰি।
তৰিল এতেকে গোপৰ নাৰী ॥"

— —

মূল ভাগৱতৰ দশম স্কন্ধৰ ৪৭শ অধ্যায়ৰ পৰা কাহিনী লৈ শ্ৰীমন্ত শংকৰে কীৰ্ত্তনৰ কুঁজীৰ বাঞ্ছা পূৰণ খণ্ডটো ৰচনা কৰে। ইয়াত মাত্ৰ এটা ঘোষা আৰু এঘাৰটা পদ আছে।

কৃষ্ণ আৰু বলৰাম মথুৰাৰ ৰাজ সভালৈ অহাৰ বাটত কুব্জাই তেওঁলোকক চন্দনেৰে অলঙ্কৃত কৰে। তাতে অতি সন্তুষ্ট হৈ কৃষ্ণই পৰশনেৰে কুব্জাৰ কুঁজ গুচাই তেওঁক এগৰাকী পৰমা সুন্দৰী কৰি তোলে। কুব্জা কৃষ্ণৰ অন্যতমা পৰমা ভক্তাৰূপে পৰিগণিত হয়। কুব্জাই তেতিয়া কৃষ্ণক তেওঁৰ গৃহলৈ আমন্ত্ৰণ কৰিলত কৃষ্ণই তেওঁৰ মথুৰালৈ অহাৰ উদ্দেশ্য সিদ্ধিৰ (কংস বধ) পাচত কুব্জাৰ মনোবাঞ্ছা পূৰণ কৰিব বুলি কথা দিয়ে। সেইমতে কংস বধৰ পাচত আৰু উদ্ধৱ গোকুলৰ পৰা ঘূৰি আহিলত তেওঁক লগত লৈ কৃষ্ণ কুব্জাৰ গৃহত উপস্থিত হয় গৈ। এইখিনিতে মহাপুৰুষে কুব্জা বা সৈৰিন্ধ্ৰীৰ বিচিত্ৰ মন্দিৰৰ (বাসগৃহ ) বৰ্ণনা কাব্যিক ভাষাৰে দিছে। কুব্জা কৃষ্ণৰ আগমন প্ৰতীক্ষাত আছিল। তেওঁ কৃষ্ণ আৰু উদ্ধৱক যথোচিত অভ্যৰ্থনা আৰু পূজা কৰাৰ পাচত নানান অলংকাৰ আৰু বস্ত্ৰেৰে সুশোভিতা হৈ কৃষ্ণক পতি ৰূপত সেৱা কৰে। যেনে—

"মনুষ্য চেষ্টাক দেখাই কৃষ্ণ পাছে
শয্যাত ভৈলা প্ৰবেশ।
সৈৰিন্ধ্ৰীও আনি দিব্য অলঙ্কাৰ
পিন্ধিল বস্ত্ৰ অশেষ ॥
মুখে পীয়া গন্ধে কৰ্পূৰে কুঙ্কুমে
ভূষিত কৰিয়া দাস।

কপূৰ্ব তাম্বূলে ভুঞ্জি অনুৰাগে
চাপিয়া কৃষ্ণৰ পাশ ॥

কটাক্ষ ছটায়ে কৃষ্ণক চাহিয়া
হাসিয়া লাজে নমাতে।

আইস্ বুলি কৃষ্ণে কঙ্কনে ভূষিত
কৰত ধৰিয়া হাতে ॥

শয্যাক আনিয়া আশেষ ক্ৰীড়িলা
কৃষ্ণে পূৰি তাইৰ মতি।

চন্দন অৰ্পন পুণ্যেসে পাইলন্ত
ঈশ্বৰ কৃষ্ণক পতি ॥"

কৃষ্ণক চন্দন চৰ্চিত কৰাৰ বাহিৰে কুব্জাব আন কোনো পুণ্য নাহিল। অথচ এই যৎসামান্য কৃষ্ণ সেৱা আৰু নিজৰ ঐকান্তিক ভক্তিৰ বলত কেনেকৈ কুব্জাৰ মনোবাঞ্ছা পূৰণ হল তাকেই এই খণ্ডটিত বিশেষভাৱে দেখুওৱা হৈছে। তেবাই কুব্জাৰ কাহিনীৰ উদাহৰণ দি কৈছে—

"কৃষ্ণৰ কিঙ্কৰে ৰচিলা শঙ্কৰে
শুনিয়োক সবে নৰ।

অতি অল্প সেৱা মাত্ৰতে সন্তোষ
হেন সে কৃষ্ণ ঈশ্বৰ।।"

চন্দন অৰ্পণ বিনে কুবুজাৰ
আন কিছু পুণ্য নাই।

এতেকতে কেন দেখিয়ো পৰম
প্ৰসাদ পাইলেক তাই ॥

যিটো অনুক্ষণে শ্ৰৱন কীৰ্ত্তনে
ভজে এক চিত্তে হৰি।
তাহাৰ ভাগ্যক কহন নযায়
ডাকি বোলা হৰি হৰি ॥"

---

চতুৰ্দ্দশ খণ্ড | অক্ৰুৰৰ বাঞ্ছা পূৰণ

মূল ভাগবত ৪৮শ অধ্যায়ৰ পৰা কাহিনীভাগ লৈ শ্ৰীমন্ত শংকৰে কীৰ্ত্তনৰ অক্ৰুৰৰ বাঞ্ছা পূৰণ খণ্ড ৰচনা কৰে। ইয়াত মাত্ৰ এটা ঘোষা আৰু বাৰ ফাঁকি পদ আছে। কংসই কৃষ্ণ বলৰামক হত্যা কৰাৰ মানসেৰে আয়োজন কৰা ধনুৰ্যজ্ঞলৈ দুই ককাইক আনিবলৈ অক্ৰুৰক পঠায় অক্ৰুৰে কংসৰ অত্যাচাৰৰ সম্যক কাহিনী কৃষ্ণক বহলাই কয় আৰু কংসক নিধন কৰিবলৈ তেওঁক প্ৰেৰণা যোগায়। তেওঁ কৃষ্ণ বলৰামক মথুৰালৈ লৈ আছে। বাটত সন্ধ্যা তৰ্পণ কৰোতে যমুনা নৈৰ পানীত তেওঁ কৃষ্ণৰ স্বৰূপ দেখিবলৈ পায় আৰু তেওঁ কৃষ্ণৰ মহাভক্তৰূপে পৰিগণিত হয়। মথুৰা পালত অক্ৰুৰে কৃষ্ণ-বলৰামক তেওঁৰ গৃহলৈ আহ্বান কৰে, কিন্তু কৃষ্ণই আগে কাৰ্য সিদ্ধি (কংস বধ) কৰিহে পাচত তেওঁৰ বাঞ্ছা পূৰণ কৰিব বুলি কথা দিয়ে। কংস বধৰ পাচত সেইমতে বলৰাম আৰু উদ্ধৱক লগত লৈ কৃষ্ণ অক্ৰুৰৰ গৃহলৈ যায়। অক্ৰুৰে কৃষ্ণ বলৰামৰ পাব পখালি পাদোদক লৈ নানান পূজা স্তুতিৰে তেওঁৰ সেৱা কৰে। তেওঁৰ ভক্তিত পৰম প্ৰীত হৈ তেওঁক পঞ্চ পাণ্ডৱৰ খা-খবৰ লবলৈ হস্তিনাপুৰলৈ পঠায়। সেই সময়ত ৰজা

পাণ্ডুৰ মৃত্যু হৈছিল আৰু মাতৃ কুন্তীৰ সহিতে পঞ্চপাণ্ডৱে কৌৰৱৰ হিংসাৰ বলি হৈ নানান জীয়াতু ভোগা বুলি কৃষ্ণলৈ বতৰা আহিছিল। এইদৰে অক্ৰূৰৰ মনোবাঞ্ছা পূৰণ কৰি কৃষ্ণ আপোন গৃহলৈ গুচি গল। মহাপুৰুষে লিখিছে—

"অক্ৰূৰক হেন প্ৰবোধ বুলিয়া
প্ৰণয়ে ৰঞ্জিয়া চিত্ত।
আপোন গৃহক চলি গৈলা পাছে
উদ্ধৱ ৰাম সহিত॥
তাহান চৰণে ভকতি কৰিলে
সিজিবে সমস্ত কাম।
হৰিসে পৰম বান্ধৱ জানিয়া
লৈয়ো তান সদা নাম॥

———

## প্ৰথম ভাগ

শ্ৰীমন্ত শংকৰে মূল ভাগৱতৰ দশম স্কন্ধৰ ৫০ তম্ অধ্যায়ৰ পৰা কাহিনী লৈ কীৰ্ত্তনৰ জৰাসন্ধৰ যুদ্ধ খণ্ডটো ৰচনা কৰিছে। ইয়াত মুঠতে তিনিটা ঘোষা আৰু সাতচল্লিশটা পদ আছে। পাটবাউসীত থাকোঁতে তেৰাই এই খণ্ডটো ৰচনা কৰে।

মগধৰাজ জৰাসন্ধই নিজৰ দুই দুহিতা আস্থি আৰু প্ৰাপ্তিক কংসলৈ বিয়া দিছিল। কংসৰ মৃত্যুৰ পাচত বিধবা দুহিতা দুগৰাকীয়ে পিতাক জৰাসন্ধক নিজৰ দুখ-দুৰ্গতিৰ কথা ইনাই বিনাই কলত কৃষ্ণৰ ওপৰত প্ৰতিশোধ লবলৈ জৰাসন্ধই এবাৰ দুবাৰ নহয় ওঠৰ বাৰ কেবা অক্ষৌহিনীও, পদাতিক সৈন্যেৰে মথুৰা আক্ৰমণ কৰে। সেই সময়ত কৃষ্ণই কংসৰ জনক উগ্ৰসেনক মথুৰাৰ সিংহাসনত থাপিছিল। যাদৱ সকল সমন্বিতে কৃষ্ণ তেতিয়া মথুৰাতে আছিল। কিন্তু প্ৰতি আক্ৰমনতে কৃষ্ণৰ সেনা বাহিনীৰ হাতত জৰাসন্ধৰ সেনা বাহিনীৰ পৰাজয় ঘটে। বলৰামৰ লগত যুদ্ধ কৰি কেবা বেলিও জৰাসন্ধ মৃত্যুৰ মুখত পৰিছিল; কিন্তু কৃষ্ণৰ সংকেতত আৰু আকাশবাণীৰো নিৰ্দ্দেশত বলৰামে জৰাসন্ধক প্ৰাণে নেমাৰি এৰি দিছিল। এই খণ্ডত মহাপুৰুষে কৃষ্ণ-জৰাসন্ধৰ মাজত হোৱা যুদ্ধখনৰ সুন্দৰ বৰ্ণনা দিছে। বিশেষকৈ তৃতীয় কীৰ্ত্তনত তেৰাই ঝুমুৰি ছন্দত কৰা বলৰাম আৰু জৰাসন্ধৰ মাজত হোৱা যুদ্ধখনৰ বৰ্ণনাত তেৰাৰ কাব্য ৰচনাৰ শক্তিৰ যথেষ্ট পৰিপক্কতা সূচাইছে।

— · —

## দ্বিতীয় ভাগ

ভাগৱতৰ দশম স্কন্ধৰ ৫১ তম্ অধ্যায়ৰ পৰা বিষয়-বস্তু লৈ মহাপুৰুষে কীৰ্ত্তনৰ কাল-যৱন বধ খণ্ডটো ৰচনা কৰে। ইয়াত দুটো ঘোষা আৰু একৈশটি পদ আছে।

যৱনৰাজ কালযৱন যাদৱ সকলৰ অবধ্য আছিল। কৃষ্ণ আৰু বলৰামক যুদ্ধত পৰাস্ত কৰিব নোৱাৰি জৰাসন্ধই কালযৱনক কৃষ্ণ বলৰামৰ বিপক্ষে যুদ্ধৰ সেনাপতি নিয়োগ কৰিলে। সেয়ে কথা বিষম দেখি কৃষ্ণ বলৰামে পৰামৰ্শ কৰি দ্বাৰকা নগৰখন সুৰক্ষিত-ভাৱে নিৰ্মাণ কৰিলে আৰু সমস্ত যাদৱকুলক তাতে থলে। কৃষ্ণ নিজে মথুৰাত থাকিল। কালযৱনক দেখি কৃষ্ণই পৰম মনোহৰ ৰূপ লৈ শুদা হাতেৰে কালযৱনৰ সন্মুখেৰে পলাই যাবলৈ ধৰাত কালযৱনেও নিৰস্ত্ৰ হৈ কৃষ্ণৰ পাছ ললে। গৈ গৈ কৃষ্ণ হিমালয়ৰ গুহা এটাত সোমাল। কালযৱনেও তাত সোমাই দেখিলে যে গুহাৰ ভিতৰত কোনোবা এজন শুই আছে। কৃষ্ণ বুলি ঠাৱৰ কৰি শুই থকা জনকে তেওঁ ভালকৈ গোৰ এটা সোধালে। সেইজন আছিল ৰজা মান্ধাতাৰ পুত্ৰ মুচুকুন্দ। মুচুকুন্দই সাৰ পাই এনে ক্ৰোধ দৃষ্টিৰে কালযৱনলৈ চালে যে তেওঁৰ চকুৰ জুইত কালযৱন ছাই হৈ গল। কালযৱন বধত শঙ্কৰদেৱে দ্বাৰকা নগৰীৰ শোভা আৰু কাৰুকাৰ্য্য ৰাশি আৰু কৃষ্ণৰ চতুৰ্ভুজী ৰূপ অতি কাব্যিক ভাৱে মোহনীয়কৈ বৰ্ণাইছে।

---

## তৃতীয় ভাগ

কীৰ্তনৰ এই খণ্ডটো গুৰুজনাই ভাগৱতৰ দশম স্কন্ধৰ ৫১ তম্ অধ্যায়ৰ পৰা ভাঙিছে। ইয়াত মুঠ চাৰিটা ঘোষা আৰু একাৱনটা পদ আছে।

মুচুকুন্দই দৃষ্টিপাত কৰা মাত্ৰকে কালযৱন ভস্মীভূত হ'ল বুলি শুনি ৰজা পৰীক্ষিতে শুকক মুচুকুন্দৰ পৰিচয় বিচাৰিলে। শুকেও তেওঁৰ পৰিচয় ব্যাখ্যা কৰিলে। কালযৱন বিনষ্ট হোৱাৰ পাচত কৃষ্ণই মুচুকুন্দক দেখা দিয়ে আৰু মুচুকুন্দই তেওঁৰ সেই নৱ ঘনশ্যাম চতুৰ্ভুজ মূৰ্তি অৱলোকন কৰি কৃষ্ণক তেওঁৰ পৰিচয় সোধে। মুচুকুন্দই নিজেও নিজৰ পৰিচয় কৃষ্ণক নিবেদন কৰে। কৃষ্ণই মুচুকুন্দক নিজৰ কৃষ্ণ-জন্মৰ উদ্দেশ্য আৰু কংস বধ আদিৰ কথা বিবৰি কয়। মুচুকুন্দই তেতিয়া নানাভাৱে হৰিভক্তিৰ মহিমা বৰ্ণাই বৰ্ণাই কৃষ্ণৰ স্তুতি কৰে। স্তুতিৰ অন্তত সন্তুষ্ট হৈ কৃষ্ণই মুচুকুন্দক পাপ ক্ষয়ৰ বাবে তেওঁকে (কৃষ্ণকে) আৰাধনা কৰিবলৈ নিৰ্দেশ দিয়ে, কিয়নো ক্ষত্ৰিয় ধৰ্ম আচৰি থকা বাবে মুচুকুন্দই বহুতো প্ৰাণী বধ কৰিব লগা হৈছে। সেইমতে মুচুকুন্দই বদৰিকাশ্ৰমলৈ গৈ ভগৱৎ আৰাধনাত নিমজ্জিত হয়। ইয়াৰ পাচত কৃষ্ণই মথুৰালৈ উভতি আহি মথুৰা অৱৰোধ কৰি থকা তিনি কোটী যৱন সেনাক নিধন কৰে। পাচত জৰাসন্ধই তেইছ অক্ষৌহিণী সৈন্যেৰে কৃষ্ণ বলৰামক আক্ৰমণ কৰাত তেওঁলোক পলাই গৈ এখন পৰ্বতত আশ্ৰয় লয়। পৰ্বতখন চাৰিওফালে সৈন্যৰ দ্বাৰা পৰিবেষ্টিত কৰি জৰাসন্ধই জুই লগাই দিয়ে। তেতিয়া জৰাসন্ধ আৰু সৈন্যবোৰৰ অলক্ষিতে, কৃষ্ণ-বলৰামে

পৰ্বতৰ পৰা জাপ মাৰি সমতলত পৰোহি আৰু দ্বাৰকালৈ গুচি যায়। কৃষ্ণ বলৰাম পুৰি মৰিল বুলি ঠাৱৰ কৰি জৰাসন্ধও মগধলৈ ঘূৰি আহে। ইয়াতো শ্ৰীমন্ত শংকৰে শ্ৰীকৃষ্ণৰ ৰূপ আৰু মুচুকুন্দৰ স্তুতি অতি কাব্যিক ভাষাৰে বৰ্ণাইছে।

---

| ষোড়শ খণ্ড | স্যমন্তক হৰণ |
|---|---|

দ্বাৰকা-লীলা

স্যমন্তক হৰণ কীৰ্ত্তন-ঘোষাৰ এটা অতি সৰ্বজনপ্ৰিয় আৰু মনোৰম খণ্ড। মূল ভাগৱতৰ দশম স্কন্ধৰ সপ্তম অধ্যায়ৰ পৰা গুৰুজনাই ইয়াৰ কাহিনীভাগ সংগ্ৰহ কৰিছে। ইয়াত মুঠতে নটা ঘোষা আৰু ঊনাশীটা পদ আছে।

যদুবংশীয় সত্ৰাজিতে সূৰ্য্যৰ পৰা সুবৰ্ণপ্ৰসূ স্যমন্তকমণি লাভ কৰে। এই মণি যেয়ে সেয়ে ধাৰণ কৰাৰ উপযুক্ত নহয় বাবে শ্ৰীকৃষ্ণই সত্ৰাজিতক মণিটো খোজে। সত্ৰাজিতে কিন্তু শ্ৰীকৃষ্ণক মণিটো নিদি ভায়েক প্ৰসেনজিতকহে দিয়ে। মণিটো পিন্ধি প্ৰসেনজিৎ মৃগয়ালৈ যাওঁতে সিংহ এটাই তেওঁক হত্যা কৰি মণিটো লয়। সিংহক আকৌ ভালুকৰ ৰজা জাম্বুৱন্তই হত্যা কৰি মণিটো নিয়ে আৰু পুত্ৰ সুকুমাৰক উমলিবলৈ দিয়ে। ইফালে সত্ৰাজিতে সন্দেহবশতঃ প্ৰচাৰ কৰিলে যে তেওঁ যেহেতু কৃষ্ণক স্যমন্তক মণিটো নিদিলে, গতিকে কৃষ্ণই নিশ্চয় প্ৰসেনক হত্যা কৰি মণিটো হাত কৰিছে। নিজৰ কলংক মোচনৰ বাবে এইবেলি কৃষ্ণ নিজেই মণিটো বিচাৰি ওলাল আৰু প্ৰসেনজিতৰ হত্যাৰ আঁত ধৰি ধৰি

জাম্বুৱন্তৰ গুহাত উপস্থিত হ'লগৈ। সম্পূৰ্ণ ২৮ দিন জাম্বুৱন্তৰ লগত যুদ্ধ কৰি শেষত কৃষ্ণই তেওঁক পৰাস্ত কৰে। জাম্বুৱন্তই তেতিয়া কন্যা জাম্বৱতীক কৃষ্ণলৈ বিয়া দি স্যমন্তক মণিটো যৌতুক স্বৰূপে অৰ্পণ কৰে।

আনহাতে কৃষ্ণৰ লগত যোৱা সঙ্গীসকলে বাৰ দিনলৈ গুহা-মুখত অপেক্ষা কৰি কৃষ্ণ ওলাই নহা দেখি উভতি গৈ দ্বাৰকাত এই সংবাদ দিয়েগৈ। খবৰ শুনি বসুদেৱ সমন্বিতে দ্বাৰকাবাসীয়ে কৃষ্ণৰ শোকত ম্ৰিয়মান হৈ তেওঁৰ মঙ্গলৰ আৰু প্ৰত্যাগমনৰ বাবে মহামায়া দুৰ্গাৰ পূজা কৰে। যিহ'ক—স্যমন্তক সমন্বিতে সস্ত্ৰীক কৃষ্ণ উভতি অহাত দ্বাৰকাবাসী আনন্দাপ্লুত হয়। সত্ৰাজিতেও সকলো কথাকে জানিব পাৰি কৃষ্ণক মিছা অপবাদ দিয়া বাবে তেওঁৰ মনোৰঞ্জনাৰ্থে নিজৰ কন্যা সত্যভামাক কৃষ্ণলৈ বিয়া দিয়ে। স্যমন্তক মণিটো কৃষ্ণই সত্ৰাজিতকে দি দিয়ে।

এইয়া হ'ল স্যমন্তক হৰণৰ থূল-মূল কাহিনী। ইয়াৰ পৰা স্যমন্তক মণি সম্বলিত এই খণ্ডটোৰ নাম মহাপুৰুষে কিয় স্যমন্তক হৰণ দিলে তাক বুজিবলৈ টান হয়। কাৰণ কৃষ্ণই জাম্বুৱন্তৰ পৰা মণিটো হৰণ কৰি অনা নাই। যৌতুকহে পাইছে। সত্ৰাজিতে অৱশ্যে প্ৰসেনজিতক হত্যা কৰি কৃষ্ণই মণিটো কাঢ়ি নিয়া বুলি ভাবিছিল। কিন্তু আচলতে ঘটনা সেইটোও নহয়। যি হওক স্যমন্তক হৰণত কৃষ্ণ আৰু জাম্বুৱন্তৰ যুদ্ধ আৰু ৰুক্মিণীৰ শোকৰ বৰ্ণনাত মহাপুৰুষৰ কাব্যিক চিত্তাকৰ্ষতা প্ৰস্ফুটিত হৈছে।

———

এই খণ্ডৰ কাহিনী মূল ভাগৱতৰ দশম স্কন্ধৰ ঊনসত্তৰ অধ্যায়ৰ পৰা আহৰিত হৈছে। ইয়াত মুঠ পাঁচটা ঘোষা আৰু একাৱনটা পদ আছে। ভগবান শ্ৰীকৃষ্ণই ইয়াত নাৰদক গৃহস্থি ধৰ্মৰ আহি আৰু তাৎপৰ্য্য প্ৰদৰ্শন কৰিছে। এইসমূহ বৰ্ণাবলৈ মাওঁতে মহাপুৰুষে ইয়াত অতুলনীয় ৰসৰ সঞ্চাৰ কৰিছে। ইয়াৰ প্ৰথম কীৰ্ত্তনত শ্ৰীকৃষ্ণই শিশুপাল প্ৰমুখ্যে ৰজাসকলক পৰাজিত কৰা, ৰুক্মিনী হৰণ, ৰুক্মক পৰাজিত কৰা, নৰকাসুৰক পৰাস্ত কৰি ষোল্ল হেজাৰ নাৰীক উদ্ধাৰ কৰা, পাৰিজাত হৰণ কৰা আৰু ফলত ইন্দ্ৰৰে সৈতে যুদ্ধ কৰা আদি কাৰ্য্য সমাপন কৰাৰ পাচত ষোল্ল হেজাৰ কন্যাক বিয়া কৰাই দ্বাৰকাত গৃহস্থি ধৰ্ম পালন কৰাৰ কথা থোৰতে বৰ্ণোৱা হৈছে। দ্বিতীয় কীৰ্ত্তনত কৃষ্ণৰ আশ্চৰ্য্য মহিমাৰ কথা শুনি নাৰদ মুনিয়ে কৃষ্ণ দৰ্শনাৰ্থে দ্বাৰকালৈ আহি দ্বাৰকাৰ অপূৰ্ব্ব ৰূপ দৰ্শন কৰিছে। দ্বাৰকা নগৰীৰ সুন্দৰ বৰ্ণনা ইয়াত দিয়া হৈছে। তৃতীয় কীৰ্ত্তনত কৃষ্ণই নাৰদৰ ভৰি-হাত ধুৱাই পাদোদক শিৰত লৈ মুনিক আদৰিছে আৰু তেওঁৰ আগমনৰ হেতু বিচাৰিছে। নাৰদে কৃষ্ণৰ চৰণ-দৰ্শন বিনে অন্য উদ্দেশ্য নাই বুলি উত্তৰ দিছে।

পিচৰ দুই কীৰ্ত্তনত নাৰদে দ্বাৰকা পুৰীৰ বিভিন্ন গৃহত কৃষ্ণই বিভিন্ন গৃহস্থী কাৰ্যত লিপ্ত থকাৰ দৃশ্য অৱলোকন কৰি ঘূৰি ফুৰিছে। যেনে—এটা গৃহত কৃষ্ণই ভাৰ্য্যাৰে সৈতে পাশা খেলিছে আৰু উদ্ধৱে দৰ্শকৰূপে খেল উপভোগ কৰিছে, এটাত শিশুসকলক ওমলাইছে, এটাত স্নানৰ উদ্যোগ কৰিছে, এটাত হোম কৰিছে আৰু ব্ৰাহ্মনসকলক ভোজন কৰাই নিজে ভুঞ্জাৱশেষ

ভোজন কৰিছে, এটাত গায়ত্ৰী জপি মৌন হৈ বহি আছে, এটাত তেওঁ শুই আছে আৰু ভাটসকলে তেওঁৰ স্তুতি গাইছে, এটাত মন্ত্ৰীসকলেৰে তেওঁ মন্ত্ৰণা কৰিছে, এটাত ৰমণীসকলেৰে সৈতে তেওঁ জলক্ৰীড়া কৰিছে, ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰি আনি এটাত ধেনু দান কৰিছে, এটাত পুৰাণ আদি শাস্ত্ৰ আলোচনা কৰিছে, এটাত পৰমাত্মাক চিন্তা কৰিছে, এটাত পুত্ৰ-কন্যাসকলৰ বিবাহ কাৰ্য্য সম্পন্ন কৰিছে, এটাত ৰথত চৰিছে, এটাত হাতীত উঠিছে, এটাত ঘোৰাত উঠি মৃগয়ালৈ যাবলৈ প্ৰস্তুত হৈছে। এই কাৰ্য্য-কলাপসমূহ দেখাৰ পাচত নাৰদে কৃষ্ণত সম্পূৰ্ণভাৱে আত্ম সমৰ্পণ কৰি কৈছে—"প্ৰভু! মই তোমাৰ চৰণৰ দাস। তোমাৰ মায়াৰ কথা মই সমস্তকে জানো। তোমাৰ যশ-কীৰ্ত্তি প্ৰচাৰ কৰি বীণা বজাই বজাই মই ত্ৰিলোকত ঘূৰি ফুৰোঁ। তুমি এই কথা জানা। তুমি মোক আৰু কি ভুৰুকিয়াবা?" তেতিয়া কৃষ্ণই নাৰদক কৈছে—"মই সকলো জানোঁ, নাৰদ তুমি মোৰ মহা ভক্ত। মই তোমাৰ মাজেৰে লোকক গৃহস্থী ধৰ্মৰ ভেদ শিকাইছোঁ। তুমি যেন কোনো খেদ নকৰা।"



মূল ভাগৱতৰ দশম স্কন্ধৰ উনানব্বৈ অধ্যায়ৰ পৰা এই খণ্ডৰ আখ্যান ভাগ অনা হৈছে। ইয়াত মুঠ চাৰিটা ঘোষা আৰু বাৰান্নটা পদ আছে। কৃষ্ণ আৰু অৰ্জ্জুনে লোকালয়ৰ সিপাৰৰ ঘোৰ অন্ধকাৰৰ মাজেৰে গৈ ভগবান বিষ্ণুৰ সমীপত উপস্থিত হোৱাৰ বৰ্ণনা ইয়াত দিয়া হৈছে। এই বৰ্ণনাত বীৰত্ব আৰু শক্তিৰ মহত্ব প্ৰকাশ পাইছে।

এজন ব্ৰাহ্মণৰ পুত্ৰ সন্তান ওপজা মাত্ৰেই মৃত্যু হয়। এটা বা দুটা নহয়-নটা। প্ৰতিবাৰেই ব্ৰাহ্মণে মৃত পুত্ৰটি ৰজাৰ ওচৰলৈ লৈ গৈ ৰজাক ভৎসনা কৰি কৰি কান্দে। তেওঁৰ অভিমত যে ৰজাৰ দোষতহে তেওঁৰ পুত্ৰসকলৰ মৃত্যু হয়। এদিন কৃষ্ণ আৰু অৰ্জ্জুন বহি আছে। এনেতে পুত্ৰ শোকাকুল ব্ৰাহ্মণক সেইফালেৰে যোৱা দেখিবলৈ পাই অৰ্জ্জুনে তেওঁৰ শোকৰ কাৰণ কি সুধিলে। ব্ৰাহ্মণে আদ্যোপান্ত কলত অৰ্জ্জুনে তেওঁক প্ৰতিজ্ঞা কৰি কলে যে অহাবেলিলৈ তেওঁ ব্ৰাহ্মণৰ পুত্ৰক নিশ্চয় ৰক্ষা কৰিব। পিচৰবাৰ ব্ৰাহ্মণীৰ প্ৰসৱৰ সময় উপস্থিত হোৱাৰ লগে লগে তেওঁ অৰ্জ্জুনক খবৰ দিলেহি। অৰ্জ্জুনে গাণ্ডীৱত শৰ সংযোজনা কৰি শৰৰ দ্বাৰা গোটেইটো সূতিকা গৃহ ঢাকি গেলালে যাতে বিপ্ৰপুত্ৰৰ প্ৰাণ নিবলৈ কেনিও সুৰুঙা নোলায়। কিন্তু এইবেলি ব্ৰাহ্মণৰ পুত্ৰতো মৰিলেই, আনকি মৃত দেহটোও অন্তৰ্ধান হৈ গল। ব্ৰাহ্মণে তেতিয়া নপুংসক আদি আখ্যা দি নানাভাবে অৰ্জ্জুনক ভৎসনা কৰিবলৈ ধৰিলে। অতিষ্ঠ আৰু দুঃখীত হৈ অৰ্জ্জুনে যমৰ নগৰীলৈ গৈ ব্ৰাহ্মণৰ পুত্ৰসকলক বিচাৰিলে ; কিন্তু তেওঁলোক তাত নোলাল। তাৰ পিচত অৰ্জ্জুনে বিপ্ৰ পুত্ৰসকলক বিচাৰি বিচাৰি ইন্দ্ৰ, অগ্নি, বায়ু, বৰুণ, চন্দ্ৰ আদি দেৱতাসকলৰ লোক সকল বিচাৰি চলাথ কৰিলে। তাতো নাই। সাতখন পাতাল পিতৃ

পিতকৈ বিচাৰি ফ্‌ৰিলে। তাতো নোলাল। অৰ্জ্জুন দ্বাৰকালৈ ঘূৰি আহিল আৰু নিজৰ অঙ্গীকাৰ ৰক্ষা কৰিব নোৱাৰাৰ গ্লানিত জুইত জাপ দি আত্ম বিসৰ্জ্জন দিবলৈ ওলাল। কৃষ্ণই তেতিয়া বিপ্ৰপুত্ৰসকলক বিচাৰি উলিয়াব বুলি আশ্বাস দি অৰ্জ্জুনক আত্মদ্ৰোহৰ পৰা নিবৃত্ত কৰিলে।

ৰথত উঠি কৃষ্ণ আৰু অৰ্জ্জুনে উত্তৰৰ ফালে যাবলৈ ধৰিলে। সাতখন পৃথিবী আৰু সাতখন সাগৰ পাৰ হৈ তেওঁলোক ঘোৰ অন্ধকাৰৰ মাজত সোমাল। সেই অন্ধকাৰ ভেদ কৰি তেওঁলোকে মহা-জ্যোতিৰ ৰাজ্যত প্ৰবেশ কৰিলে। জ্যোতিৰ ৰাজ্য পাৰ হৈ বায়ুৰ দ্বাৰা থোকি বাথো হৈ থকা জলৰ মাজত তেওঁলোক সোমালগৈ। সেই জলৰ অভ্যন্তৰত এটা দিব্য জ্যোতিপূৰ্ণ ঘৰৰ ভিতৰত ও সহস্ৰ ফণা মেলি অনন্ত নাগে বিৰাজ কৰিছে। তেওঁৰ কোলাৰ সুখাসনত বহি আছে পীতবস্ত্ৰ শোভিত নাৰায়ণ। সুনন্দ প্ৰমুখ্যে তেওঁৰ পাৰিষদবৰ্গই নিশব্দে তেওঁৰ উপাসনা কৰিছে। কৃষ্ণ আৰু অৰ্জ্জুনে নাৰায়ণক দণ্ডবতেৰে প্ৰণাম কৰিলে। নাৰায়ণে কৃষ্ণাৰ্জ্জুনক কলে—"তোমালোক দুয়ো নৰ-নাৰায়ণ সদৃশ। ব্ৰহ্মাৰ অনুৰোধনতে ধৰ্ম আৰু ব্ৰাহ্মণৰ ৰক্ষাৰ হেতু তোমালোকে মনুষ্যৰূপে পৃথিবীত অৱতীৰ্ণ হৈছা। তোমালোকৰ কৰ্ম সমাপন কৰি সত্বৰে তোমালোক মোৰ সমীপলৈ আহাহক। তোমালোকক বহুদিন দেখা নাই বাবে বিপ্ৰপুত্ৰসকলক ইয়ালৈ লৈ অনা হল। এইয়া লোৱা, বিপ্ৰৰ দশপুত্ৰৰ সদৌটিকে মই তোমালোকক ঘূৰাই দিছোঁ।"

কৃষ্ণাৰ্জ্জুনে বিপ্ৰপুত্ৰ সমেত পৰম হৰিষে দ্বাৰকালৈ উভতি আহিল আৰু ব্ৰাহ্মণক তেওঁৰ সন্তান সকল প্ৰত্যৰ্পণ কৰিলে। অৰ্জ্জুনে সদায় এটা অহমিকাৰ ভাৱ পোষণ কৰিছিল যে তেওঁৰ সমান বীৰ আৰু কতো নাই। সেয়ে তেওঁ সকলো বীৰকে অৱজ্ঞা কৰিছিল। ইয়াত ভগবানে তেওঁৰ সেই অহমিকা খৰ্ব্ব কৰিছে।

— - —

মূল ভাগৱতৰ দশম স্কন্ধৰ ৪০-৮১ অধ্যায়ৰ পৰা কাহিনীভাগ লৈ মহাপুৰুষে কীৰ্ত্তনৰ এই খণ্ডটো ৰচিছে। ইয়াত চাৰিটা ঘোষা আৰু পয়ত্ৰিশটা পদ আছে। হৰিভক্তিৰ চৰম নিদৰ্শন ইয়াত উপস্থাপিত কৰা হৈছে। মূলতকৈ কিছু সাল সলনি কৰি তেৰাই ইয়াৰ আখ্যান ভাগ গঢ় দিছে। সহপাঠী বাল্যবন্ধুৰ প্ৰতি কেনে আন্তৰিকতা আৰু প্ৰেম থাকিব পাৰে সেই কথাও ইয়াত পৰিস্ফুট হৈছে। কৃষ্ণ আৰু দামোদৰ ব্ৰাহ্মণৰ ছাত্ৰকালৰ সোঁৱৰণিৰ বৰ্ণনা অতি উপভোগ্য।

দামোদৰ নামৰ এজন অতি দুখীয়া, এসাজ খাই এসাজ নোখোৱা ব্ৰাহ্মণ আছিল। লৰাকালত তেওঁ সান্দীপনি মুনিৰ আশ্ৰমত শ্ৰীকৃষ্ণৰে সৈতে লেখা-পঢ়া কৰিছিল। তাকেই সোঁৱৰাই দি ব্ৰাহ্মণীয়ে এদিন ব্ৰাহ্মণক কলে যে তেওঁৰ বাল্যবন্ধু শ্ৰীকৃষ্ণই তেতিয়া দ্বাৰকাত মহা পয়োভৰেৰে দিন যাপন কৰিছে আৰু তেওঁৰ ওচৰলৈ গৈ ব্ৰাহ্মণে নিজৰ দুঃখ দুৰ্দ্দশাৰ কথা কৈ কিছু ধন-সম্পত্তি লৈ আহিব পাৰে। দয়ালু কৃষ্ণই বাল্যবন্ধুক কেতিয়াও নিৰাশ নকৰিব। ব্ৰাহ্মণৰ মনত কিন্তু ধন-সম্পত্তিৰ কোনো লালসা নাছিল। তেওঁ ভাবিছিল যে দ্বাৰকালৈ গলে তেওঁৰ বাল্যবন্ধু ভগবান শ্ৰীকৃষ্ণৰ দৰ্শন লাভ হব। সেয়ে হব তেওঁৰ পক্ষে মহালাভ। তেওঁ যাবলৈ মনস্থ কৰি ব্ৰাহ্মণীক কিবা কিবি অলপ লগত নিবলৈ যতনাই দিবলৈ কলে। ব্ৰাহ্মণীয়ে মাগি অনা চাউলেৰে সান্দহ গুৰি অলপ প্ৰস্তুত কৰি ফটা কানি এডোখৰতে টোপোলা বান্ধি আঠেঁৰেঠে কৃষ্ণলৈ বুলি ব্ৰাহ্মণক দিলেহি।

দামোদৰ দ্বাৰকা পালেগৈ আৰু কতো এধানমানা বাধা নোপোৱাকৈ শ্ৰীকৃষ্ণৰ অন্তেসপুৰত উপস্থিত হ'ল। সেই সময়ত কৃষ্ণই ভাৰ্য্যা সব্যাৰে সৈতে বিহাৰ কৰি আছিল। দামোদৰক দেখিয়েই তেওঁ ধাল্যবন্ধুক সাবটি ধৰিলে। পাচত দামোদৰক সোণৰ খাটত বহুৱাই নিজ হাতে ভৰিহাত ধুৱাই পাদোদক শিৰত ললে আৰু ধূপ-ধুনা, চন্দন, তাম্বুল, কপূৰ্ৰ আদিৰে পূজা সেৱা কৰি তেওঁৰ সোধ পোচ কৰিলে। দুই বন্ধুৰ মাজত অতীতৰ বহু কথাই ওলাল কেনেকৈ গুৰুপত্নীৰ আদেশত তেওঁলোকে বনলৈ খৰি লুৰিবলৈ গৈছিল, ঘূৰি আহোঁতে সন্ধিয়া বেলা কেনেকৈ প্ৰবল ধুমুহা বৰষুণ দিছিল, কেনেকৈ তেওঁলোকে বাট হেৰুৱাই ৰাতিৰ ৰাতিটো জঙ্গলতে ঘূৰি ফুৰিছিল, পিচদিনা পুৱা সান্দীপনি মুনিয়ে কেনেকৈ তেওঁলোকক বিচাৰি উলিয়াইছিল, গুৰুভক্তিত সন্তুষ্ট হৈ কেনেকৈ মুনিয়ে আশীৰ্বাদ দি তেওঁলোকক বৰদান কৰিছিল --এইবোৰ কথা দুয়ো সুৰঁৰিলে।

হঠাতে শ্ৰীকৃষ্ণই ব্ৰাহ্মণে তেওঁৰ বাবে কি বস্তু আনিছে বিচাৰিলে। ব্ৰাহ্মণে কিন্তু ত্ৰিজগতৰ পতিক সামান্য সান্দহগুৰিৰ টোপোলাটো দিবলৈ লাজ কৰি নিৰুত্তৰ হৈ তলমূৰ কৈ ৰ'ল। তেতিয়া কৃষ্ণই নিজেই টোপোলাটো বিচাৰি উলিয়াই --"সখী, ইয়াত কি আনিছা চাওঁ" বুলি মেলি লৈ সান্দহগুৰি ধকা পাই পৰম তৃপ্তিৰে গলিয়াই গলিয়াই খাবলৈ ধৰিলে। পিচত যেনিবা সব্যাই টোপোলাটো হাতৰ পৰা কাঢ়ি নিলতহে তেওঁ ক্ষান্ত হ'ল। ৰাতিটো সোণৰ পালেঙত শুই স্বৰ্গসুখ ভোগ কৰি পিচদিনা পুৱা কৃষ্ণৰ পৰা বিদায় লৈ দামোদৰ ঘৰলৈ ঘূৰিল। তেওঁ কৃষ্ণক ধন-সম্পত্তি একোকে খুজিব নোৱাৰিলে। মনতে গুণিলে—"মই হেন দাল-দৰিদ্ৰ ব্ৰাহ্মণ এজনক গোসায়ে কেনে সুন্দৰকৈ সোধপোচ কৰিলে, আনকি প্ৰেমানীয়েও চামৰেৰে বিছিলে। ধন সম্পত্তি পালে মই

হয়তো তেওঁক একেবাৰে পাহৰি যাম। সেয়ে মই তেওঁৰ পৰা একো নিবিচাৰি ভালেই কৰিলোঁ।"

ঘৰৰ ওচৰ পাই দামোদৰ স্তম্ভিত হল। ইকি! তেওঁৰ সেই জুপুৰী ঘৰটো যে নাই! তাৰ ঠাইত আছে এটা বিৰাট অট্টালিকা সোণ-মৰকত-হীৰা খচিত, চাৰিও ফালে কুসুমিত উদ্যান, দাস-দাসীৰে ভৰপূৰ। তেওঁ থত্মত্ খালে। এনেতে ৰত্ন আভৰণেৰে ভূষিতা ব্ৰাহ্মণী ওলাই আহি হাতত ধৰি ব্ৰাহ্মণক ভিতৰলৈ আদৰি লৈ গ'ল। ব্ৰাহ্মণে দেখিলে যে অট্টালিকাৰ ভিতৰখন সোণৰ পালেং, সোণৰ আসন, দুগ্ধ ফেননিভ শয্যা, নানা ধৰণৰ খাদ্য-পানীয়েৰে ভৰপূৰ। তেওঁ বুজিলে যে সকলোবোৰ প্ৰভু কৃষ্ণৰহে কৃপা। ভগবানে ভক্তৰ অতি অলপকে বিস্তৰভাৱে গ্ৰহণ কৰে। সামান্য সান্দহ গুৰি এমুঠি খায়েই পৰম তৃপ্ত হৈ ভগবানে তেওঁক এই ধন-সম্পদ দিলে। হলেও জনমে জনমে যেন তেওঁ ভগবানৰ শ্ৰীচৰণৰ দাসহে হব পাৰে, এই ধন-সম্পত্তিৰ মোহে যেন তেওঁক প্ৰলোভিত কৰিব নোৱাৰে এয়েই তেওঁৰ বিভুৰ ওচৰত প্ৰাৰ্থনা

দামোদৰ বিপ্ৰই পত্নীৰে সৈতে সেই কৃষ্ণপ্ৰদত্ত ঐশ্বৰ্য বিভূতি ভোগ কৰিলে যদিও লাহে লাহে বিষয়ৰ মোহ এৰি তেওঁ একান্তমনে কৃষ্ণৰ চৰণ-ধ্যানত প্ৰবৃত্ত হৈ অন্তত কৃষ্ণতে লয়প্ৰাপ্ত হ'ল।

---

মূল ভাগৱতৰ দশম স্কন্ধৰ ৮৫ অধ্যায়ৰ পৰা কাহিনী ভাগ লৈ এই খণ্ডটো ৰচিত হৈছে। ইয়াত মুঠ তিনিটা ঘোষা আৰু পয়ত্ৰিশটা পদ আছে।

ইয়াৰ দ্বিতীয় ঘোষাত বলিয়ে কৃষ্ণক কৰা স্তুতিৰ বৰ্ণনা বৰ চিত্তাকৰ্ষক। এই স্তুতিয়ে পাঠকৰ মনকো ভুৰুন্তে ভগৱৎ-ভক্তিৰ ফালে আকৰ্ষণ কৰে। কৃষ্ণ আৰু বলৰামে সান্দীপনি মুনিৰ পুত্ৰক ঘুৰাই অনাৰ কথা জানিব পাৰি দৈৱকীয়েও কংসই মৰা তেওঁৰ ছটি পুত্ৰক যমৰ পৰা ওভোটাই আনিবলৈ বলৰাম আৰু কৃষ্ণক কাকুতি কৰিবলৈ ধৰিলে। তেওঁলোকে দৈৱকীৰ অনুৰোধ ৰাখিব বুলি প্ৰতিশ্ৰুতি দি যোগমায়াৰ বলত একে নিমিষতে পাতালৰ ৰজা বলিৰ ৰাজসভাত উপস্থিত হ'ল গৈ। দৈৱকীৰ পুত্ৰকেইটি পাতালত আছিল। বলিয়ে ৰাম-কৃষ্ণক বিধিমতে পূজা-অৰ্চনা স্তৱ-স্তুতি কৰি আগমনৰ কাৰণ সুধিলে। কৃষ্ণই কংসৰ হাতত মৃত্যু হোৱা দৈৱকীৰ পুত্ৰ ছয়জনৰ পূৰ্বজন্মৰ বৃত্তান্ত সমূহ (মৰীচি দ্ৰষ্টব্য) বলিক বিবৰি কৈ সেই পুত্ৰকেইটিক নিবলৈ অহা বুলি কলে। বলিয়ে অতি আনন্দেৰে পুত্ৰকেইটি কৃষ্ণক সমৰ্পণ কৰিলে। কৃষ্ণই তেওঁলোকক দ্বাৰকালৈ আনি দৈৱকীক দিলেহি। কৃষ্ণৰ প্ৰসাদত পাচত তেওঁলোক স্বৰ্গলৈ গুচি গ'ল।

———

এই খণ্ডত মহাপুৰুষে বেদৰ ভগৱন্ত-স্তুতিৰ সাৰভাগ অতি চমুকৈ বৰ্ণাইছে। মূল ভাগৱতৰ দশম স্কন্ধৰ ৮৭ অধ্যায়ৰ পৰা কথা ভাগ আনি মহাপুৰুষে মাত্র তিনিটা ঘোষাৰ চাব্বিশটা পদতে বেদস্তুতি সামৰিছে। কীৰ্ত্তন-ঘোষা গ্রন্থৰ ভূমিকাত ডঃ মহেশ্বৰ নেওগে কৈছে যে—বেদ স্তুতিৰ ভাঙনি কৰোঁতে ( বিশেষতে সমূহ ভকতৰ কীৰ্ত্তন প্রসঙ্গৰ বাবে তেনে কৰিব লগা হোৱাত ) সম্ভৱ পৰিমাণে সৰল কৰিবলৈ গৈ শঙ্কৰদেৱে মূলৰ অনেকখিনি তত্ত্ব-গধূৰ কথাকে বাদ দিছে। আনফালে আকৌ অনেক ঠাইত মূল শ্লোক এৰি শ্রীধৰ স্বামীৰ ব্যাখ্যাৰ ভিতৰৰ শ্লোকৰহে ভাঙনি মাথোন দিছে।——ইত্যাদি ইত্যাদি। যি হক ইয়াত অদ্বৈতবাদ সুন্দৰকৈ পৰিস্ফুট হৈছে, আৰু "এক দেৱ, এক সেৱ, এক বিনে নাই কেৱ" এই ভাৱৰ উপলব্ধি হৈ একমাত্র ভগবানৰ শ্রীচৰণতে আত্মসমৰ্পণ কৰাৰ বাসনা এই স্তুতিত প্রকট হৈ উঠিছে।

———

এই খণ্ডটো মহাপুৰুষে সাতটা ঘোষা আৰু এশ নটা পদত ৰচনা কৰিছে। ইয়াত ভগবান শ্ৰীকৃষ্ণৰ জীৱনৰ সমস্ত ঘটনাৰাজি তেৰাই অতি সংক্ষেপে লিপিবন্ধ কৰিছে। আন কথাত কবলৈ হলে ইয়াক মূল ভাগবতৰ দশম স্কন্ধৰ সাৰাংশ বুলি কব পাৰি। ওপজাৰ পাচত বসুদেৱে কংসৰ ভয়ত গোকুলত লুকুৱাই থোৱাৰে পৰা আৰম্ভ কৰি বিপ্ৰপুত্ৰ আনয়নলৈকে শ্ৰীকৃষ্ণৰ জীৱনৰ সমস্ত ঘটনা আৰু কৰ্ম্মৰাজি প্ৰত্যেকটিকে মাথোন দুই চাৰিফাঁকি পদৰ মাজেৰে বেকত কৰি মহাপুৰুষে ভগবানৰ সকলো লীলা মালাৰ চমু আভাস ইয়াত দাঙি ধৰিছে। সৰ্ব্বশেষত শুকে পৰীক্ষিতক দিয়া কৃষ্ণৰ নাম শ্ৰৱণ-কীৰ্ত্তন কৰি মুক্তি লাভ কৰিব পৰা পৰামৰ্শৰ প্ৰতি শঙ্কৰদেৱেও নৰসমাজৰ দৃষ্টি আকৰ্ষণ কৰি সকিয়াইছে। কৃষ্ণলীলা মালাৰ স্তুতি মহাপুৰুষৰ গুণমালাৰ লগতো তুলনা কৰিব পাৰি। আনহাতে কীৰ্ত্তনৰ প্ৰথম খণ্ড চতুৰ্ব্বিংশতি অৱতাৰ বৰ্ণনতো মহাপুৰুষে ৰচনাৰ এই একেটা পদ্ধতিকে অৱলম্বন কৰা দেখা যায়। তাতো তেৰাই ভগবানৰ অৱতাৰসমূহৰ কাহিনী মাথোন চাৰি শাৰী পদৰ মাজেৰে ব্যক্ত কৰি হাতী মাৰি ভুৰুকাত ভৰোৱাৰ দৰে কাৰ্য্য সমাধা কৰিছে।

---

এইখণ্ডও মুঠ ২৯ টা ঘোষা আৰু ২৩৫ টা পদ আছে। ই তিনি ভাগত বিভক্ত। যেনে শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ, অৰ্জ্জুন যুধিষ্ঠিৰ সংবাদ আৰু উদ্ধৱ বিলাপ।

শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়ানঃ ইয়াত বাৰটা ঘোষা ১৪৫ টা পদ আছে। মূল ভাগৱতৰ একাদশ স্কন্ধৰ বিভিন্ন অধ্যায়ৰ পৰা বিষয় বস্তু লৈ যদুবংশ ধ্বংস আৰু শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ সম্পৰ্কে ইয়াত বৰ্ণনা কৰা হৈছে। মূল অধ্যায়বোৰ হল—৯, ৬, ৭, ১৩, ২৯, ৩০ আৰু ৩১। কৃষ্ণ অৱতাৰৰ উদ্দেশ্য পৰিপূৰণৰ পাচত বলৰাম সমন্বিতে শ্ৰীকৃষ্ণই দ্বাৰকাত গৃহধৰ্ম পালন কৰি আছিল, এনেতে ব্ৰহ্মা আদি দেৱতাসকলে অনেক স্তুতি মিনতি কৰি তেওঁ স্থায়ী আবাস বৈকুণ্ঠলৈ উভতি যাবলৈ প্ৰাৰ্থনা জনালে। শ্ৰীকৃষ্ণই যদুকুলৰ কিবা এটা সুব্যৱস্থা কৰি উভতি যাব বুলি কৈ দেৱতা সকলক বিদায় দিলে। আগৰে পৰা যদুকুলৰ ওপৰত ঋষিৰ অভিশাপ ( শাম্ব দ্ৰষ্টব্য ) আছিল। শ্ৰীকৃষ্ণই তীৰ্থ কৰাৰ চলেৰে যাদৱ সকলক প্ৰভাসৰ পাৰলৈ লৈ আহিল। তাত তেওঁলোকে বাৰুণী সুৰা পান কৰিলে আৰু উন্মত্ত হৈ কৃষ্ণৰ মায়াৰ বলত হিতাহিত জ্ঞান হেৰুৱাই পৰস্পৰে যুদ্ধত লিপ্ত হল। অস্ত্ৰশস্ত্ৰ ভঙাৰ পাচত তেওঁলোকে মাদুৰি বনেৰেও কোবোৱা কুবি কৰিছিল। নিজৰ ভিতৰতে এইদৰে আত্ম-কলহত প্ৰবৃত্ত হৈ যাদৱসকল ধ্বংস প্ৰাপ্ত হল। তেওঁলোকৰ শৰেৰে প্ৰভাসৰ পাৰ ওপচি পৰিল। ইয়াৰ পাচতে বলৰামেও যোগবলেৰে প্ৰাণত্যাগ কৰিলে। সৰ্ব্বশেষত শ্ৰীকৃষ্ণই চতুৰ্ভুজ মূৰ্ত্তি ধৰি মৌন হৈ আহত গছ এজোপাৰ তলত

বহি কল। সোঁ আঠুৰ ওপৰত বাওঁ ভৰিখন তুলি লৈ তেওঁ বহি আছে। তেওঁৰ ভৰিৰ তলুৱা আছিল ৰঙা আৰু হৰিণৰ মুখাকৃতিৰ। জৰা নামৰ ব্যাধ এজনে তেওঁৰ ভৰিখনক হৰিণ বুলি ভুল কৰি শৰ নিক্ষেপ কৰিলে। সেই অজুহাততে তেওঁ পৃথিৱী ত্যাগ কৰিবলৈ সাজু হ'ল। ব্যথা কাতৰ জৰাক ক্ষমা কৰি স্বৰ্গলৈ নিয়াৰ ব্যৱস্থা কৰিলে। সাৰথি দাৰুকক তেওঁৰ মহা প্ৰয়ানৰ আৰু যাদব সকলৰ ধ্বংসৰ বতৰা আৰু তাৰপাচত কৰিব লগা কামৰ নিৰ্দ্দেশ দি দ্বাৰকালৈ পঠালে। ইতিমধ্যে দেৱতাসকলেও তেওঁৰ মহাপ্ৰয়াণ চাবলৈ তেওঁক বেঢ়ি ধৰিলেহি। তেওঁ দুই চকু মুদি যোগবলেৰে প্ৰাণ ত্যাগ কৰি বৈকুণ্ঠী হল। এই খিনিয়েই এই খণ্ডৰ মূল কথা। ইয়াত দেৱতাসকল, উদ্ধব, দাৰুক আৰু জৰাই কৃষ্ণলৈ কৰা স্তুতি-মিনতি লক্ষ্য কৰিব লগীয়া। উদ্ধবৰ স্তুতিৰ অন্তত উত্তৰ স্বৰূপে কৃষ্ণই দিয়া ধৰ্মৰ তত্ত্ব ব্যাখ্যা অনুপম। বিশেষকৈ চতুৰ্থ কীৰ্ত্তনৰ ৩৫-৩৬ লৈকে পদ কেইফাকিত বৈষ্ণব ধৰ্মৰ মূল কথা খিনি নিহিত হৈ আছে।

**অৰ্জ্জুন-যুধিষ্ঠিৰ সংবাদ**:—ইয়াত তিনিটা কীৰ্ত্তন আৰু পঞ্চিশটা পদ আছে। সাৰথি দাৰুকে যদুবংশ আৰু শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণৰ সংবাদ দ্বাৰকাত দিয়াৰ পাচত অনেক যদুনাৰীয়ে পতিৰ চিতাত উঠি প্ৰাণত্যাগ কৰিলে। এই বতৰা পাই অৰ্জ্জুন দ্বাৰকালৈ গল। আৰু শ্ৰীকৃষ্ণৰ পিণ্ড জলাঞ্জলি আদি দি, তৰ্পণ আদি কৰি বাকী যাদব আৰু পুৰনাৰীসকলক ইন্দ্ৰপ্ৰস্থলৈ লৈ আহিল। ইয়াৰ পাচত সাগৰৰ জলে একমাত্ৰ ৰুক্মিনী দেবীৰ মন্দিৰৰ বাহিৰে সমস্ত দ্বাৰকাকে বুৰাই পেলালে। অৰ্জ্জুনে কৃষ্ণৰ প্ৰয়াণকে আদি কৰি দ্বাৰকাৰ দুঃসংবাদ যুধিষ্ঠিৰক দিলে গৈ। দুঃখ আৰু শোকত জৰ্জ্জৰিত হৈ তেওঁ পৰীক্ষিতক ইন্দ্ৰপ্ৰস্থৰ সিংহাসনত বহুৱাই উত্তৰৰ কালে মহাপ্ৰস্থান কৰিলে। অৰ্জ্জুন যুধিষ্ঠিৰ সংবাদৰ এয়ে মূল কথা।

**উদ্ধৱ-বিলাপ ঃ**—এই খণ্ডত মুঠ ১৪টা ঘোষা আৰু ৫৫টা পদ আছে। প্ৰভাসলৈ অহাৰ আগে আগে উদ্ধৱে কৃষ্ণক স্তুতি মিনতি কৰি তেওঁৰ শ্ৰীচৰণ দৰ্শনৰ পৰা বিমুখ হব বুলি খেদ কৰাত শ্ৰীকৃষ্ণই তেওঁক বদৰিকাশ্ৰমত যোগীৰ জীৱন যাপন কৰিবলৈ পৰামৰ্শ দিছিল। সেই সময়ত বিদুৰে তীৰ্থ কৰি ঘূৰি ফুৰিছিল। ফুৰোঁতে ফুৰোঁতে হঠাতে এদিন যমুনাৰ পাৰত বিদুৰে উদ্ধৱক লগ পালে। বিদুৰে উদ্ধৱক শ্ৰীকৃষ্ণ সমন্বিতে যাদবসকলৰ কুশল বাতৰি সুধিলে। ইতিমধ্যে যাদবসকল ধ্বংস হৈ গৈছিল আৰু শ্ৰীকৃষ্ণৰো মহাপ্ৰয়াণ ঘটিছিল। বিদুৰে উদ্ধৱক যাদবসকলৰ বতৰা সোধা মাত্ৰকে উদ্ধৱৰ শোক পুনৰায় জাগৃত হল। তেওঁ কান্দি কান্দি জন্মৰে পৰা মহাপ্ৰয়াণলৈকে কৃষ্ণৰ সমস্ত জীৱন-কথা বিদুৰৰ আগত বৰ্ণালে। কৃষ্ণৰ বিৰহত তেওঁৰ হৃদয়ৰ শোকৰ কথাও কলে। এয়েই উদ্ধৱ বিলাপৰ থূলমূল কথা।

———

চতুৰ্ব্বিংশ খণ্ড | সহস্ৰ-নাম্-বৃত্তান্ত

কীৰ্ত্তনৰ সহস্ৰ-নাম-বৃত্তান্ত খণ্ডটো শ্ৰীমন্তশঙ্কৰদেৱৰ ৰচনা নহয়, ৰত্নাকৰ কন্দলিৰহে। সহস্ৰ-নাম-বৃত্তান্ত পদ্মপুৰাণৰ বিষ্ণুৰ সহস্ৰনামৰ বৰ্ণনাৰ আভাসহে মাথোন। ডঃ মহেশ্বৰ নেওগ সম্পাদিত কীৰ্ত্তনৰ ভূমিকাত নেওগদেৱে শ্ৰীমাধবদেৱৰ সমৰ্থনত এই খণ্ডটো মহাপুৰুষে কীৰ্ত্তনৰ অন্তৰ্ভূক্ত কৰা বুলি উল্লেখ কৰিছে। পদৰ ৰচয়িতাৰূপে ৰচনাত আকৌ '"দ্বিজ কৱিশেখৰে কহিলা হেন সাৰ" বুলিহে পোৱা যায়। মাত্ৰ শেহৰ পদফাঁকিত হে "ৰত্নাকৰ কন্দলি কহিলা হেন সাৰ" বুলি উল্লেখ আছে। "কৱিশেখৰ" ৰত্নাকৰ কন্দলিৰে অন্য নাম কিম্বা উপাধি যেন অনুমান হয়। হওঁতে সপ্তদশ শতিকাত কৱিশেখৰ নামৰ কৱি এগৰাকীও আছিল। তেওঁ কোচবিহাৰৰ ৰজা বীৰ নাৰায়ণৰ পৃষ্ঠ পোষকতাত সাহিত্য চৰ্চ্চা কৰিছিল। মহাভাৰতৰ "কিৰাত পৰ্ব্ব" তেওঁ ৰচনা কৰে।

সহস্ৰ-নাম-বৃত্তান্তত ঘোষাৰ সংখ্যা মুঠতে ছটা আৰু পদৰ সংখ্যা সাতসত্তৰ ফাঁকি। প্ৰথম কীৰ্ত্তনত ৰচয়িতাই হৰিভক্তি কৰা বাবে আমাৰ চকু, কাণ, নাক, হাত আদি ইন্দ্ৰিয়সমূহ যে ধুাই গ'ল তাক বৰ্ণনা কৰিছে। দ্বিতীয় কীৰ্ত্তনত হৰিনামৰ সাৰ্ব্বভৌমত্ব আৰু গৰিমা প্ৰতিপন্ন কৰিবলৈ প্ৰয়াস কৰা হৈছে; লগতে হৰিনামে সাতটা মুখ্য ফল যথা—(১) পাতক নাশ কৰে, (২) দান-ব্ৰত-যজ্ঞ আদি কৰাৰ ফল দিয়ে, (৩) বিষয়ত বিৰক্তি জন্মায়, (৪) কৃষ্ণত দৃঢ় ভক্তি ওপজায়, (৫) মায়া নাশ কৰে, (৬) জ্ঞানৰ সঞ্চাৰ কৰে; (৭) অন্ত কালত বিষ্ণুৰ পদ প্ৰাপ্তি

ঘটে— দিয়ে বুলি বৰ্ণোৱা হৈছে। বাকী চাৰিটা খণ্ডত হৰিনামৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিবলৈ কিছু কাহিনীৰ অৱতাৰণা কৰা হৈছে। যেনে

নাৰদ নৈমিষাৰণ্য পালেহি। তাত থকা ঋষি আৰু ব্ৰাহ্মণ সকলে নাৰদক প্ৰশ্ন কৰিলে - দান, ব্ৰত, যজ্ঞ, তীৰ্থ আদি নকৰি কি কাম কৰিলে সমস্ত মহাপাতক নাশ হৈ জীৱই গতি পায়? আৰু সমস্ত দেৱগণে যাক সেৱা কৰে সেই শিৱই বা হৰিনাম জপ কৰে কিয়? নাৰদে উত্তৰ দিলে যে সেই কথা স্বয়ং পাৰ্ব্বতীয়েও শঙ্কৰক সুধিছিল। শঙ্কৰে উত্তৰ দিছিল যে সত্যযুগত সকলো মানুহ শুদ্ধ মনৰ আছিল। মাত্ৰ হৰিনাম কীৰ্ত্তন কৰিয়েই নৰে গতিমুক্তি পাইছিল। এইবাবে ব্ৰহ্মা আদি দেৱতাসকলৰ মহা চিন্তা লাগিল। কাৰণ তেওঁবিলাকে পৃথিবীৰ পৰা পূজা-যজ্ঞ আদি নোপোৱা হল। পূজাই যদি নেপালে তেনেহলে তেওঁলোকক দেৱত্ব লাগে কিয়? ইয়াৰ কিবা এটা ব্যৱস্থা কৰিবলৈ দেৱগণে বিষ্ণুৰ আৰাধনা কৰিলে। আৰাধনাত তুষ্ট হৈ বিষ্ণুৱে চতুৰ্ভুজ মূৰ্ত্তিৰে দেৱতা সকলৰ সম্মুখত আবিৰ্ভূত হৈ অভয় দি কলে, "তোমালোকে চিন্তা নকৰিবা। মই নিজেই নৰৰূপে ধৰাত অৱতীৰ্ণ হৈ তোমালোকৰ যজ্ঞ পূজা আদিৰ ব্যৱস্থা কৰিম। মোৰ পৰা আদৰ্শ লৈ নৰ সমাজেও তোমালোকৰ পূজা কৰিব। সেই সময়ত নামধৰ্ম গুপ্ত হৈ থাকিব" সেইমতে ভগবান বিষ্ণুৱে ত্ৰেতাত শ্ৰীৰামচন্দ্ৰ আৰু দ্বাপৰত শ্ৰীকৃষ্ণৰূপে অৱতীৰ্ণ হৈ যজ্ঞ আৰু পূজাৰ দ্বাৰা দেৱতাৰ, শ্ৰাদ্ধৰ দ্বাৰা পিতৃসকলৰ, দানৰ দ্বাৰা ব্ৰাহ্মণ সকলৰ তুষ্টিৰ ব্যৱস্থা কৰিলে।

এইখিনি কৈ শঙ্কৰে পাৰ্ব্বতীক পুনৰ কলে যে তেওঁ নিজেও বিষ্ণুৰ আৰাধনা কৰিছিল। বিষ্ণুৱে শঙ্কৰক দৰ্শন দি কৈছিল যে তেওঁ পৃথিবীত শঙ্কৰৰো পূজাৰ ব্যৱস্থা কৰিব। তেওঁ শঙ্কৰক

মানুহৰ লোভ, সুখস্পৃহা আদি বঢ়াবলৈ নানা ধৰণৰ আগম শাস্ত্ৰ ৰচিবলৈ নিৰ্দ্দেশ দিলে যাতে সেইবোৰৰ দ্বাৰা মনুষ্যসকল হৰিভক্তি বিমুখ হয়। এই খিনিতে শংকৰে বিষ্ণুক সুধিলে যে আগম শাস্ত্ৰৰ দ্বাৰা মনুষ্যক হৰিভক্তি বিমুখ কৰিলে তেওঁৰ ( শংকৰৰ ) যি মহাপাতক হ'ব তাৰ পৰা পৰিত্ৰাণৰ উপায় কি ? তেতিয়া বিষ্ণুৱে কলে যে তেওঁৰ ( বিষ্ণুৰ ) নাম ললেই সকলো পাতক নাশ হ'ব। তেওঁৰ সহস্ৰ নাম আছে। এই বুলি বিষ্ণুৱে শংকৰক তেওঁৰ ( বিষ্ণুৰ ) এহেজাৰ নাম বৰ্ণনা কৰি শুনালে। শংকৰে পাৰ্ব্বতীক কলে যে তেওঁ বিষ্ণুৰ এই সহস্ৰ নামকে সদায় হৃদয়ত ৰূপ কৰে।

এই সহস্ৰ নামৰ বৰ্ণনা কিন্তু মহাপুৰুষে কীৰ্ত্তনত দিয়া নাই।

---

কীৰ্ত্তনৰ উৰেষা-বৰ্ণন খণ্ডটো গ্ুৰুজনাই ব্ৰহ্মপুৰাণৰ ৪৩—৫১, ৫৭—৬০ আৰু ৬৩ অধ্যায়ৰ পৰা বিষয়-বস্তু আনি সংক্ষেপে ৰচনা কৰিছে। স্কন্দ পুৰাণৰ উৎকল খণ্ডৰ ৩৮, ২—২৪ শ্লোকৰ কিছু কথাও—বিশেষকৈ জগন্নাথৰ মহাপ্ৰসাদৰ মাহাত্ম্যৰ বৰ্ণনাখিনি—ইয়াত সন্নিবিষ্ট হোৱা যেন লাগে। ইয়াত মুঠতে ২১টা ঘোষা আৰু ২২৫টা পদ আছে। শঙ্কৰদেৱৰ প্ৰথম বাৰৰ তীৰ্থভ্ৰমণৰ বৰ্ণনাত তেৰাই জগন্নাথ ক্ষেত্ৰত থাকোঁতেই ব্ৰহ্মপুৰাণত থকা জগন্নাথদেৱৰ মাহাত্ম্য পুৰীৰ পাণ্ডাসকলৰ আগত ব্যাখ্যা কৰা বুলি কোৱা হৈছে। হলেও কীৰ্ত্তনৰ এই একৈশটা ঘোষা-পদ তেৰাই বৰদোৱাতহে ৰচিছিল।

১ম কীৰ্ত্তন ঃ—মুনিসকলে ব্ৰহ্মাক জগন্নাথ ক্ষেত্ৰৰ কথা সুধিছে। ব্ৰহ্মাই কৈছে যে মালৱদেশৰ অৱন্তীপুৰত ৰাজত্ব কৰা ইন্দ্ৰদ্যুম্ন ৰজাই কেনেদৰে ভগবানক আৰাধনা কৰিব পাৰি সেই কথা চিন্তা কৰি নগৰৰ পৰা ওলাই গৈছে।

২য় কীৰ্ত্তন ঃ—ৰজাৰ লগত ব্ৰাহ্মণ, পুৰনাৰী সমন্বিতে সকলো প্ৰজাই গৈছে! গৈ গৈ দক্ষিণফালে সাগৰৰ পাৰত এডোখৰ মনোৰম স্থান পাই সেয়েই হৰিৰ উপাসনাৰ বাবে উপযুক্ত স্থান হব বুলি ঠাৱৰাই তাতে অৱস্থান কৰিছে। ঠাইডোখৰ দীঘে দহ যোজন আৰু পথালিয়ে পাঁচ যোজন। মুনিগণে ব্ৰহ্মাক সুধিছে তেনেহলে পূৰ্ব্বতে তাত প্ৰতিমা নাছিল কিয় ?

৩য় কীৰ্ত্তন ঃ—ব্ৰহ্মাই কৈছে—পূৰ্ব্বতে এদিন মেৰু শিখৰত ভগবান বিষ্ণু বহি থাকোঁতে লক্ষ্মীয়ে প্ৰশ্ন কৰিলে যে শত দুঃখ

কষ্টতো লোকে কোন কৰ্ম্মভূমি ত্যাগ নকৰে আৰু কি কৰ্ম্মৰ দ্বাৰা সংসাৰ-সাগৰ পাৰ হব পাৰি ? বিষ্ণুৱে কলে— সেই ঠাইখন হল পুৰুষোত্তম মহাক্ষেত্ৰ। তাত তেওঁ নিজে ( বিষ্ণু ) গুপ্ত হৈ আছে। মহাপ্ৰলয়ৰ পাচত বিষ্ণুৰ নাভি কমলৰ পৰা সৃষ্ট হৈ ব্ৰহ্মাই চৰাচৰৰ সৃষ্টি কৰিলে আৰু ধ্যানৰ দ্বাৰা বিষ্ণুৰ দৰ্শন লাভ কৰি তপ-তীৰ্থ-যাগ-যজ্ঞ আদি নকৰাকৈ কেনেকৈ মহাসিদ্ধি লাভ কৰিব পাৰি সেই কথা বিষ্ণুক সুধিছে।

৪ৰ্থ কীৰ্ত্তন :—বিষ্ণুৱে ব্ৰহ্মাক কলে দক্ষিণ সাগৰৰ পাৰত দহ যোজন ব্যাপি থকা পুৰুষোত্তম নামৰ মহাক্ষেত্ৰ দৰ্শন কৰিলেই তপ-যজ্ঞ আদি নকৰাকৈ মহাসিদ্ধি লাভ হব। তাত বিষ্ণুৰ প্ৰতিমাও আছিল। সেই প্ৰতিমা দৰ্শনত সকলোৰে পাপ-তাপ হৰণ হোৱা বাবে আৰু সেই হেতু যমৰ প্ৰতিপত্তি কমি যোৱা বাবে যমৰ প্ৰাৰ্থনা মতে সেই প্ৰতিমা বিষ্ণুৱে নিজে বালিৰে ঢাকি লুকাই থয়। তাৰ বহু পাচতহে ইন্দ্ৰদ্যুম্ন ৰজাই মন্দিৰ সাজি তাত কৃষ্ণ, বলভদ্ৰ আৰু সুভদ্ৰাৰ মূৰ্ত্তি প্ৰতিষ্ঠা কৰে। মুনিগণে আকৌ ইন্দ্ৰদ্যুম্নই কেনেকৈ মন্দিৰ আৰু মূৰ্ত্তি নিৰ্ম্মাণ কৰিলে সেই কথা ব্ৰহ্মাক সুধিছে !

৫ম কীৰ্ত্তন :—ব্ৰহ্মাই কৈছে ৰজা ইন্দ্ৰদ্যুম্নই মহানদীৰ পবিত্ৰ জলধাৰাৰে ধৌত সেই পবিত্ৰ ঠাইতে হৰিৰ আৰাধনাৰ উপযুক্ত ঠাই হব বুলি ঠিৰাং কৰি তাত এটা মন্দিৰ নিৰ্মাণ কৰিবলৈ মনস্থ কৰিলে। দৈৱজ্ঞ-ব্ৰাহ্মণৰ দ্বাৰা যজ্ঞ-পূজা আদি কৰি মন্দিৰৰ স্থান নিৰ্ণয় কৰা হ'ল।

৬ষ্ঠ কীৰ্ত্তন :—ৰজা ইন্দ্ৰদ্যুম্নই কলিঙ্গৰ ৰজাক মাতি আনি মন্দিৰ নিৰ্ম্মাণৰ বাবে বিন্ধ্য পৰ্ব্বতৰ পৰা শিল আনিবলৈ নিৰ্দ্দেশ দিলে। মন্ত্ৰীক চতুৰ্দ্দিশৰ ৰজা সকললৈ দূত পঠিয়াবলৈ আদেশ দিলে এই মৰ্ম্মে যে – তেওঁলোকে সেই স্থানত সমবেত হৈ মন্দিৰ নিৰ্ম্মাণৰ আগতে পাতিবলৈ মানস কৰা অশ্বমেধ যজ্ঞৰ যা-জোগাৰ

কৰক। সেইমতে ৰজাসৰে সকলো সম্ভাৰ আহৰণ কৰি যজ্ঞৰ ব্যৱস্থা কৰিলে। অপাৰ বিপ্ৰ, ঋষি, তপস্বী, উপাধ্যায়, আচাৰ্য্য, পুৰোহিত আদিৰ সমাবেশত যজ্ঞ আৰম্ভ হ'ল।

**৭ম, ৮ম, ৯ম, কীৰ্ত্তন**ঃ—নানান দান-দক্ষিণাৰে সকলোৰে মনোৰথ পূৰি ৰজাই যজ্ঞ সমাপন কৰিলে। পুত্ৰসকলৰ নেতৃত্বত যজ্ঞৰ ঘোৰা এৰি দিয়া হ'ল। ইফালে ৰজাই অভীপ্সামতে মন্দিৰ নিৰ্ম্মাণি শেষ কৰিলে। কিন্তু প্ৰতিমা ক'তা? কাৰ প্ৰতিমা স্থাপন কৰিব? চিন্তাত ৰজাৰ খাৱন-শোৱন গ'ল। একো স্থিৰ কৰিব নোৱাৰি তেওঁ পঞ্চৰাত্ৰ বিধিৰে বিষ্ণুৰ পূজা-আৰাধনা আৰম্ভ কৰিলে। তেওঁক প্ৰতিমা স্থাপনৰ নিৰ্দ্দেশ লাগে। ৮ম—৯ম, কীৰ্ত্তন দুটি ৰজাই কৰা বিষ্ণুৰ স্তৱ-স্তুতিৰে পৰিপূৰ্ণ।

**১০ম কীৰ্ত্তন**ঃ—ৰজাৰ স্তৱ-স্তুতিত বিষ্ণু সন্তুষ্ট হ'ল। এই খিনিতে ব্ৰহ্মাই মুনিগণক বিষ্ণু-স্তুতিৰ মাহাত্ম্য ব্যাখ্যা কৰিছে। স্তুতিৰ অন্তত কুশৰ ওপৰতে ৰজা টোপনি গ'ল। তেতিয়া অষ্টভূজ মূৰ্ত্তিৰে বিষ্ণুৱে ৰজাক সপোনত দৰ্শন দি নিৰ্দ্দেশ দিলে।

**১১শ, ১২শ, ১৩শ কীৰ্ত্তন**ঃ—বিষ্ণুৱে কলে—মহাৰাজ! তুমি ধন্য! তোমাৰ স্তুতিত মই অতি প্ৰীত হৈছোঁ। তোমাৰ মনস্কামনা পূৰ্ণ হব। কাইলৈ প্ৰত্যুষতে তুমি অকলে হাতত পৰশু এখন লৈ সাগৰৰ তীৰলৈ যাবা। তাত জল আৰু স্থলৰ সন্ধিস্থলত কাঠ এডাল লাগি থকা পাবা। সেই কাঠৰ পৰাই তুমি প্ৰতিমা নিৰ্ম্মাণ কৰিবা নিৰ্দ্দেশমতে পিচদিনা পুৱা ৰজাই সাগৰৰ তীৰত ধুনীয়া কাঠ এডাল লাগি থকা পালে। হাতৰ পৰশুখনেৰে তেওঁ তাক ছেও ছেওকৈ ছেদিবলৈ ধৰিলে। তেনেতে ব্ৰাহ্মণৰ বেশেৰে তাত বিষ্ণু আৰু বিশ্বকৰ্ম্মা উপস্থিত হল। ৰজাৰ কাঠ কাটি থকা উদ্দেশ্যৰ বুজ লৈ বিষ্ণুৱে কলে যে লগৰ ব্ৰাহ্মণগৰাকী (বিশ্বকৰ্মা) এজন নিপুণ কাৰিকৰ। তেঁৱেই ৰজাক ধুনীয়া প্ৰতিমা-সাজি

দিব। তেওঁক সেই দায়িত্ব অৰ্পণ কৰি ৰজা নিশ্চিন্ত হব পাৰে। ৰজা সানন্দে সেই কথাত মান্তি হ'ল। সেইমতে ব্ৰাহ্মণবেশী বিশ্বকৰ্ম্মাই কাঠ ডোখৰৰ পৰা কৃষ্ণ, বলৰাম আৰু সুভদ্ৰাৰ মূৰ্ত্তি সাজি দিলে। ক্ষন্তেকতে সেই কাম-টো কৰা দেখি ৰজাই বুজিলে যে ব্ৰাহ্মণ দুজন আচলতে ব্ৰাহ্মণ নহয়, কোনোবা মায়াবী দেৱতাহে। তেওঁ পৰিচয় দিবলৈ প্ৰাৰ্থনা জনোৱাত বিষ্ণুৱে তেওঁলোকৰ পৰিচয় দিলে। ৰজাই পুনৰপি বিষ্ণুৰ স্তুতি কৰিলে।

১৪শ কীৰ্ত্তন :—বিষ্ণুৱে ৰজাক বৰ দি কলে যে তেওঁ দহ হেজাৰ নল বছৰ ৰাজত্ব কৰি অন্তত তেওঁৰ পৰম পদত লীন হব। ৰজাক তীৰ্থসংযোজন আৰু প্ৰতিমা স্থাপনৰ আন কিছু বিধি-ব্যৱস্থাৰ কথা জনাই বিষ্ণু আৰু বিশ্বকৰ্ম্মা অন্তৰ্দ্ধান হ'ল। ইন্দ্ৰদ্যুম্নই শুভ দিন-ক্ষণ চাই ব্ৰাহ্মণসকলক নানা দান-দক্ষিণা দি বিধিমতে মন্দিৰত প্ৰতিমা তিনিখনি প্ৰতিষ্ঠা কৰিলে। এয়েই শ্ৰীক্ষেত্ৰৰ জন্ম-কথা। ইয়াকে কৈ আৰু কিবা প্ৰশ্ন আছে নেকি বুলি ব্ৰহ্মাই মুনিসকলক সুধিলে।

১৫শ, ১৬শ, ১৭শ, ১৮শ, ১৯শ, ২০শ, ২১শ কীৰ্ত্তন :—মুনি সকলৰ প্ৰশ্নমতে ব্ৰহ্মাই তেতিয়া শ্ৰীক্ষেত্ৰ দৰ্শনৰ বিধি-ব্যৱস্থাৰ বিষয়ে বিৱৰি কলে। জগন্নাথৰ মূল মন্দিৰ দৰ্শনৰ আগতে যি পঞ্চতীৰ্থ দৰ্শন কৰাৰ ব্যৱস্থা তাত আছে তাৰো বিশদ বিবৰণ ব্যক্ত কৰিলে। পিচত মূল মন্দিৰত ক্ৰমে বলৰাম, কৃষ্ণ আৰু সুভদ্ৰাক দৰ্শন, প্ৰদক্ষিণ আদি কৰাৰ নিয়ম আৰু স্তৱ স্তুতিৰ সম্বন্ধে বৰ্ণালে। জগন্নাথ ক্ষেত্ৰত স্নান-দান আৰু কোনো জাত-কুলৰ বাচ-বিচাৰ নকৰি প্ৰভুৰ মহাপ্ৰসাদ গ্ৰহণৰ ব্যৱস্থাৰ কথাও বৰ্ণাই তাৰ মহিমাৰ কথাও কলে।

---

মূল ভাগবতৰ দ্বাদশ স্কন্ধৰ দ্বাদশ অধ্যায়ৰ ওপৰত ভেটি কৰি মহাপুৰুষে কীৰ্ত্তনৰ ভাগবতৰ তাৎপৰ্য্য নামৰ খণ্ডটি ৰচনা কৰিছে। ইয়াত দুটা ঘোষা আৰু ২১টা পদ আছে। কলিত একশৰণ নাম-ধৰ্ম্মই ভগৱানৰ কৃপা লাভ কৰাৰ একমাত্ৰ উপায় আৰু সেয়েই ভাগৱতৰো সাৰ কথা—ইয়াকেই মহাপুৰুষে এই খণ্ডত প্ৰতিপন্ন কৰিবলৈ প্ৰয়াস কৰিছে। কলিত কৃষ্ণৰ নাম-কীৰ্ত্তনৰ বাহিৰে যে পাপ-তাপৰ পৰা ত্ৰাণ পোৱাৰ আন উপায় নাই-তাকেই মনত সাঁচ বহা ভাষাৰে ইয়াত ব্যাখ্যা কৰা হৈছে। অনিচ্ছাতো কৃষ্ণৰ নাম ললে লওঁতাৰ সমস্ত পাতক নাশ হয়। ইয়াৰ কীৰ্ত্তন দুটা—বিশেষকৈ দ্বিতীয় কীৰ্ত্তনটো নাম-কীৰ্ত্তনৰ সময়ত প্ৰায়েই গোৱা হয়।

---

### ওপৰঞ্চি

কীৰ্ত্তন ঘোষাত ওপৰঞ্চিৰূপে আৰু চাৰিটা খণ্ড সন্নিবিষ্ট কৰা আছে। যথাঃ—(১) ঘুনুচা কীৰ্ত্তন, (২) ধ্যান-বৰ্ণন, (৩) ৰুক্মিণীৰ প্ৰেম-কলহ আৰু (৪) ভৃগু পৰীক্ষা।

### ঘুনুচা কীৰ্ত্তন

ঘুনুচা কীৰ্ত্তন মহাপুৰুষ শঙ্কৰদেৱৰ ৰচনা নহয়। বিখ্যাত "কাণখোৱা" পুথিৰ ৰচক শ্ৰীধৰ কন্দলিহে ইয়াৰ ৰচয়িতা।

বেজবৰুৱাই শ্ৰীধৰ কন্দলিক মহাভাৰতৰ অশ্বমেধ পৰ্ব্বৰ পদকৰ্ত্তা বুলিও ঠাৱৰাইছে। তেওঁ কৈছে যে ঘুনুচা যাত্ৰাৰ খণ্ডটো কীৰ্ত্তনৰ ভিতৰত সোমাবৰ উপযুক্ত নহয়, কাৰণ তাৰ ৰচনা প্ৰণালী কীৰ্ত্তনতকৈ তল থাপৰ। সেয়ে কমলাবাৰীৰ দৰে প্ৰধান প্ৰধান মহাপুৰুষীয়া সত্ৰত হেনো নাম প্ৰসঙ্গত ঘুনুচা যাত্ৰাৰ কীৰ্ত্তন আৰু পদ ব্যৱহাৰ কৰা নহয়। বেজবৰুৱাৰ মতে ঘুনুচা যাত্ৰাত কীৰ্ত্তনত থাকিব লগা প্ৰধান লক্ষণসমূহ নাই। ডঃ মহেশ্বৰ নেওগেও কীৰ্ত্তনৰ ভূমিকাত লিখিছে—"ইয়াৰ উপৰি মাধবদেৱে কীৰ্ত্তন ঘোষাক সংকলিত নতুন ৰূপ দিবৰ সময়ত এই খণ্ড ৰচিত হোৱা নাছিল, আৰু পিচতহে ইয়াক কোনো সত্ৰই পুথিখনিৰ অন্তৰ্গত কৰি লয়।"

ঘুনুচা কীৰ্ত্তন পঢ়িলে পোৱা যায় যে, শ্ৰীধৰ কন্দলিয়ে জগন্নাথ পুৰাণৰ পৰা কাহিনীভাগ লৈ ইয়াক ৰচনা কৰিছিল। জগন্নাথ পুৰাণৰ ইতিবৃত্ত এতিয়াও জানিব পৰা হোৱা নাই বুলি ডঃ নেওগে লিখিছে। কন্দলিয়ে—"আন আন শাস্ত্ৰ মত আনি মিশ্ৰ কৰি" ঘুনুচা কীৰ্ত্তন ৰচনা কৰা বুলি কৈছে। ডঃ নেওগে কৈছে যে স্কন্দ পুৰাণৰ উৎকল খণ্ডত "গুণ্ডিচা যাত্ৰা" আৰু গুণ্ডিচাৰ আখ্যান আছে। সিও কন্দলিৰ মূল হব পাৰে। তদুপৰি "এচিয়াটিক ৰিচাৰ্চ" পত্ৰিকাত এ ষ্টাৰ্লিং চাহাবে জগন্নাথৰ উৎপত্তিৰ কাহিনী থকা "কপিল সংহিতা" আৰু "ক্ষেত্ৰ মাহাত্ম্য" নামে দুখন পুথিৰ কথা উল্লেখ কৰা বুলি ডঃ নেওগে কৈছে।

ঘুনুচা কীৰ্ত্তনত মুঠ সাতটা ঘোষা আৰু এশ সাতসত্তৰটা পদ আছে। আহাৰ মাহৰ শুক্লা তৃতীয়াৰ দিনা প্ৰভু জগন্নাথ (ভগবান বিষ্ণু) নিজৰ মন্দিৰ এৰি পত্নী ঘুনুচাৰ (ঘুণ্ডা) গৃহলৈ যায় আৰু তাত সাত দিন থাকি অষ্টম দিনা পুনৰ নিজ মন্দিৰলৈ ঘূৰি

আহে। লগত সুভদ্ৰা আৰু বলৰামো যায়। অসংখ্য প্ৰজাই প্ৰভুৰ অহা যোৱা কৰা ৰথখন টনা আৰু ৰথৰ পাচে পাচে ঢাক-ঢোল বজাই প্ৰভুৰ কীৰ্ত্তন কৰি অহা যোৱা কৰাৰ বৰ্ণনা ৰচনাত ধুনীয়াকৈ প্ৰকাশ পাইছে। মন্দিৰৰ পৰা ঘুনুচাৰ গৃহলৈ মাত্ৰ দুই দণ্ডৰ পথ, কিন্তু প্ৰজাৰ দল দোপ হেন্দোল দোপৰ মাজেৰে যাওঁতে প্ৰভুৰ গোটেই দিনটোৱেই লাগে। ঘুনুচাৰ গৃহত উপস্থিত হোৱাৰ পাচত পৰিচাৰিকাসৱে প্ৰভুক জনোৱা আদৰ আহ্বানৰ বৰ্ণনাও বৰ উপভোগ্য। সাত দিন প্ৰভু জগন্নাথে আমোদ প্ৰমোদৰ মাজেৰে ঘুনুচাৰ গৃহত কটায়। ইফালে লক্ষ্মী খঙত অধীৰ। স্বামী যি গল গলেই, সাত দিনেও আহিবৰ নাম নাই। কি কৰিছে চাওঁ বুলি তেওঁ ঘুনুচাৰ গৃহত উপস্থিত হলগৈ। পৰিচাৰিকাসকলে লক্ষ্মীক দুৱাৰ মুখতে ৰাখি তেওঁ অহা খবৰটো প্ৰভুক দিলে। প্ৰভুৱে পিচদিনাখন তেওঁ যেনে তেনে উভতিব বুলি বুজাই বুজাই লক্ষ্মীক ঘুৰাই পঠালে। পিচদিনা জগন্নাথ যাবলৈ ওলালত ঘুনুচাৰ কি কান্দোন! এৰি নিদিয়েহে নিদিয়ে। বছৰৰ মূৰত আহি মাত্ৰ সাদিন থাকিয়েই যাবলৈ ওলাব পায় নে? কত যুক্তি? ঘুনুচাক কোনোমতে শাত কৰি জগন্নাথে উভটি আহি নিজৰ মন্দিৰৰ দুৱাৰ মুখত থিয় হৈ দেখিলে যে ভিতৰলৈ যোৱা মানা। দুৱাৰ বন্ধ কৰি ভিতৰত লক্ষ্মী ওফান্দ পাতি বহি আছে। স্বামীক কোনোমতে মন্দিৰত সোমাবলৈ নিদিয়ে। তেওঁ যি বাটেৰে আহিছিল সেই বাটেৰে ঘুনুচাৰ ঘৰলৈ ঘূৰি যাওক। বুজাওঁতে বঢ়াওতে যেনিবা বলৰাম আৰু সুভদ্ৰাক ভিতৰলৈ যাবলৈ দিয়া হল। কিন্তু প্ৰভু জগন্নাথক নৈবচ নৈবচ। কেতিয়াও ভিতৰ সোমাবলৈ দিয়া নহয়। শেষত যেনিবা নগদ তিনিশ ৰূপ অৰ্থদণ্ড দিহে (সেই টকাখিনি হেনো গোসায়ে গোবিন্দ ঠাকুৰক ফুল চুৰ কৰা বাবে অৰ্থদণ্ড কৰি পাইছিল।) প্ৰভু জগন্নাথে মন্দিৰৰ ভিতৰলৈ সোমাব পাৰিলে। মুঠতে স্বামী-স্ত্ৰীৰ (অৰ্থাৎ

জগন্নাথ, লক্ষ্মী আৰু ঘুন্দুচাৰ) মান-অভিমানৰ সন্দৰ্ভ অভিব্যক্তিৰে শ্ৰীধৰ কন্দলি ৰচিত ঘুন্দুচা কীৰ্ত্তন উপচি আছে।

প্ৰভু জগন্নাথৰ ঘুন্দুচাৰ গৃহলৈ কৰা যাত্ৰাকে আজিও জগন্নাথ ক্ষেত্ৰত শ্ৰীশ্ৰী জগন্নাথৰ ৰথ-যাত্ৰা নামেৰে মহোৎসৱ ৰূপে পালন কৰা হয়।

---

## ধ্যান-বৰ্ণন

কীৰ্ত্তন-ঘোষাৰ এই ওপৰৰ্ণি খণ্ডটিত মাত্ৰ এটা ঘোষা আৰু ১৯টা পদ আছে। ইয়াত শ্ৰীকৃষ্ণৰ মূৰৰ পৰা ভৰিৰ আঙুলিলৈকে গোটেই শৰীৰৰ বৰ্ণনা সুন্দৰকৈ দিয়া হৈছে। কীৰ্ত্তনৰ পদান্তত উল্লেখ থকা মতে এই খণ্ডটি শ্ৰীমাধৱদেৱৰ ৰচনা বুলি সাব্যস্ত কৰা হয়। তাত মাত্ৰ "দীন মাধৱ" বুলি উল্লেখিত হৈছে। কিন্তু ৰচনাৰ লালিত্য আৰু মাধুৰ্য্যলৈ চাই ৰচকজনা প্ৰখ্যাত মাধৱদেৱ বুলিয়েই অনুমিত হয়। এই খণ্ডটি বিষ্ণুপুৰৰ সত্ৰ আৰু যোৰহাটৰ চাৰিগাঁওত পোৱা পুথিৰ পৰা সংগৃহীত বুলি ফুটনোটত দিয়া আছে।

—o—

## ৰুক্মিণীৰ প্ৰেম-কলহ

কীৰ্ত্তন-ঘোষাৰ ওপৰাঞ্চিত থকা ৰুক্মিণীৰ প্ৰেম-কলহ নামৰ খণ্ডটোত মুঠ চাৰিটা ঘোষা আৰু তিয়াল্লিশটা পদ আছে। মহাপুৰুষে ভাগৱতৰ দশম স্কন্ধৰ ৬০ তম অধ্যায়ৰ পৰা কাহিনী ভাগ লৈ ইয়াক ৰচনা কৰিছে। কৃষ্ণ আৰু ৰুক্মিণীৰ দাম্পত্য কলহ বা ৰুক্মিণীৰ প্ৰতি কৃষ্ণৰ কৌতুক-পৰিহাসৰ বৰ্ণনা ইয়াত দিয়া আছে। শ্ৰীমন্ত শঙ্কৰদেৱৰ ৰচিত হলেও শ্ৰীমাধৱদেৱে হেনো এই খণ্ডটো শাস্ত্ৰৰ অন্তৰ্গত হবৰ উপযুক্ত নহয় বুলি মত প্ৰকাশ কৰিছিল। কাৰণ ইয়াৰ মানদণ্ড নিকৃষ্ট পৰ্য্যায়ৰ। সেয়ে কোনো কীৰ্ত্তনত এই খণ্ডটো সন্নিবিষ্ট পোৱা নেযায়।

এদিন ৰুক্মিণীৰ ভৱনত তেওঁৰ সেৱা উপভোগ কৰি কৃষ্ণ ৰত্ন সিংহাসনত বহি আছিল। এনেতে কৃষ্ণই কৌতুক কৰি ৰুক্মিণীক কলে -- "ৰুক্মিণী! তুমি ৰজাৰ কুৱঁৰী, আৰু মই সাধাৰণ গোৱালৰ লৰা। মোৰ ৰাজ সিংহাসন নাই। মই সদাচাৰী নহওঁ। নাৰীৰ আদৰো মই নুবুজোঁ। সেয়ে মই কোনোমতে তোমাৰ যোগ্য স্বামী হব নোৱাৰোঁ। তোমাৰ আই-বোপাই আৰু ককায়েৰাৰ হাক বচন নুশুনি তুমি মোত মন-প্ৰাণ সঁপিলা। ৰুক্ম, শিশুপাল, জৰাসন্ধ আদিৰ অহঙ্কাৰ চূৰ্ণ কৰিবলৈ মই তোমাক চুৰ কৰি আনি বিয়া কৰালোঁ। এতিয়া তুমি মোৰ লগত বহুত দুখ কষ্ট পাবা। কাৰণ মই গুণ-হীন। গতিকে তোমাক মই আমাৰ বিবাহ পাশৰ পৰা নিষ্কৃতি দিব খুজিছোঁ। তোমাৰ মন গলে তুমি মোক পৰিত্যাগ কৰিব পাৰা।"

কৃষ্ণৰ এই মৰ্মভেদী কথা শুনি ৰুক্মিণী বিমুৰ্চ্ছিতা হৈ ঢলি পৰিল। কৃষ্ণই পৰিচৰ্য্যা কৰি তেওঁক সচেতন কৰি তুলিলে। ৰুক্মিণীয়ে তেতিয়া কৃষ্ণৰ গুণ বৰ্ণাই কৰ্ণাই নানাভাৱে কৃষ্ণক স্তুতি কৰিবলৈ ধৰিলে। সেই স্তুতিত এহাতে প্ৰকাশ পালে ৰুক্মিণীৰ

অভিমান, আনহাতে প্ৰকাশ পালে বিনয়। তেওঁ কলে যে কৃষ্ণক স্বামীৰূপে পাই হয়তো তেওঁৰ অহঙ্কাৰ হৈছে। সেয়ে কৃষ্ণই এইদৰে তেওঁৰ গৰ্ব্ব-চুৰ কৰিলে। তেওঁ একাগ্ৰচিত্তে কাকুতি কৰি পত্নীৰ পৰিবৰ্ত্তে ভক্তাৰূপে কৃষ্ণৰ শৰণাপন্ন হল। কৃষ্ণই তেতিয়া কলে যে ৰুক্মিণীৰ পৰা এনে আত্মনিবেদন পাবলৈকে তেওঁ ৰুক্মিণীৰ লগত এইদৰে পৰিহাসত প্ৰবৃত্ত হৈছিল। ৰুক্মিণী যে তেওঁৰ প্ৰাণ প্ৰিয়া পত্নী আৰু ভক্তা তাকে দৃঢ়ভাৱে ব্যক্ত কৰি শেষত কৃষ্ণই হৰি-ভক্তিৰ মাহাত্ম্য ব্যাখ্যা কৰিলে। ৰুক্মিণীৰ মনৰ শ্ৰান্তি আৰু ভ্ৰান্তি দূৰ হল।

---

## ভৃগু-পৰীক্ষা

কীৰ্ত্তন ঘোষাৰ ওপৰঞ্চিত থকা ভৃগু-পৰীক্ষা নামৰ খণ্ডটিত মাত্ৰ এটা ঘোষা আৰু চৈধ্যটা পদ আছে। নামটো ভৃগু-পৰীক্ষা (ভৃগু দ্ৰষ্টব্য) হলেও ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ মাজত কোন শ্ৰেষ্ঠ তাক নিৰ্ণয় কৰিবলৈ মহৰ্ষি ভৃগুক পঠিওৱা মূল ভাগৱতৰ কাহিনী ভাগ ইয়াত মাত্ৰ আভাস ৰূপেহে প্ৰকাশিত হৈছে—মাথোন প্ৰথম চাৰিটা পদঃ স্তৱকৰ মাজত। পাচৰ পদসমূহত মহাপুৰুষে বৰ্ণাইছে – বসুদেৱৰ কৃষ্ণ-স্তুতি, বেদৰ বিষ্ণু-স্তুতি, কুৰুক্ষেত্ৰত কৃষ্ণ-নন্দ-গোপী আদিৰ মিলন, কৃষ্ণৰ দ্বাৰা নৃপ ৰজাৰ উদ্ধাৰ আদি কাহিনীসমূহ- অতি চমুকৈ। মূল কীৰ্ত্তনৰ ৰচনাসমূহতকৈ এই খণ্ডটিৰ ৰচনা শৈলী কিন্তু নিকৃষ্ট বাবে ইয়াক ওপৰঞ্চিত হে ঠাই দিয়া হয় বুলি সিদ্ধান্ত কৰা হৈছে।

---

অক্ৰুৰ ঃ—শ্ৰীকৃষ্ণৰ পিতৃব্যস্বৰূপে পৰিচিত। যদুবংশীয় শাফল্কৰ ঔৰসত আৰু কাশীৰাজৰ কন্যা গান্দিনীৰ গৰ্ভত তেওঁৰ জন্ম হয়। উগ্ৰসেনৰ কন্যা এগৰাকীক তেওঁ বিয়া কৰায় আৰু দুটি পুত্ৰৰ পিতৃ হয়। মথুৰাৰ ৰজা কংসৰ আশ্ৰয়ত তেওঁ আছিল। কৃষ্ণ আৰু বলৰামক হত্যা কৰিবৰ বাবে আয়োজন কৰা ধনুৰ্যজ্ঞলৈ। তেওঁলোকক আনিবলৈ কংসই তেওঁক পঠিয়াইছিল। তেওঁ কৃষ্ণৰ ওচৰলৈ গৈ কংসৰ অত্যাচাৰৰ কাহিনী কৃষ্ণক বিস্তাৰিতভাৱে জনায় আৰু কংসক বধ কৰি যাদৱসকলক ৰক্ষা কৰিবলৈ অনুৰোধ কৰে। কংসৰ মৃত্যুৰ পাছত তেওঁ যাদৱসকলৰ লগতে থাকে। শতধন্বাই সত্ৰাজিতক বধ কৰি শ্যমন্তক মণি নিয়াৰ পাছত কৃষ্ণই মণিটো পাবলৈ শতধন্বাক উৎপীড়ন কৰাত শতধন্বাই মণিটো অক্ৰুৰক দিয়ে। এই মণিৰ বলতে অক্ৰুৰে অনেক যাগ-যজ্ঞ কৰিবলৈ সমৰ্থ হয়। সৎচৰিত্ৰবান বাবে তেওঁ সকলোৰে প্ৰিয়পাত্ৰ আছিল। কুৰুক্ষেত্ৰৰ যুদ্ধৰ প্ৰাক্কালত পাণ্ডুৰ প্ৰতি ধৃতৰাষ্ট্ৰৰ মনোভাৱ বুজিবলৈ অক্ৰুৰকে দূতৰূপে পঠোৱা হৈছিল। যদুবংশ ধ্বংস হোৱাৰ সময়ত তেওঁৰো মৃত্যু হয়। (শ্ৰীমদ্ভাগৱত)।

অগস্তি ঃ—অগস্তি বা অগস্ত্য বেদৰ এজনা মন্ত্ৰদ্ৰষ্টা ঋষি। তেওঁ মহাতপস্বী আছিল। যজ্ঞ কৰি থাকোতে স্বৰ্গৰ অপ্সৰা উৰ্ব্বশীক দেখি কামোত্তেজিত হৈ সূৰ্য্য আৰু বৰুণে যজ্ঞ-কুম্ভ এটাৰ ভিতৰত শুক্ৰপাত কৰে। তাৰে পৰাই অগস্ত্য আৰু বশিষ্ঠৰ জন্ম হয়। অগস্ত্যই চিৰকুমাৰ হৈ থাকিব বুলি প্ৰতিজ্ঞা কৰিলে। কিন্তু এদিন ঘূৰি ফুৰোতে তেওঁ দেখিলে যে তেওঁৰ উপৰি-পুৰুষসকল এটা গুহাৰ ভিতৰত তললৈ মূৰ কৰি হাতদুখনৰ ওপৰত ভৰ দি থিয় হৈ আছে আৰু তেওঁ সংসাৰী হৈ বংশ ৰক্ষা নকৰিলে তেওঁ-

লোকৰ উদ্ধাৰৰ কোনো উপায় নাই; তেতিয়া তেওঁ তপোবলেৰে পৃথিবীৰ সমস্ত প্ৰাণীৰ সুন্দৰ আৰু শ্ৰেষ্ঠ অংশ লৈ এগৰাকী পৰমা সুন্দৰী কন্যাৰ সৃষ্টি কৰিলে। তেওঁৰ নাম হ'ল লোপমুদ্ৰা। বিদৰ্ভৰাজে তুলি-তালি বিবাহযোগ্যা কৰাৰ পাছত তেওঁ লোপমুদ্ৰাক বিয়া কৰালে। তেওঁলোকৰ পুত্ৰৰ নাম ইধ্মবাহু।

ইল্বল আৰু বাতাপী নামৰ দুজন দৈত্য আছিল। সিহঁতে এটা অদ্ভূত ধেমালি আৰম্ভ কৰিছিল। বাতাপীয়ে পঠা-ছাগলীৰ ৰূপ লয়। ইল্বলে পঠাটো বধ কৰি ঋষি-মুনি-সকলক নিমন্ত্ৰণ কৰি তৰে মাংস ভোজন কৰায়। ভোজনৰ পাছত ইল্বলে বাতাপীক নাম ধৰি মতিবলৈ ধৰে। বাতাপীয়ে, ঋষি-মুনিসকলৰ পেটফালি ওলায় আহে। ফলত, তেওঁ-লোকৰ মৃত্যু হয়। এনেদৰে ভালে কেইগৰাকী মুনি নিহত হোৱা খবৰ পাই অগস্তিয়ে নিমন্ত্ৰিত হৈ গৈ বাতাপীৰ মণ্ডহ খায় আৰু তাক সম্পূৰ্ণৰূপে জীৰ্ণ কৰি পেলায়। ইল্বলে তেওঁৰ শৰণাগত হৈ ৰক্ষা পৰে।

অগস্তি বিন্ধ্য পৰ্ব্বতৰ গুৰু আছিল। বিন্ধ্যই সূৰ্য্যক প্ৰদক্ষিণ কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে; কিন্তু সূৰ্য্য অসন্মত হ'ল। বিন্ধ্যৰ বৰ খং উঠিল। তেওঁ ক্ৰমে ওখ হৈ গৈ সূৰ্য্যৰ গতিপথ ৰোধ কৰি পেলালে। দেৱতাসকল ভীত হৈ অগস্ত্যৰ শৰণাপন্ন হ'ল। অগস্ত্যই বিন্ধ্যৰ ওচৰত থিয় হোৱা মাত্ৰকে বিন্ধ্যই অৱনত মস্তকে গুৰুক প্ৰণিপাত জনালে। অগস্ত্যই তেতিয়া তেওঁ উভটি নহালৈকে বিন্ধ্যক সেইদৰে থাকিবলৈ গৈ গুচি গ'ল। তেওঁ কিন্তু আৰু উভটি নাহিল। বিন্ধ্যও সেইদৰে নতমস্তক হৈ ৰ'ল। সেয়া আছিল ভাদ মাহৰ পহিলা তাৰিখ। সেইদিনটো আজিও শুভযাত্ৰাৰ পক্ষে নিষিদ্ধ। সি "অগস্ত্য-যাত্ৰা" নামে জনাযাত।

বৃত্ৰাসুৰ বধৰ পাছত কালকেয় প্ৰমুখ্যে কিছুমান অসুৰে সাগৰৰ তলত আত্মৰক্ষা কৰি আছিল। সিহঁতে ৰাতি মনে মনে আহি দেৱতাসকলক নানা অত্যাচাৰ কৰিবলৈ ধৰাত দেৱতাসকল অগস্ত্যাৰ শৰণাপন্ন হ'ল। অগস্ত্যাই সাগৰৰ পানীবোৰ খাই শেষ কৰিলত দেৱতাসকলে অসুৰবোৰক নিধন কৰা উজু হৈ পৰিল।

ব্ৰহ্মহত্যা পাপৰ ফলত ইন্দ্ৰই এবেলি সাগৰৰ তলত বাস কৰিব লগা হৈছিল আৰু পৰম ধাৰ্মিক ৰজা নহুষ তেওঁৰ স্থলাভিষিক্ত হৈছিল। নহুষে ইন্দ্ৰপত্নী শচীকো হস্তগত কৰিবলৈ বিচাৰিলে। বৃহস্পতিৰ উপদেশমতে শচীয়ে তেতিয়া ক'লে যে সাতজন ঋষিৰ দ্বাৰা চালিত ৰথত উঠি যদি নহুষ তেওঁৰ ওচৰলৈ আহে, তেতিয়া তেওঁ নহুষক স্বামীৰূপে গ্ৰহণ কৰিব। নহুষ সেইদৰেই আহিল। ৰথচালক সপ্তৰ্ষিৰ অন্যতম আছিল অগস্ত্য। ৰথত আৰোহণ কৰাৰ সময়ত হঠাৎ নহুষৰ ভৰি অগস্ত্যৰ গাত লাগিল। কুপিত হৈ অগস্ত্যাই নহুষক সাপ হ'বলৈ শাপ দিলে। নহুষ সাপ হৈ পৃথিবী পালেহি। পাছত যুধিষ্ঠিৰৰ সহায়তহে তেওঁ শাপমুক্ত হৈ পুনৰ স্বৰ্গলৈ যায়।

অগস্তই ভালেমান বেদমন্ত্ৰ ৰচনা কৰিছিল। জনশ্ৰুতি আছে যে আকাশৰ দক্ষিণফালে নক্ষত্ৰৰূপে তেওঁ বিৰাজ কৰি আছে। ভাদ মাহৰ ১৭ ১৮ তাৰিখত আকাশত তেওঁৰ আবিৰ্ভাৱ ঘটে।

অগ্নি :—অগ্নিকোণৰ দিকপাল। আনহাতে, তেওঁ আৰ্য্যসকলৰ প্ৰধান দেৱতা। পুৰাণমতে ধৰ্মৰ ঔৰসত আৰু বসু ভাৰ্য্যাৰ গৰ্ভত তেওঁৰ জন্ম হয়। অন্যমতে তেওঁৰ জন্ম হয় কশ্যপ মুনিৰ ঔৰসত আৰু অদিতিৰ গৰ্ভত। তেওঁ স্বৰ্গত সূৰ্য্যৰূপে আকাশত বিদ্যুৎৰূপে আৰু পৃথিবীত

অগ্নিৰূপে প্ৰতিভাত হয়। বৈদিক যাগ-যজ্ঞ অগ্নিৰ স্থান প্ৰথম। বিবাহ আৰু অন্যান্য ধাৰ্মীয় আৰু সামাজিক উৎসৱত তেওঁক আমন্ত্ৰণ কৰা হয়। সকলো ধাৰ্মীয় আৰু সামাজিক কৰ্মৰ তেওঁ সাক্ষীস্বৰূপ। তেওঁৰ জিভা সাতখন, সেইসমূহেৰে তেওঁ যজ্ঞৰ ঘিঁউ লেহন কৰে। মহাভাৰতত উল্লেখ আছে—শ্বেতকী ৰজাৰ যজ্ঞত বেছিকৈ ঘিঁউ খোৱাৰ ফলত অগ্নিৰ অগ্নিমান্দ্য ৰোগ হৈছিল। পাছত ব্ৰহ্মাৰ উপদেশমতে আৰু কৃষ্ণ আৰু অৰ্জ্জুনৰ সহায়ত খাণ্ডৱ বনৰ সমস্ত জীৱ জন্তু, দৈত্য-দানৱ, সাপ আদি ভক্ষণ কৰিহে তেওঁ ৰোগমুক্ত হয়। তেওঁৰ পত্নী দুগৰাকী—স্বাহা আৰু বসোধাৰা। দক্ষকন্যা স্বাহাৰ গৰ্ভত তেওঁৰ পাৱক, পৱমান আৰু শুচি নামৰ তিনিটি পুত্ৰৰ জন্ম হয়। এওঁলোক তিনিজনৰ আকৌ ৪৫টি পুত্ৰসন্তান হয়। হৰিবংশমতে অগ্নিৰ পোচাক ক'লা, তেওঁৰ পতাকাখন ধোঁৱাবৰণীয়া, তেওঁৰ অস্ত্ৰ হ'ল জ্বলন্ত বৰ্শা। বাহন ছাগলী। অগ্নিৰ হাত চাৰিখন, ৰঙা বৰণীয়া ঘোঁৰাই তেওঁৰ ৰথ টানে। সপ্তবসু হ'ল তেওঁৰ ৰথৰ চকা। তেওঁৰ অন্যান্য নামবোৰ হ'ল—অনল, পাৱক, হুতাশন, বৈশ্বানৰ, অৰুহস্ত, ধূমকেতু, তোমৰধৰ, হুভাশ, হুতভূজ, বহ্নি, ৰোহিতাশ্ব, ছাগৰথ আৰু সপ্তজিহ্বা।

অঘাসুৰ ঃ—এজন শক্তিশালী দানৱ। বকাসুৰ আৰু পুতনাৰ ভায়েক আৰু কংসৰ সেনাপতি। বকাসুৰ আৰু পুতনা নিহত হোৱাৰ পাছত কংসই কৃষ্ণ বধৰ অৰ্থে অঘাসুৰক নিয়োগ কৰে। তেওঁ এটা অজগৰৰ ৰূপ লয় আৰু মুখ মেলি গোটেই পথ আগুৰি পৰি থাকে। গৰু চৰাই গধূলি ঘৰলৈ ঘূৰি অহাৰ পথত কৃষ্ণই ভুল কৰি লগৰীয়া সমন্বিতে

অজগৰৰ মুখৰ ভিতৰত সোমায়। পাছত বিৰাট আকাৰ ধাৰণ কৰি কৃষ্ণই তেওঁক বধ কৰে।

অচ্যুত ঃ—বিষ্ণুৰ অন্য এটা নাম। ন+চ্যুত=অচ্যুত। নিজৰ স্থানৰপৰা যাৰ চ্যুতি বা স্খলন নাই। নিজৰ স্বভাৱৰপৰা যি অবিচলিত। সৃষ্ট বস্তুৰ লগত যাৰ সংহাৰ নহয়। এতেকে পৰমেশ্বৰ বিষ্ণু।

অজামিল ঃ—কান্যকুব্জ দেশৰ এজন ব্ৰাহ্মণ। জীৱনৰ আগছোৱাত তেওঁ শুদ্ধ, শাস্ত্ৰজ্ঞ, মন্ত্ৰজ্ঞ, সদাচাৰী, নম্ৰ, সত্যবাদী, নিৰহংকাৰী, পিতৃ-মাতৃ ভক্ত, দয়ালু, পৰোপকাৰী, অতিথি-পৰায়ণ, ক্ষমাশীল আদি গুনেৰে বিভূষিত আছিল। এদিন পিতৃৰ আজ্ঞাত তেওঁ বনৰপৰা ফল-মূল-কুশ-সমীধ আদি পূজোপকৰণ আহৰণ কৰি উভটি আহোঁতে বাটত মতলীয়া মানুহ এটাই বেশ্যা এজনীৰে সৈতে বং-ধেমালি কৰি ক্ৰীড়াসক্ত হৈ থকা দেখিবলৈ পালে। সেই দৃশ্যত তেওঁৰ মন টলিল আৰু ধৰ্মভ্ৰষ্ট হৈ বেশ্যাৰ প্ৰতি আসক্ত হ'ল। পিতা-মাতা-পত্নী আদিক পৰিত্যাগ কৰি তেওঁ বেশ্যাৰে সৈতে গৃহবাস কৰিবলৈ ধৰিলে আৰু তাইৰ মন যোগাবলৈ নিতে নিতে নতুন নতুন পাপত লিপ্ত হৈ ধন আহৰণ কৰি সুখ সম্ভোগত কাল অতিপাত কৰিবলৈ ধৰিলে। বেশ্যাৰ গৰ্ভত তেওঁৰ দহটা পুত্ৰ সন্তানৰ জন্ম হ'ল। সৰ্ব্ব-কনিষ্ঠ পুত্ৰৰ নাম তেওঁ নাৰায়ণ থ'লে। এই পুত্ৰটিক তেওঁ বৰ স্নেহ কৰিছিল। সততে তাক চকুৰ আগত ৰাখি নিজহাতে তাৰ তদাৰক কৰিছিল। কালক্ৰমত তেওঁৰ মৃত্যুকাল উপস্থিত হ'লতো সকলো সময়তে তেওঁ পুতেক নাৰায়ণৰ কথাই মনত পেলাই আছিল। মৃত্যুৰ সময়ত যেতিয়া তিনিজন যমদূতে অজামিলৰ দেহৰপৰা জীৱটো আকৰ্ষণ কৰিবলৈ ধৰিলে, তেতিয়া তেওঁ ভয়তে—"বাছা নাৰায়ণ ক'লৈ গলি—মোৰ

ওচৰলৈ আহি বুলি অত্ৰাহিকৈ চিএঃ'ৰিবলৈ ধৰিলে। তেতিয়া ভগবান নাৰায়ণৰ নাম লোৱা বুলি সাব্যস্ত কৰি চাৰিজন বিষ্ণুদূতে যমদূতৰপৰা অজামিলৰ আত্মাটো মোকোলাই ল'লেহি। এইখিনিতে বিষ্ণুদূত আৰু যমদূত-সকলৰ মাজত ধৰ্মতত্ত্ব আৰু ভগবানৰ নামোচ্চাৰণৰ মাহাত্ম্য সম্পৰ্কে নানা আলোচনা হ'ল। মৃত্যুৰ সময়ত নাৰায়ণ বা হৰিৰ নাম লোৱাবাবে আৰু .দূতসকলৰপৰা হৰিকীৰ্ত্তন শুনাবাবে তেওঁ সমস্ত পাপৰপৰা মুক্ত হ'ল। পাছত তেওঁ বেশ্যা-ভাৰ্য্যা গৃহ, পুত্ৰ সকলোকে ত্যাগ কৰি হিমালয়ৰ গঙ্গা নদীৰ উৎপত্তি স্থানত নাৰায়ণৰ ধ্যানত ৰত হ'ল আৰু যথাসময়ত বিষ্ণুলোকলৈ গমন কৰি বিষ্ণুৰ অন্যতম পাৰিষদৰূপে বিষ্ণুৰ সেৱাত নিমগ্ন হৈ থাকিল।

অত্ৰি ঃ—অত্ৰি সম্পৰ্কে কেবাটাও কথা জনা যায়। তেওঁ ঋগবেদৰ মন্ত্ৰদ্ৰষ্টা ঋষিসকলৰ অন্যতম। অথৰ্ব্ব বেদতো তেওঁৰ প্ৰাধান্য আছে। ভাগৱৎ, বিষ্ণু পুৰাণ, মৎস্যপুৰাণ আদিৰ মতে তেওঁ ব্ৰহ্মাৰ 'মানসপুত্ৰ। ব্ৰহ্মাৰ চকুৰপৰা তেওঁৰ জন্ম হয়। তেওঁ সপ্তৰ্ষিমণ্ডলৰো অন্যতম। কৰ্দ্দম প্ৰজাপতিৰ কন্যা অনুসূয়া তেওঁৰ পত্নী। পুত্ৰ লাভাৰ্থে পত্নীৰে সৈতে তেওঁ তপস্যাত ৰত হয়। তপস্যাত তুষ্ট হৈ ব্ৰহ্মা, বিষ্ণু আৰু শিৱ তিনিওজনে তেওঁলোকক তেওঁলোকৰ পুত্ৰৰূপে জন্ম লোৱাৰ বৰ দান কৰে। সেইমতে বিষ্ণুৱে দত্তাত্ৰেয়, শিৱই দুৰ্ব্বাসা আৰু ব্ৰহ্মাই সোম বা ইন্দ্ৰৰূপে তেওঁলোকৰ পুত্ৰ হয়। অন্যমতে অত্ৰি দহজন প্ৰজাপতিৰ অন্যতম্। বনবাসৰ সময়ত ৰাম তেওঁৰ আশ্ৰমত কিছুদিন আছিল। তেওঁ বহুতো শাস্ত্ৰ আৰু সংহিতা প্ৰণয়ন কৰে।

অদিতি ঃ—অদিতি দক্ষ প্ৰজাপতিৰ কন্যা আৰু কশ্যপ মুনিৰ পত্নী। ইন্দ্ৰ, বিষ্ণু, সূৰ্য্য, ত্বষ্টা, বৰুণ, অংশ, অৰ্য্যমা,

ৰ্বরি, পূষা, মিত্র, বৰদমনু, আৰু পৰ্জ্জন্য—এই বাৰজন দেৱতা তেওঁৰ পুত্র। সেই বাবে তেওঁ দেৱমাতাৰূপে খ্যাতা। বামন অৱতাৰত বিষ্ণুৱে তেওঁৰ গৰ্ভতে জন্মগ্রহণ কৰে। কামৰূপৰ অধিপতি নৰকাসুৰক বধ কৰি নিয়া কুণ্ডলযোৰ কৃষ্ণই সন্মান কৰি তেওঁক দিয়ে। পাৰিজাতৰ বাবে কৃষ্ণ আৰু ইন্দ্ৰৰ মাজত হোৱা কাজিয়াখনৰো তেওঁ মীমাংসা কৰি দিয়ে।

অনন্ত :—(১) বিষ্ণুৰ আন এটা নাম। ন+অন্ত=অনন্ত। যাৰ অন্ত বা শেষ নাই ; এতেকে ভগৱান বিষ্ণু। (২) সৰ্পকুলৰ ৰজা। সাপৰ ভিতৰত অনন্ত নাগ সৰ্ব্বপ্রধান। কশ্যপৰ ঔৰসত আৰু কদ্ৰুৰ গৰ্ভত তেওঁৰ জন্ম হয়। ভায়েকসকলৰ ব্যবহাৰত অসন্তুষ্ট হৈ তেওঁ ব্ৰহ্মাৰ তপস্যা কৰে। ব্ৰহ্মাৰ বৰ লাভ কৰি তেওঁ পাতাললৈ যায় আৰু পৃথিৱীক মূৰেৰে ধৰি থাকে। ব্ৰহ্মাৰ কৃপাতে তেওঁৰ সৰ্পশত্ৰু গৰুড়ৰ লগত বন্ধুত্ব হয়। তেওঁৰ পত্নীৰ নাম তুষ্টি। তেওঁৰ অন্যান্য নাম হ'ল—শেষনাগ, বাসুকী, গোগস ইত্যাদি। কালিকা পুৰাণৰ মতে মহাপ্রলয়ৰ শেষত নাৰায়ণে লক্ষ্মীৰে সৈতে অনন্ত নাগৰ মাজৰ ফণাটোত শয়ন কৰে। বিষ্ণু পুৰাণ মতে অনন্ত বলৰামৰ অৱতাৰ।

অন্ধক : -(১) যদুবংশীয় এজন ৰজা। তেওঁৰ পিতৃৰ নাম সাত্বত। কুকুৰ, ভজমান, শুচিকম্বল আৰু বৰ্হিষ নামে তেওঁৰ চাৰিজন পুত্র আছিল।

(২) এজন বৈশ্য জাতীয় মুনি। তেওঁৰ পত্নী শূদ্ৰকন্যা আছিল। দুয়ো জন্মান্ধ আছিল বাবে পুত্র সিন্ধু মুনিয়ে তেওঁলোকক পোহপাল, দেখা-শুনা কৰিছিল। এদিন অযোধ্যাৰ ৰজা দশৰথে মৃগয়ালৈ গৈ সিন্ধু মুনিয়ে যমুনা

নৈত কলহত পানী ভৰোৱা শব্দক হাতীয়ে পানী খোৱা শব্দ বুলি ভুল কৰি তালৈ শব্দভেদী বাণ নিক্ষেপ কৰে। ফলত, সিন্ধু মুনিৰ মৃত্যু হয়। পুত্ৰশোকত জৰ্জ্জৰিত অন্ধকে তেতিয়া দশৰথকো পুত্ৰশোকত মৰিবলৈ অভিশাপ দিয়ে। দশৰথৰ কিন্তু শাপে বৰস্বৰূপ হয়। কাৰণ, তেতিয়ালৈকে তেওঁ অপুত্ৰক তথা নিঃসন্তান আছিল। পত্নীৰে সৈতে অন্ধকে জলন্ত চিতাত প্ৰাণ ত্যাগ কৰে।

অনিৰুদ্ধ ঃ—শ্ৰীকৃষ্ণৰ নাতি আৰু প্ৰদ্যুম্নৰ পুত্ৰ। যুদ্ধত তেওঁৰ গতি কোনোৱে ৰোধ কৰিব নোৱাৰিছিল বাবে তেওঁৰ নাম অনিৰুদ্ধ হয়। প্ৰথমতে তেওঁ ভোজকট দেশৰ ৰাজকন্যা আৰু ৰুক্মিৰ নাতিনী সুভদ্ৰাক বিয়া কৰায়। এইফালৰপৰা তেওঁৰ বজ্ৰ নামেৰে এটি পুত্ৰ ওপজে। শোণিতপুৰৰ ৰজা বাণৰ কন্যা ঊষাই সপোনতে তেওঁৰ প্ৰণয়াসক্তা হৈ তেওঁক নিবলৈ সখীয়েক চিত্ৰলেখাক পঠিয়াইছিল। নাৰদৰ পৰামৰ্শমতে চিত্ৰলেখাই অন্তেষপুৰত প্ৰবেশ কৰি নাৰদপ্ৰদত্ত তামসী বিদ্যা আৰু ইন্দ্ৰজালেৰে অনিৰুদ্ধক বশীভূত কৰে আৰু শোণিতপুৰলৈ লৈ আহে। ঊষা-অনিৰুদ্ধৰ বিবাহ গন্ধৰ্ব্বমতে সমাধা হয়। পাছত বাণে এই কথা জানিব পাৰি অনিৰুদ্ধক বন্দী কৰি থয়। নাৰদৰপৰাই এই সংবাদ পাই শ্ৰীকৃষ্ণই বলদেৱ, প্ৰদ্যুম্ন আদিক লৈ শোণিতপুৰলৈ আহি বাণৰ লগত যুদ্ধ কৰে। বাণ পৰাজিত হয়। ঊষা অনিৰুদ্ধক লৈ যাদৱসকল দ্বাৰকালৈ গুচি যায়। যদুবংশ ধ্বংসৰ সময়ত অনিৰুদ্ধৰো মৃত্যু হয়।

অম্বষ্ঠ ঃ—কৃষ্ণ-বলৰামে কংসৰ মল্লশালাত (বা ৰঙ্গশালাত) সোমোৱাৰ সময়ত মল্লশালাৰ দুৱাৰমুখত বাট ভেটি ধৰা কুবলয় নামৰ হাতীটোৰ মাউতজনৰ নাম আছিল অম্বষ্ঠ।

যিখিনিত কৃষ্ণই কুবলয়ৰ দাঁত উভালি লয় আৰু সেই দাঁতেৰেই কোবাই কোবাই কুবলয় আৰু অম্বষ্ঠক বধ কৰে।

(২) অম্বা শব্দৰ অৰ্থ হ'ল মাতৃ আৰু স্থা শব্দৰ অৰ্থ হ'ল থকা। অৰ্থাৎ মাতৃৰ কুলতে থকা। ব্ৰাহ্মণৰ ঔৰসত বৈশ্যাৰ গৰ্ভত হোৱা সংতানকো অম্বষ্ঠ কোৱা হয়। যেনে—বঙ্গদেশৰ বৈদ্য জাতিৰ মানুহ। (হেমকোষ)।

অৰবিন্দলোচন ঃ—বিষ্ণুৰ আন এটা নাম। অৰবিন্দ শব্দৰ অৰ্থ পদুম ফুল। লোচন শব্দৰ অৰ্থ চকু। এতেকে পদুম ফুলৰ সদৃশ সুন্দৰ আৰু শুৱনী চকু যাৰ তেওঁ অৰবিন্দলোচন।

অৰিষ্ট ঃ—(১) শ্ৰীমদ্ভাগবতমতে এজন শক্তিশালী অসুৰ। বলি দানৱৰ পুত্ৰ। কংসৰ তেওঁ বৰ প্ৰিয়পাত্ৰ আছিল। কংসই কৃষ্ণক বধ কৰিবলৈ তেওঁক নিয়োগ কৰাত তেওঁ নন্দ গৃহলৈ যায় আৰু এটা ষাঁড় গৰুৰ ৰূপ ধৰি কৃষ্ণক আক্ৰমণ কৰে। কৃষ্ণই ষাঁড়ৰ শিং এটাত খামুচি ধৰি আনটো শিং উভালি লয় আৰু তাৰেই কোবাই কোবাই তাক বধ কৰে।

(২) কূৰ্ম পুৰাণমতে অৰিষ্ট বৈবস্বত মনুৰ পুত্ৰ। তেওঁৰ আন এটা নাম নাভাগ।

অৰুণ ঃ— এক পক্ষী বিশেষ। কশ্যপ মুনিৰ ঔৰসত আৰু বিনতাৰ গৰ্ভত কণী অৱস্থাতে তেওঁৰ জন্ম হয়। তেওঁ গৰুড়ৰ ককায়েক। ফুটোৱাত পলম হোৱা বাবে আৰু সপত্নী কদ্ৰুৰ সংতানসকল দিনে দিনে ডাঙৰ-দীঘল হৈ অহা বাবে অধৈৰ্য্য হৈ বিনতাই অকালতে কণীটো ভাঙি পেলায়। সেয়ে অৰুণে আঠুহীন বিকলাঙ্গ হৈ জন্মগ্ৰহণ কৰে। উপজিয়েই তেওঁ মাকক অভিশাপ দিয়ে যে পাঁচশ বছৰ তেওঁ (বিনতাই) সপত্নী কদ্ৰুৰ দাসী হৈ থাকিব লাগিব; আৰু ফুকাবলৈ বাকী থকা কণীটো যদি নেভাঙে তেনেহ'লে সেই কণীজাত সন্তানে তেওঁক দাসীত্বৰপৰা উদ্ধাৰ কৰিব। শ্যোনী নামৰ পত্নীৰ

গর্ভত অৰুণৰ সম্পাতি আৰু জটায়ু নামেৰে দুই পুত্র সন্তান ওপজে। সূৰ্য্যৰ ৰথৰে সাৰথিৰূপে তেওঁ চিৰকাল সূৰ্য্যৰ সাতটা ঘোঁৰাই টনা ৰথ পৰিচালনা কৰে।

(২) সূৰ্য্যৰ আন এটা নাম অৰুণ।

অৰ্জ্জুন ঃ—তৃতীয় পাণ্ডৱ। পাণ্ডুৰ মহিষী কুন্তীৰ গৰ্ভত আৰু ইন্দ্ৰৰ ঔৰসত তেওঁৰ জন্ম হয়। প্ৰথমতে কৃপাচাৰ্য আৰু পাছত দ্ৰোণাচাৰ্য্যৰ ওচৰত অস্ত্ৰবিদ্যা আৰু ধনুৰ্বিদ্যা শিক্ষা কৰি তেওঁ মহা পৰাক্ৰমী বীৰ হৈ উঠে। দ্ৰোণাচাৰ্য্যক সন্তুষ্ট কৰি তেওঁৰপৰা তেওঁ ব্ৰহ্মশিৰ নামৰ অমোঘ অস্ত্ৰ লাভ কৰে। গন্ধৰ্ব অঙ্গাৰপৰ্ণক পৰাস্ত কৰি তেওঁৰপৰা তেওঁ চাক্ষুষী বিদ্যা (যাৰ প্ৰভাৱত যিকোনো বস্তুকে দেখা যায়) আয়ত্ত কৰে। দ্ৰুপদকন্যা দ্ৰৌপদীৰ স্বয়ম্বৰত লক্ষ্য ভেদ কৰি তেওঁ দ্ৰৌপদীক লাভ কৰে আৰু মাকৰ আদেশমতে পাছত বাকী চাৰি ভাই-ককায়েকৰ সৈতে উমৈহতীয়াকৈ বিয়া কৰায়। জ্ঞাতিৰ ছলনাত পঞ্চ পাণ্ডৱে বনবাস খটাৰ সময়ত তেওঁ পৰশুৰামৰ ওচৰত অস্ত্ৰবিদ্যা শিক্ষা কৰে। সেইসময়তে তেওঁ নাগৰাজৰ কন্যা উলুপী, মণিপুৰৰ ৰজাৰ কন্যা চিত্ৰাঙ্গদা আৰু শ্ৰীকৃষ্ণৰ ভনীয়েক সুভদ্ৰাক বিয়া কৰায়। দ্ৰৌপদীৰপৰা তেওঁৰ শ্ৰুতবৰ্মা, চিত্ৰাঙ্গদাৰপৰা বভ্ৰুবাহন, উলুপীৰপৰা ইৰাবান (অন্যমতে ইলাৱন্ত) আৰু সুভদ্ৰাপৰা অভিমন্যু নামৰ পুত্ৰৰ জন্ম হয়।

বনবাসৰ সময়ত অৰ্জ্জুনে দেৱতাসকলক নানাভাৱে সন্তুষ্ট কৰি বিবিধ অস্ত্ৰ-শস্ত্ৰ লাভ কৰে। যেনে মহাদেৱৰ-পৰা পাশুপাত, বৰুণৰপৰা গাণ্ডীৱ ধনু, অক্ষয়তূণ আৰু কপিধ্বজ নামৰ ৰথ, নাগপত্নী উলুপীৰপৰা জলজয়ী বিদ্যা ইত্যাদি। ইন্দ্ৰৰ ওচৰত অস্ত্ৰবিদ্যা শিক্ষা কৰাৰ গুৰুদক্ষিণা

স্বৰূপে তেওঁ নিবাত কবচ প্ৰমুখ্যে তিনি কোটী দানৱ আৰু পৌলোম আৰু কালকেয় নামৰ অসুৰক বিনাশ কৰি ইন্দ্ৰক নিৰাপত্তা প্ৰদান কৰে। ইয়াৰ পুৰস্কাৰস্বৰূপে তেওঁ ইন্দ্ৰৰ-পৰা অভেদ্য দিব্য কৱচ, হিৰন্ময়ী মালা, দেৱদত্ত শংখ, দিব্য কিৰীটি আৰু দিব্য বস্ত্ৰাভৰণ লাভ কৰে। বনবাসৰ সময়ত দ্বৈতবনৰ সৰোবৰৰ তীৰত গন্ধৰ্ব্বৰাজ চিত্ৰসেনৰদ্বাৰা সপৰিবাৰে বন্দী হোৱা দুৰ্যোধনক তেওঁ উদ্ধাৰ কৰে। সিন্ধুৰাজ জয়দ্ৰথে দ্ৰৌপদীক হৰণ কৰাত ভীমেৰে সৈতে লগ লাগি তেওঁ জয়দ্ৰথক শাস্তি দিয়ে। অজ্ঞাতবাসৰ সময়ত নপুংসক বৃহন্নলাৰূপে তেওঁ বিৰাট ৰজাৰ ঘৰত কটায় আৰু বিৰাট কন্যা উত্তৰাক নৃত্য-গীত শিকায়। পিছত দুৰ্যোধনে বিৰাট ৰজাৰ গৰু হৰণ কৰিলত বৃহন্নলাই দুৰ্যোধনক পৰাস্ত কৰি গোধন উদ্ধাৰ কৰে। পৰিচয় পাই বিৰাটে দুহিতা উত্তৰাক তেওঁৰ লগত বিয়া দিবলৈ ইচ্ছা প্ৰকাশ কৰাত শিষ্যা-কন্যা বাবে নিজে বিয়া নকৰাই পুত্ৰ অভিমন্যুলৈ বিয়া কৰায়।

কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত অৰ্জ্জুনে শ্ৰীকৃষ্ণক তেওঁৰ প্ৰধান উপদেষ্টা আৰু ৰথৰ সাৰথিৰূপে পায়। প্ৰথমতে তেওঁ নিজৰ আত্মীয়-পৰিজনক বধ কৰিব লগাৰ আশংকাত যুদ্ধ কৰিবলৈ অমান্তি হ'লত শ্ৰীকৃষ্ণই তেওঁক যিবোৰ বাণী আৰু উপদেশেৰে যুদ্ধত প্ৰবৃত্ত কৰাবলৈ সমৰ্থ হয়, সেইসমূহেই শেষত শ্ৰীমদ্ভাগৱত গীতা নামেৰে খ্যাত হয়। সেই যুদ্ধত সৰ্ব্বসন্মতিক্ৰমে তেওঁ পাণ্ডৱৰ প্ৰধান সেনাপতি নিযুক্ত হয়। যুদ্ধৰ দশম দিনা তেওঁৰ লগত যুদ্ধ কৰি ভীষ্মই শৰশয্যা গ্ৰহণ কৰে। দ্বাদশ দিনৰ যুদ্ধত তেওঁ ভগদত্তক, চতুৰ্দ্দশ দিনত জয়দ্ৰথক, পঞ্চদশ দিনত দ্ৰোণাচাৰ্য্যক, ষোড়শ দিনত মগধৰাজ দণ্ডধাৰক আৰু সপ্তদশ দিনত মহাবীৰ কৰ্ণক বধ কৰে। যুদ্ধৰ পিছত যুধিষ্ঠিৰে কৰা অশ্বমেধ যজ্ঞৰ ঘোঁৰাৰ

পিছে পিছে তেওঁ অনুগমন কৰে। ত্রিগর্ত্ত, সিন্ধুদেশ, প্রাগ-জ্যোতিপুৰ আদি জয় কৰাৰ পাছত মণিপুৰত নিজপুত্র বভ্রুবাহণৰ হাতত তেওঁ নিহত হয়; পাছত পত্নী উলুপীয়ে নাগলোকৰপৰা সঞ্জীৱনী মণি আনি তেওঁক জীয়াই তোলে। যদুবংশ ধ্বংস হোৱাৰ আৰু শ্রীকৃষ্ণই দেহত্যাগ কৰাৰ পাছত তেওঁ কৃষ্ণৰ অন্তিম অনুৰোধক্রমে যদু-নাৰীসকলক দ্বাৰকাৰ-পৰা হস্তিনাপুৰলৈ লৈ আহে। কিন্তু বাটত দস্যুৱে ভালেমান নাৰী কাঢ়ি লৈ যায়। সেই শক্তিহ্রাসৰবাবে বেজাৰ কৰাত ব্যাসদেৱে তেওঁক আত্মতত্ত্ব উপদেশ দি বিষয়-বাসনা ত্যাগ কৰিবলৈ পৰামর্শ দিয়ে। এই কথা যুধিষ্ঠিৰক জনোৱাত তেওঁ মহাপ্রস্থান কৰাৰ সিদ্ধান্ত লয়। অর্জ্জুনে সদায় নিজৰ বাহিৰে শ্রেষ্ঠ বীৰ নাই বুলি ভাবিছিল আৰু অন্যান্য বীৰসকলক অবজ্ঞাৰ দৃষ্টিৰে চাইছিল। সেই পাপৰ ফলতে তেওঁ স্বৰ্গলৈ যাব নোৱাৰিলে। মহাপ্রস্থানৰ সময়ত বাটতে তেওঁৰ মৃত্যু হয়।

তেওঁৰ আন কেইটামান নাম হ'ল—সর্ব্বদেশ জয় কৰি ধন আহৰণ কৰাবাবে ধনঞ্জয়, যুদ্ধত সদায় শত্রুক জিনি আহে বাবে বিজয়, বগাঘোঁৰা সংযোজিত ৰথত ফুৰে বাবে শ্বেতবাহন, ফাল্গুণী নক্ষত্রত জন্মলাভ কৰাবাবে ফাল্গুণী, ইন্দ্রৰপৰা কিৰীট লাভ কৰাবাবে কিৰীটি, যুদ্ধত বীভৎসতা পৰিহাৰ কৰাবাবে বীভৎসু, দুয়োহাতেৰে শৰ সংযোজনা কৰিব পাৰে বাবে সব্যসাচী, বৰণত বগা আৰু নিস্কলুষ বাবে শুভ্র, শত্রুজয়ীবাবে জিষ্ণু, পৃথাৰ (কুন্তীৰ) পুত্রবাবে পার্থ, গুড়াকা অর্থাৎ নিদ্রা বা আলস্যক জয় কৰাবাবে গুড়াকেশ ইত্যাদি।

(২) ব্রজপুৰীৰ দুজোপা গছ। নাৰদৰ শাপত কুবেৰৰ পুত্র নলকুবেৰ আৰু মনিগ্রীৱ ব্রজত অর্জ্জুন গছ হৈ ওপজে।

তেওঁলোকৰ কাকুতিত তুষ্ট হৈ নাৰদে তেওঁলোকক পূৰ্ব্ব-জন্মৰ স্মৃতি থাকিব বুলি আৰু শ্ৰীকৃষ্ণৰ স্পৰ্শ পালে মুক্ত হ'ব বুলি বিধান দিয়ে। সেইমতে বালক শ্ৰীকৃষ্ণই উৰাল এটা টানি নি অৰ্জ্জুন গছ দুজোপাত লগাই উভালি পেলালত নলকুবেৰ আৰু মণিগ্ৰীৱৰ শাপমোচন হয়।

অলৰ্কঃ—(১) মাৰ্কণ্ডেয় পুৰাণমতে অলৰ্ক কাশীৰ ৰজা কুবলয়াশ্বৰ পুত্ৰ। তেওঁৰ মাকৰ নাম মদালসা। সৰ্ব্ব-বিদ্যাবিশাৰদা মদালসাই তেওঁক ব্ৰহ্মবিদ্যাকে আদি কৰি জীৱনত প্ৰয়োজনীয় সকলো বিদ্যাকে শিকায়। আদৰ্শ ৰজাৰূপে ৰাজশাসন কৰি পাছত তেওঁ বানপ্ৰস্থী হয়। তেওঁৰ পুত্ৰৰ নাম সন্নত।

(২) অন্য একমতে তেওঁ কাশীৰাজ প্ৰদ্যুম্নৰ পুত্ৰ অগস্ত্যৰ পত্নী লোপমুদ্ৰাৰ গৃহত তেওঁ বাস কৰিছিল। তেওঁ বহুদিন জীয়াই আছিল।

(৩) সত্যযুগত ভৃগুমুনিৰ পত্নীক হৰণ কৰাৰ অপৰাধত মুনিৰ দ্বাৰা অভিশপ্ত হৈ দংশ নামৰ অসুৰ এজন অলৰ্ক নামৰ এটা মলমূত্ৰভোজী কীটত পৰিণত হয়। পাছত অসুৰৰ স্তুতিত তুষ্ট হৈ পৰশুৰামৰ দৰ্শন পালে তাৰ পাপমোচন হ'ব বুলি মুনিয়ে বৰ দিয়ে। কালক্ৰমত এদিন পৰশুৰামে প্ৰিয়শিষ্য কৰ্ণৰ কোলাত মূৰ থৈ ভাগৰ পলুৱাই আছিল। এনেতে অলৰ্কই কৰ্ণৰ আঠুত কামুৰি ধৰিলেহি। অলৰ্কৰ দাৰুণ দংশন-বেদনাকো কৰ্ণই নীৰৱে সহ্য কৰি থাকিল। গুৰুৰ নিদ্ৰাভঙ্গ হোৱাৰ ভয়ত একো নকৰিলে। পাছত সাৰ পাই পৰশুৰামে কৰ্ণৰ আঠুত আৰু তাৰপৰাই নিজৰ গাতো তেজ লাগি থকা দেখি কাৰণ সোধাত কৰ্ণই কীট-টোলৈ আঙুলিয়ালে। পৰশুৰামে কীটটোলৈ চোৱামাত্ৰকে অলৰ্কই কীটৰূপ ত্যাগ কৰি অসুৰৰ ৰূপ লৈ মুক্তিলাভ কৰে।

আদিত্য ঃ—সূৰ্য্যৰ আন এটা নাম। ঋষি কাশ্যপৰ ঔৰসত আৰু অদিতিৰ গৰ্ভত বিৱস্বান, অৰ্যমা, পূষা, ত্বষ্টা, সবিতা, ভগ, ধাতা, বৰুণ, মিত্ৰ, অংশুগৰ্ভ, ইন্দ্ৰ আৰু অতিতেজা নামৰ বাৰজন পুত্ৰৰ জন্ম হয়। তেওঁলোক দ্বাদশ আদিত্য নামে অভিহিত হয়। শতপথ ব্ৰাহ্মণত আৰু বাৰজন আদিত্যৰ কথা উল্লেখ আছে। তেওঁলোক বাৰ মাহৰ প্ৰতীক স্বৰূপ। পুৰাণত আছে যে সূৰ্য্যৰ পত্নী সংজ্ঞাই স্বামীৰ তেজ সহিব নোৱাৰি পিতৃ বিশ্বকৰ্মাক দুঃখৰ কথা কোৱাত বিশ্বকৰ্মাই সূৰ্য্যতেজ কিছুপৰিমাণে কাটি কমাই পেলায়। এই খণ্ডিত সূৰ্য্যতেজ বাৰ ভাগত বিভক্ত হৈ বাৰ মাহত উদিত হয়। যেনে—বহাগত তপন, জেঠত ইন্দ্ৰ, আহাৰত ৰবি, শাওণত গভস্তি, ভাদত যম, আহিনত হিৰণ্যৰেতা, কাতিত দিবালক, আঘোণত চিত্ৰ, পুহত বিষ্ণু, মাঘত অৰুণ, ফাগুণত সূৰ্য্য আৰু চতত বেদজ্ঞ।

ইন্দ্ৰ—দেৱতাসকলৰ ৰজা। কশ্যপৰ ঔৰসত অদিতিৰ গৰ্ভত তেওঁৰ জন্ম হয়। বেদৰ মতে তেৱেঁই সৰ্ব্বশ্ৰেষ্ঠ দেৱতা; কিন্তু পুৰাণমতে তেওঁ ব্ৰহ্মা, বিষ্ণু আৰু শিৱৰ অধীন। পুৰুষ-সূক্ত মতে তেওঁ অগ্নিৰ লগত পুৰুষৰ মুখৰপৰা প্ৰকাশ পাইছিল। তেওঁৰ গা, চুলি আদিৰ বৰণ হালধীয়া। পত্নীৰ নাম শচী, পুত্ৰৰ নাম জয়ন্ত, কন্যাৰ নাম জয়ন্তী, ৰাজ্যৰ নাম অমৰাৱতী, উদ্যানৰ নাম নন্দন, প্ৰাসাদৰ নাম বৈজয়ন্ত, হাতীৰ নাম ঐৰাৱত, ঘোঁৰাৰ নাম উচ্চৈঃশ্ৰবা, ৰথৰ নাম বিমান, সাৰথিৰ নাম মাতলি, ধনুৰ নাম ইন্দ্ৰধনু, তৰোৱালৰ নাম পাৰন্ধ আৰু অস্ত্ৰৰ নাম বজ্ৰ। তেওঁ বৃষ্টিপাত আৰু শস্যোৎপদনৰ দ্বাৰা প্ৰজা বৃদ্ধি কৰে আৰু বজ্ৰ-বিদ্যুত-পৰিচালনা কৰে। দৈত্য-দানৱ-ৰাক্ষস আদি দেৱহিংসুক আৰু বেদ-বিদ্বেষীসমূহক বিনষ্ট কৰি দেৱদ্বিজ আৰু

প্ৰজাস্থিতি ৰক্ষা কৰাই তেওঁৰ প্ৰধান কৰ্ত্তব্য। এশ অশ্বমেধ যজ্ঞ কৰিলে নাইবা তেনে ফল হোৱাৰ জোখাই তপস্যা কৰিলে নাইবা তেনে ফল হোৱাৰ জোখাই তপস্যা কৰিলে ইন্দ্ৰত্ব প্ৰাপ্ত হয়বাবে কোনোবাই অশ্বমেধ যজ্ঞ কৰা দেখিলেই তেওঁ তাত বিঘিনি ঘটায় আৰু স্বৰ্গৰ অপ্সৰা পঠিয়াই-তপস্বীসকলৰ তপোভঙ্গ কৰে। অসুৰসকলৰ অত্যাচাৰৰ-পৰা ৰক্ষা পাবৰ বাবে আৰু স্বৰ্গ যাতে অসুৰ কবলিত নহয় তাৰ বাবে তেওঁ সততে সিহঁতৰ লগত যুঁজ কৰি সিহঁতক বিনাশ কৰে। মাজে মাজে নিজেও পৰাস্ত হয়। এইদৰে তেওঁ বৃত্ৰ, নমুচি, বল, জম্ভ, অহি, চুমুৰি, ধুনি, পিপন, শুষ্ক আদি অসুৰবৃন্দক বধ কৰে। এইবাবে তেওঁ বৃত্ৰহা, বৃত্ৰঘ্ন, নমুচিসূদন, জম্ভভেদী, জম্ভভেদন, বলৰিপু, বলভিদ, বলভেদন, বলাৰাতি, পুৰুহুত, পাকশাসন আদি নামেৰে খ্যাত হয়। অসুৰপুৰী ধ্বংস কৰাবাবে তেওঁৰ নাম হয় পুৰন্দৰ, মেঘ তেওঁৰ বাহন বাবে হয় মেঘবাহন, বাৰি বৰ্ষণ কৰে বাবে হয় বৃষা। প্ৰধান অস্ত্ৰৰূপে বজ্ৰ ধাৰণ কৰে বাবে তেওঁৰ নাম হয় গোত্ৰাভিদ্ বজ্ৰী আৰু আখণ্ডল। তেওঁৰ ঘোঁৰাবোৰ হালধীয়া বাবে তেওঁৰ নাম হৰিহয় বা হৰিদশ্ব। বীৰ হ'লেও তেওঁ অতিশয় বিলাসী আৰু কামুক। ব্ৰহ্মাই সুন্দ আৰু উপসুন্দ নামৰ দৈত্যক বধ কৰিবলৈ সৃজন কৰা তিলোত্তমাক কামভাবেৰে চোৱাবাবে তেওঁৰ শৰীৰত সহস্ৰ চকুৰ উৎপত্তি হয়। সেয়ে তেওঁৰ নাম সহস্ৰলোচন। তিলোত্তমাক একেথৰে চাই থকাবাবে তেওঁৰ নাম স্থানু। গোতম মুনিৰ অনুপস্থিতিত মুনিৰ ৰূপ ধৰি মুনিপত্নী অহল্যাৰ সতীত্ব নষ্ট কৰাবাবে তেওঁৰ গোটেই দেহতে যোনিচিহ্ন প্ৰকাশ পায়; সেয়ে তেওঁৰ নাম নেত্ৰযোনি।

পাণ্ডুপত্নী কুন্তীৰ গৰ্ভত তেওঁ অৰ্জ্জুনক আৰু ঋক্ষৰাজ পত্নীৰ গৰ্ভত বালীক জন্ম দিয়ে।

ইন্দ্ৰৰ লগত শ্ৰীকৃষ্ণৰো বিৰোধ ঘটিছিল। ব্ৰজবাসীসকলে এসময়ত ইন্দ্ৰপূজা কৰিছিল। কিন্তু শ্ৰীকৃষ্ণৰ চেষ্টাত এই পূজা বন্ধ হোৱাত ইন্দ্ৰই প্ৰচণ্ড ধুমুহা-বৰষুণেৰে ব্ৰজ প্লাবিত কৰি পেলায়। তেতিয়া কৃষ্ণই গোবৰ্দ্ধন ধাৰণ কৰি ব্ৰজবাসীকে ৰক্ষা কৰে। শ্ৰীকৃষ্ণই পত্নী সত্যভামাৰ অনুৰোধত ইন্দ্ৰৰ পাৰিজাত হৰণ কৰিছিল। তেতিয়া ইন্দ্ৰাণীৰ প্ৰৰোচনাত দেৱতাসকলক লগত লৈ ইন্দ্ৰই কৃষ্ণক আক্ৰমণ কৰে। যুদ্ধত ইন্দ্ৰ পৰাস্ত হয়।

ইন্দ্ৰদ্যুম্ন—এজন সূৰ্য্যবংশীয় ৰজা। অৱন্তী বা উজ্জয়িনী তেওঁৰ ৰাজ্য আছিল তেওঁ বিষ্ণুৰ পূজা কৰিবলৈ মানস কৰে আৰু পূজা-অৰ্চ্চনাৰ উপযুক্ত স্থান বিচাৰি বিচাৰি শেষত পুৰুষোত্তম ক্ষেত্ৰত উপস্থিত হয়। তাতে বিষ্ণুৰ পূজা আৰু যজ্ঞ সমাপন কৰি অন্তত এটা মন্দিৰ নিৰ্মাণ কৰে। কিন্তু মন্দিৰত কাৰ মূৰ্ত্তি প্ৰতিষ্ঠা কৰিব তাক ঠিৰাং কৰিব নোৱাৰি বৰ বিমোৰত পৰে আৰু বিষ্ণুৰ আৰাধনাত লিপ্ত হয়। সপোনত বিষ্ণুৱে তেওঁক দৰ্শন দি বিষ্ণুৰ সনাতনী মূৰ্ত্তিকে মন্দিৰত প্ৰতিষ্ঠা কৰিবলৈ উপদেশ দিয়ে। তেওঁক নিৰ্দেশ দিয়ে যে পিছদিনা পুৱা তেওঁ সাগৰৰ তীৰলৈ গ'লেই তাত এডোখৰ কাঠ লাগি থকা দেখিবলৈ পাব আৰু সেই কাঠৰপৰাই তেওঁ বিষ্ণুৰ মূৰ্ত্তি নিৰ্মাণ কৰিব। পুৱা ৰজাই সাগৰৰ পাৰলৈ গৈ সপোনৰ নিৰ্দ্দেশমতে জল আৰু স্থলৰ সন্ধিভাগত প্ৰকাণ্ড কাঠ এডোখৰ লাগি থকা দেখা পালে আৰু নিজ হাতেৰে কুঠাৰেৰে তাক খণ্ড খণ্ড কৰিবলৈ ধৰিলে। এনে সময়তে বিষ্ণু আৰু বিশ্বকৰ্ম্মা ছদ্মবেশেৰে তাত উপস্থিত হ'ল। বিষ্ণুৱে ক'লে যে মূৰ্ত্তি নিৰ্মাণকাৰ্য্য

ৰজাৰ দ্বাৰা সম্পন্ন হ'ব নে নহয় সন্দেহজনক কথা। তেওঁৰ লগত ভংগাজন (ছদ্মবেশী বিশ্বকৰ্মা) এজন নিপুণ কাৰিকৰ। ৰজাই তেওঁকেই মূৰ্ত্তি নিৰ্মাণকাৰ্যত নিযুক্ত কৰিব পাৰে। ৰজাই তেতিয়া ছদ্মবেশী বিশ্বকৰ্মাক বলৰাম, কৃষ্ণ আৰু সুভদ্ৰাৰ মূৰ্ত্তি কৰিবলৈ পাচিলে। বিশ্বকৰ্মাই সেইদৰে মূৰ্ত্তি নিৰ্মাণ কৰি দিলে। ৰজাই সেই মূৰ্ত্তি-সকলক মন্দিৰত প্ৰতিষ্ঠা কৰি পূজা-সেৱাৰ বন্দোবস্ত কৰিলে। সেয়েই জগন্নাথ ক্ষেত্ৰৰূপে বিদিত হ'ল।

ইন্দ্ৰদ্যুম্নই কৌমাদ্য ৰজাৰ কন্যা মাল্যৱতীক বিয়া কৰাইছিল। তেওঁৰ কন্যাৰ নাম সত্যৱতী বা ঘুনুচা। ৰজাই সত্যবতীক পাছত জগন্নাথ মূৰ্ত্তিতে বিয়া দিয়ে।

ইন্দ্ৰসেন—ইন্দ্ৰসেন কেবাগৰাকীও। যেনে: (১) ৰজা পৰীক্ষিতৰ পুত্ৰ, (২) দ্ৰৌপদীৰ গৰ্ভত ওপোজা ৰজা যুধিষ্ঠিৰ পুত্ৰ, (৩) দময়ন্তীৰ গৰ্ভত ওপোজা ৰজা নলৰ পুত্ৰ আৰু (৪) সূৰ্যবংশীয় পূৰ্ণৰ পুত্ৰ। ইন্দ্ৰসেনৰ পুত্ৰৰ নাম বীতিহোত্ৰ।

ইক্ষ্বাকু—(১) অযোধ্যাৰ সূৰ্যবংশীয় ৰজাসকলৰ আদি পুৰুষ। তেওঁৰ পিতৃৰ নাম বৈবস্বত মনু আৰু মাতৃৰ নাম শ্ৰদ্ধা। বিষ্ণুপুৰাণমতে বৈবস্বত মনুৰ নাকৰপৰা তেওঁৰ উৎপত্তি হয়। তেওঁ বৈবুদ্ধা, নিমি, দণ্ড প্ৰভৃতি এশজন পুত্ৰৰ পিতৃ হৈছিল। পুত্ৰসকলৰ পাঁচশজনে আৰ্য্যাৱৰ্ত্ত, পাঁচশজনে পশ্চিমদেশ, তিনিজনে মধ্য দেশ আৰু বাকীসকলে অন্যান্য দেশ সমূহ শাসন কৰিছিল। তেওঁ সূৰ্যবংশৰ স্থাপয়িতা আৰু প্ৰসিদ্ধ ইক্ষ্বাকু বংশৰো প্ৰতিষ্ঠাপক। শ্ৰীৰামচন্দ্ৰই এই বংশতে জন্মগ্ৰহণ কৰে।

(২) বাৰাণসীৰ ৰজা। তেওঁৰ পিতৃৰ নাম সুবন্ধ। ইক্ষুদণ্ড অৰ্থাৎ কুঁহিয়াৰ ভেদ কৰি জন্ম হোৱা বাবে তেওঁৰ নাম ইক্ষ্বাকু হয়।

ঈশান ঃ—একাদশ ৰুদ্ৰৰ অন্যতম। পূব আৰু উত্তৰ চুকৰ অধিপতি দেৱতা। শিৱৰ আঠপ্ৰকাৰৰ মূৰ্ত্তিৰ ভিতৰত সূৰ্য্য মূৰ্ত্তি

উগ্ৰস্ৰৱা ঃ—*২

উগ্ৰসেন ঃ—(১) মথুৰাৰ যদুবংশীয় ৰজা। আহুকৰ ঔৰসত আৰু কাশ্যাৰ গৰ্ভত তেওঁৰ জন্ম হয়। দেৱক তেওঁৰ ভায়েক। দেৱকৰ চাৰিজন পুত্ৰ আৰু সাতগৰাকী কন্যা। সাতোগৰাকী কন্যাকে বসুদেৱে বিয়া কৰায়। তাৰে ডাঙৰ গৰাকী দৈৱকীৰ গৰ্ভত শ্ৰীকৃষ্ণৰ জন্ম হয়। উগ্ৰসেনৰ নজন পুত্ৰ আৰু পাঁচগৰাকী কন্যা আছিল। কংস পুত্ৰসকলৰ সৰ্ব্বজ্যেষ্ঠ। কংসই পিতাক উগ্ৰসেনক নানা অত্যাচাৰ কৰি সিংহাসনচ্যুত কৰে আৰু বন্দী কৰি কাৰাগাৰত থয়। পাছত শ্ৰীকৃষ্ণই বলৰামৰ সহায়ত কংসক বধ কৰি উগ্ৰসেনক পুনৰ মথুৰাৰ সিংহাসনত বহুৱায়। তেওঁ দীৰ্ঘজীৱী আছিল। যদুকুল ধ্বংস হোৱা তেওঁ দেখিবলৈ পাইছিল।

(২) ৰজা পৰীক্ষিতৰ এজন পুত্ৰৰ নাম উগ্ৰসেন।

(৩) ধৃতৰাষ্ট্ৰৰ এশজন পুত্ৰৰ এজনৰ নাম উগ্ৰসেন।

উত্তৰা ঃ—মৎস্যৰাজ বিৰাট ৰজাৰ কন্যা। শঙ্খ আৰু উত্তৰৰ ভনীয়েক। পাণ্ডৱসকলে বিৰাট ৰজাৰ ঘৰত অজ্ঞাতবাস কৰাৰ সময়ত বৃহন্নলাৰূপী অৰ্জ্জুনে তেওঁক নৃত্য-গীত আদি কলাবিদ্যা শিকাইছিল। অজ্ঞাতবাসৰ শেষত অৰ্জ্জুনৰ পৰিচয় পাই বিৰাটে উত্তৰাক অৰ্জ্জুনৰ সৈতে বিয়া দিয়াৰ প্ৰস্তাৱ কৰিছিল। কিন্তু কন্যাস্থানীয়া শিষ্যাৰ পাণিগ্ৰহণ কৰিবলৈ মান্তি নহৈ অৰ্জ্জুনে নিজৰ পুত্ৰ অভিমন্যুলৈ উত্তৰাক বিয়া কৰায়। কুৰুক্ষেত্ৰৰ যুদ্ধত সপ্তৰথীৰদ্বাৰা অন্যায় যুদ্ধত অভিমন্যু নিহত হোৱাৰ সময়ত উত্তৰা সগৰ্ভা আছিল, অশ্বত্থামাৰ মণিহৰণৰ সময়ত অশ্বত্থামা আৰু অৰ্জ্জুনৰ মাজত হোৱা যুদ্ধত আশ্বত্থামাই প্ৰয়োগ কৰা

ঐষিক বাণে উত্তৰাৰ গৰ্ভস্থ সন্তান নষ্ট কৰিব খুজিছিল ; কিন্তু কৃষ্ণৰ কৃপাত সেই সন্তান ৰক্ষা পৰে। যথাসময়ত উত্তৰাই এটি পুত্ৰ সন্তানৰ জন্ম দিয়ে। সেই পুত্ৰই হ'ল ৰজা পৰীক্ষিত। মহাপ্ৰস্থানৰ সময়ত মহাৰাজ যুধিষ্ঠিৰে পৰীক্ষিতক ৰাজ্যভাৰ অৰ্পণ কৰে।

উদগীথ :—দৈৱকীৰ আঠজন পুত্ৰৰ অন্যতম। ওপোজাৰ পাছতে কংসৰ হাতত প্ৰাণ হেৰুৱায়। ( মৰীচি দ্ৰষ্টব্য )

উদ্ধব : শ্ৰীকৃষ্ণৰ পৰম ভক্ত আৰু সখা। তেওঁ সত্যকৰ পুত্ৰ। মতান্তৰে তেওঁ যদুবংশীয় দেৱভাগৰ পুত্ৰ। দেৱগুৰু বৃহস্পতিৰ ওচৰত তেওঁ শিক্ষা লাভ কৰিছিল আৰু বৃষ্ণি বংশীয় ৰজাসকলৰ মন্ত্ৰী আছিল। শ্ৰীকৃষ্ণই তেওঁক গভীৰ তত্ত্বজ্ঞান, মুক্তজীৱ, সাধু লক্ষণ, ভক্তি লক্ষণ প্ৰভৃতি সাধুসঙ্গৰ মহিমা, কৰ্ম্মানুষ্ঠান, কৰ্ম্মত্যাগ আৰু ভক্তিযোগ সম্পৰ্কে উপদেশ দিছিল। শ্ৰীকৃষ্ণৰ আদেশ মতেই তেওঁ জীৱনৰ শেষডোখৰ ব্যাসদেৱৰ বদৰিকাশ্ৰমত কটায় আৰু অৱশেষত ধ্যান আৰু যোগবদ্ধাৰা দেহত্যাগ কৰে।

উল্মুক : বলৰামৰ পুত্ৰ। তেওঁৰ মাকৰ নাম ৰেৱতী। যদুবংশ ধ্বংসৰ সময়ত ভায়েক নিশঠৰ লগত ৰণ কৰি দুয়ো নিহত হয়।

উমা :—মহাদেৱৰ পত্নী। দক্ষই পিতা শিৱহীন যজ্ঞত পতিনিন্দা সহিব নোৱাৰি সতীয়ে দেহত্যাগ কৰাৰ পাছত তেওঁ গিৰিৰাজ হিমালয়ৰ ঔৰসত আৰু মেনকাৰ গৰ্ভত পাৰ্ব্বতী নামে জন্ম গ্ৰহণ কৰে এই জন্মতো শিৱক স্বামীৰূপে পাবলৈ তেওঁ অতি কম বয়সতে শিৱৰ তপস্যা কৰিবলৈ ওলায়। তেতিয়া মেনকাই "উ-মা"—অৰ্থাৎ ইমান কম বয়সতে তপস্যা কৰিব নেলাগে বুলি জীয়েকক বাধা

দিয়ে। মাকে “উ-মা” বুলি উচ্চাৰণ কৰা কথাষাৰ লৈয়েই পাছলৈ পাৰ্ব্বতীৰ নাম ‘উমা’ হয়।

উষা ঃ—(১) প্ৰাতঃকালৰ অধিষ্ঠাত্ৰী দেৱী। জ্যোতিয়েই তেওঁৰ আভৰণ। বেদমতে তেওঁ প্ৰজাপতিৰ কন্যা। প্ৰজাপতিয়ে তেওঁক চন্দ্ৰৰ লগত বিয়া দিবলৈ সংকল্প কৰিলে। এই কথা জানিব পাৰি অগ্নি, সূৰ্য্য, ইন্দ্ৰ আৰু অশ্বিনী কুমাৰ দুজন—এই পাঁচজনো উষাৰ পাণিপ্ৰাৰ্থী হয়। শেষত নিৰুপায় হৈ প্ৰজাপতিয়ে ঘোষণা কৰিলে যে সেই পাঁচজন দেৱতাৰ ভিতৰত যিজনে আকাশত অতি বেছি পৰিমাণে অনুধাবন কৰিব আৰু লগে লগে স্বৰচিত বেদসুক্ত উচ্চাৰণ কৰিব পাৰিব, তেওঁকেই উষাক সমৰ্প ণ কৰা হ'ব। শেষত অশ্বিনী কুমাৰ দুজনে সফলকাম হৈ উষাক বিবাহ কৰাৰ যোগ্যতা অৰ্জ্জন কৰে। কিন্তু সূৰ্য্যৰ অনুচৰ বাবে তেওঁলোকে বিবাহ নকৰিলে। সেয়ে সূৰ্য্যই উষাক বৰণ কৰি লয়।

(২) প্ৰহ্লাদৰ পৌত্ৰ, শোণিতপুৰৰাজ বাণৰ কন্যা। তেওঁ পাৰ্ব্বতীৰ শাপভ্ৰষ্টা পাৰ্শ্বচাৰিকা আছিল। এদিন পাৰ্ব্বতীয়ে মহাদেৱৰ লগত ক্ৰীড়া কৰি থকা দেখি উষাবো তেনে অভিলাষ হ'লত পাৰ্ব্বতীয়ে ক'লে যে উষাই বাণৰ কন্যাৰূপে জন্মগ্ৰহণ কৰিব। আৰু সংযোপনে যেয়ে উষাৰ লগত ক্ৰীড়া কৰিব সেইজনেই উষাৰ স্বামী হ'ব। সেইমতে উষাই সপোনতে এজনক স্বামী বৰণ কৰে। সখীয়েক চিত্ৰলেখাই ছবি আঁকি আঁকি উষাক দেখুৱাই শেষত ধৰিব পাৰিলে যে উষাৰ প্ৰেমিক কৃষ্ণনাতি অনিৰুদ্ধৰ বাহিৰে আন কোনো নহয়। ( ইয়াৰ পাছত অনিৰুদ্ধ দ্ৰষ্টব্য। )

ঋষভ ঃ—জম্বুদ্বীপৰ ৰজা অগ্নীধ্ৰৰ পুত্ৰ নাভিৰ ঔৰসত আৰু মেৰুদেৱীৰ গৰ্ভত মহাত্মা ঋষভৰ জন্ম হয়। তেওঁ পৰম-

হংস ব্ৰতৰ পথপ্ৰদৰ্শক আছিল। যোগচৰ্য্যা ধৰি পৰম জ্ঞানৰ পথ দেখুৱাই তেওঁ পৰ্য্যটন কৰি ফুৰিছিল। তেওঁৰ এশজন পুত্ৰ আছিল। তাৰে ৮১ জনে বৈৰাগ্যব্ৰত অৱলম্বন কৰে। অৱশিষ্টসকলৰ ভিতৰত ভৰত প্ৰমুখ্যে নজনে ভাৰত-বৰ্ষৰ নটা দ্বীপত ৰাজত্ব কৰে। ( নাভি দ্ৰষ্টব্য )।

ঋক্ষৰাজা ঃ—জ্যাম্বৱন্তৰ আন এটা নাম। ঋক্ষ শব্দৰ অৰ্থ ভালুক। তেওঁ ভালুকৰ ৰজা আছিল বা ভালুকসকলৰ ভিতৰত তেওঁ শ্ৰেষ্ঠ আছিল; সেয়ে তেওঁ ঋক্ষৰাজ বা ঋক্ষপতি নামে খ্যাত হয়। তেওঁৰ লগত যুদ্ধ কৰি শ্ৰীকৃষ্ণই শ্যমন্তক মণি লাভ কৰে আৰু তেওঁৰ কন্যা জাম্বৱতীক বিয়া কৰায়।

(২) ঋক্ষ শব্দই তৰা বা নক্ষত্ৰকো বুজায়। তেতিয়া ঋক্ষৰাজ শব্দৰ অৰ্থ হয় চন্দ্ৰ বা জোন।

কন্দৰ্প—কামদেৱৰ আন এটা নাম। তেওঁ ব্ৰহ্মাৰো কমাগ্নি প্ৰজ্জ্বলিত কৰিছিল—সেইবাবে তেওঁ কন্দৰ্প।

( কামদেৱ দ্ৰষ্টব্য। )

কপিল—এজনা প্ৰখ্যাত ঋষি আৰু সাংখ্যদৰ্শন প্ৰণেতা। কৰ্দ্দম প্ৰজাপতিৰ ঔৰসত আৰু দেৱহূতিৰ গৰ্ভত তেওঁৰ জন্ম হয়। তেওঁ পঞ্চ বিংশতি তত্ত্বাত্মক সাংখ্যশাস্ত্ৰ প্ৰণয়ন কৰে। সাংখ্যদৰ্শনত তেওঁ নিৰীশ্বৰবাদ প্ৰচাৰ কৰে। এই দৰ্শনত ঈশ্বৰৰ সত্তা স্বীকাৰ কৰা নহয়। অন্ততঃ ঈশ্বৰৰ অস্তিত্বৰ প্ৰমাণাভাৱৰ কথা সাংখ্যদৰ্শনত স্পষ্টভাৱে লিখা আছে। তেওঁৰমতে জগৎ জড়প্ৰকৃতিৰপৰা উদ্ভূত। সাংখ্যমতে প্ৰকৃতি অনাদি; প্ৰকৃতিৰ দৰে পুৰুষো ( আত্মা ) অনাদি। আত্মাই সৃষ্টি নকৰে। ই দ্ৰষ্টা মাত্ৰ। মানুহৰ কৰ্ম্মফল অনুসৰি আত্মাই দেহান্তৰত আশ্ৰয় লয়।

যেতিয়া কৰ্মক্ষয় হয়, তেতিয়া আৰু আত্মাই দেহত প্ৰৱেশ নকৰে। এই দৰ্শনমতে বস্তু মাত্ৰেই সৎ।

কপিলে মাক দেৱহূতিক সাংখ্যতত্ত্ব, পুৰুষ আৰু প্ৰকৃতিৰ প্ৰভেদ, অষ্টাঙ্গযোগ, ভক্তিযোগ, জ্ঞানযোগ আদিৰ বিষয়ে শিক্ষা দিয়ে। একান্ত তপস্যাৰ বাবে পাতালত আশ্ৰম স্থাপন কৰি তাতে তেওঁ তপস্যাৰত হয়। এবেলি ৰজা সগৰে অশ্বমেধ যজ্ঞৰ আয়োজন কৰাত সন্ত্ৰস্ত হৈ ইন্দ্ৰই যজ্ঞৰ ঘোঁৰা চুৰ কৰি পাতালত কপিলমুনিৰ আশ্ৰমত লুকাই থৈ আহেগৈ। সগৰৰ ষষ্ঠী হেজাৰ পুত্ৰই যজ্ঞ-ঘোঁৰাৰ অন্বেষণত পাতাললৈ গৈ কপিলৰ আশ্ৰমত ঘোঁৰাটো বান্ধি থোৱা পাই মুনিকেই ঘোৰা-চোৰ বুলি ঠাৱৰ কৰি অনেক লঘু-লাঞ্ছনা আৰু মাৰ-ধৰ কৰে। ক্ৰুদ্ধ হৈ কপিলে ষাঠী হেজাৰ সগৰ সন্তানক ভস্ম কৰি পেলায়। পাছত সগৰৰ পৌত্ৰ অংশুমানে মুনিক সন্তুষ্ট কৰি যজ্ঞ-ঘোঁৰা ঘুৰাই লৈ আহে।

অংশুমানৰ কাকুতিত কপিলে কয় যে গঙ্গানৈৰ জলস্পৰ্শতহে সগৰৰ বংশধৰসকলে উদ্ধাৰ পাব। পাছত সগৰৰেই বংশধৰ ভগীৰথে স্বৰ্গৰপৰা গঙ্গাক নমাই আনি পূৰ্ব্বপুৰুষ-সকলক উদ্ধাৰ কৰে।

**কলি**—কলিযুগৰ অধিষ্ঠাতা দেৱতা। বৰ্ত্তমানে কলিযুগ চলি আছে। এই যুগৰ কালৰ পৰিমাণ ৪৩২ হেজাৰ বছৰ। পণ্ডিত সকলে অনুমান কৰে যে খৃষ্টৰ জন্মৰ প্ৰায় তিনি হেজাৰ বছৰ আগৰেপৰা কলিযুগৰ আৰম্ভ হৈছে। সেই হিচাবে এই যুগৰ বৰ্ত্তমান বয়স প্ৰায় পাঁচ হেজাৰ বছৰ। দ্বাপৰৰ শেষত ব্ৰহ্মাৰ পিঠিৰপৰা অধৰ্মৰ জন্ম হয়। অধৰ্মৰ পত্নী মিছাৰ গৰ্ভত দম্ভ নামে এক পুত্ৰ ওপজে। দম্ভই নিজৰ ভনীয়েক মায়াক বিয়া কৰায়। তেওঁলোকৰ পুত্ৰৰ নাম লোভ। লোভে নিজৰ ভনীয়েক নিবৃত্তিক বিয়া কৰায়।

তেওঁলোকৰ ক্ৰোধ নামৰ পুত্ৰ আৰু হিংসা নামৰ কন্যাৰ জন্ম হয়। ক্ৰোধে ভনীয়েক হিংসাক বিয়া কৰায়। তেওঁলোকৰ পুত্ৰ সন্তানটিৰ নামেই হ'ল কলি।

কলিৰ বৰণ ক'লা। গাটো তেলতেলীয়া। তেওঁৰ গাৰপৰা সকলো সময়তে এটা দুৰ্গন্ধ ওলাই থাকে। তেওঁ নিজৰ ভনীয়েক দ্বিৰক্তিক বিয়া কৰায়। তেওঁলোকৰ ভয় নামে এক পুত্ৰ আৰু মৃত্যু নামে এক কন্যাৰ জন্ম হয়। কলিৰ অত্যাচাৰত নিষাদৰাজ নল ৰাজ্যভ্ৰষ্ট হৈ পত্নী দময়ন্তীসহ অলেখ জীয়াতু ভোগে। কলিযুগত ধৰ্ম্মৰ পৰিমাণ ১/৪ আৰু অধৰ্ম্মৰ পৰিমাণ ৩/৪ অংশ। এই যুগৰ শেষৰফালে ধৰ্ম্ম আৰু অধৰ্ম্ম সকলো একাকাৰ হ'ব। অৱশেষত ভগবানে কল্কিৰূপে অৱতীৰ্ণ হৈ দুষ্কৃতৰ বিনাশ কৰি পৃথিবীত পুনৰ সত্যযুগৰ সূচনা কৰিব।

কল্কি ঃ—কল্কি ভগবান বিষ্ণুৰ হ'ব লগা অৱতাৰ। কল্কীপুৰাণ-মতে কলিযুগৰ শেষত কোনো এটা শুক্লা দ্বাদশী তিথিত মণ্ডলগাঁও নামৰ ঠাইত বিষ্ণুযশা নামৰ ব্ৰাহ্মণৰ ঔৰসত তৎপত্নী সুমতীৰ গৰ্ভত থিত লৈ ভগবান বিষ্ণু কল্কিৰূপে পৃথিবীত অৱতীৰ্ণ হ'ব। দুখন পাখী থকা বগা ঘোঁৰা এটাত উঠি এহাতে উন্মুক্ত তৰোৱাল আৰু আনহাতে চক্ৰ ধাৰণ কৰি জ্বলন্ত ধূমকেতুৰদৰে এফালৰপৰা দুষ্কৃতকাৰীসকলক দমন কৰি তেওঁ পৃথিবীত পুনৰ ধৰ্ম্মৰাজ্য প্ৰতিষ্ঠা কৰিব। বৰ্ণাশ্ৰম ধৰ্ম স্থাপনত বদ্ধপৰিকৰ হৈ তেওঁ বিধৰ্ম্মী আৰু ম্লেচ্ছবোৰক নিৰ্ম্মূল কৰিব। পাছত তেওঁ অশ্বমেধ যজ্ঞ কৰি দক্ষিণাস্বৰূপে সমগ্ৰ পৃথিৱী ব্ৰাহ্মণসকলক দান কৰাৰ পাছত পুৰণি পৃথিৱী ধ্বংস হৈ নতুন পৃথিবীৰ জন্ম হ'ব। সেইখিনিতে কলিযুগৰো অন্ত পৰিব আৰু সত্যযুগ

পুনৰাই প্ৰৱৰ্ত্তিত হ'ব। শ্ৰীমন্ত শংকৰদেৱে কীৰ্ত্তনত লিখিছে : "কলিৰ শেষত হৈবা কল্কি অৱতাৰ,
কাটি মাৰি ম্লেচ্ছক কৰিবা বন্দামাৰ,
সবাকো বধিবা বৌদ্ধগণ যত আছে,
কলিৰ শেষত সত্য প্ৰৱৰ্ত্তিব পাছে ॥"

ইয়াত বৌদ্ধ মানে ঈশ্বৰ আৰু পৰকাল নমনা মানুহক বুজোৱা হৈছে।

কশ্যপ : - এজনা প্ৰখ্যাত প্ৰজাপতি ঋষি। ব্ৰহ্মাৰ পুত্ৰ মৰীচিৰ ঔৰসত আৰু কলাৰ গৰ্ভত তেওঁৰ জন্ম হয়। ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণমতে দক্ষ প্ৰজাপতিৰ সাতগৰাকী কন্যাক তেওঁ বিয়া কৰায় আৰু সেইসকলৰ পৰাই যেনে—দিতিৰপৰা দৈত্যসকল, অদিতিৰপৰা দেৱতাসকল, বিনতাৰপৰা পক্ষীসকল, কদ্ৰুৰ-পৰা সৰ্পসকল, সুৰভিৰপৰা গৰু, মহ আদি পশুসকল, সৰমাৰপৰা সাৰমেয় (কুকুৰ) প্ৰভৃতি চতুষ্পদসকল আৰু দনুৰপৰা দানৱসকলৰ জন্ম হয়। মাৰ্কণ্ডেয় পুৰাণ আৰু হৰিবংশমতে তেওঁৰ পত্নী তেৰগৰাকী। যেনে—দিতি, অদিতি দনু, বিনতা, খনা, কদ্ৰু, মুনি, ক্ৰোধা, অৰিষ্টা, ইৰা, তন্দ্ৰা, ইলা, আৰু প্ৰবা। ৰামায়ণ আৰু মহাভাৰত মতে তেওঁ বৈবস্বত মনুৰ পিতাক।

কবন্ধ : —এজন মহাকায় ৰাক্ষস। প্ৰথমতে তেওঁ কশ্যপপত্নী দনুৰ গৰ্ভজাত দানৱ আছিল ; কিন্তু ৰাক্ষস বেশেৰে ঋষি-মুনি-সকলক অত্যাচাৰ কৰি ফুৰিছিল। এদিন স্থূলাশিৰা নামৰ ঋষি এজনৰ ফলমূল কাঢ়ি লৈ তেওঁক অত্যাচাৰ কৰাত ঋষিয়ে তেওঁক ৰাক্ষস হ'বলৈ অভিশাপ দিয়ে। পাছত তপস্যাৰে ব্ৰহ্মাক সন্তুষ্ট কৰি তেওঁ দীৰ্ঘায়ু লাভ কৰে। তেওঁ উপযাচি ইন্দ্ৰৰ লগত যুদ্ধ কৰে। ইন্দ্ৰই তেওঁৰ ভিঙি আৰু মূৰ কাটি পেলায় আৰু হাত দুখন এযোজন দীঘল

কৰিব ; পেটতে দাঁতেৰে সৈতে মুখ এখন কৰি দিয়ে। তাৰেই তেওঁ এক যোজন দূৰৈৰপৰা জীৱজন্তু ধৰি ধৰি খাই দণ্ডকাৰণ্যত পেট প্ৰৱৰ্ত্তাই থাকে। তেওঁৰ অনুনয় প্ৰাৰ্থনাত সন্তুষ্ট হৈ ইন্দ্ৰই অৱশেষ ৰাম-লক্ষ্মণৰ দ্বাৰা তেওঁৰ বাহু ছেদন হ'লে স্বৰ্গলাভ হ'ব বুলি বৰ দিছিল। সীতা হৰণৰ পাছত ৰাম-লক্ষ্মণে সীতাক বিচাৰি ফুৰোতে তেওঁ তেওঁলোকক লগ পাই আক্ৰমণ কৰে। ৰাম-লক্ষ্মণে তেওঁৰ দুয়ো হাত দুখন কাটি পেলোৱাত তেওঁ মৃত্যুমুখত পৰি শাপমুক্ত হ'ল। মৃত্যুৰ আগে আগে তেওঁ নিজৰ পৰিচয় দি সীতা উদ্ধাৰৰ অৰ্থে কিষ্কিন্ধ্যাৰ যুৱৰাজ সুগ্ৰীৱৰ সহায় ল'বলৈ ৰাম-লক্ষ্মণক পৰামৰ্শ দিয়ে আৰু কিষ্কিন্ধ্যালৈ যোৱাৰ পথৰো সন্ধান দিয়ে। এই উপকাৰৰ বাবে ৰাম-লক্ষ্মণে তেওঁৰ মৃতদেহৰ কাঠসংস্কাৰ কৰে।

কংস ঃ- ভোজ বংশীয় ৰজা উগ্ৰসেনৰ ক্ষেত্ৰজ পুত্ৰ। তেওঁ মগধৰাজ জৰাসন্ধৰ দুই কন্যা অস্তি আৰু প্ৰাপ্তিক বিয়া কৰায়। জৰাসন্ধৰ সহায়তে তেওঁ পিতৃ উগ্ৰসেনক সিংহাসনচ্যুত কৰি মথুৰাৰ ৰজা হয়। এই সময়তে তেওঁৰ খুৰাকৰ জীয়েক দৈৱকীৰ (ভনীয়েক) বসুদেৱৰ লগত বিয়া হ'লত দৈৱবাণী হয় যে দৈৱকীৰ অষ্টম গৰ্ভজাত সন্তানে তেওঁক সংহাৰ কৰিব। দৈৱবাণী শুনি তেওঁ বসুদেৱৰে সৈতে দৈৱকীক কাৰাগাৰত বন্দী কৰি থয়। পাছত ক্ৰমে ক্ৰমে তেওঁ দৈৱকীৰ সাতটা সন্তানক ওপোজাৰ লগে লগে হত্যা কৰে। কিন্তু অষ্টম সন্তান শ্ৰীকৃষ্ণৰ জন্ম হোৱাৰ লগে লগে বসুদেৱে দৈৱৰ সহায়ত ৰাতিৰ ভিতৰতে শ্ৰীকৃষ্ণক পলুৱাই নি গোকুলৰ অধিপতি নন্দৰ ঘৰত থৈ আহে আৰু নন্দৰ পত্নী যশোদাৰ সদ্য প্ৰসৱিত কন্যা যোগমায়াক ( যোগমায়া দ্ৰষ্টব্য ) লৈ আহি দৈৱকীৰ কোলাত শুৱাই থয়। কংসই কৃষ্ণক

হত্যা কৰিবলৈ নানা ধৰণে চেষ্টা কৰি ব্যৰ্থ হয়। ঘাটক-সকলহে বৰং কৃষ্ণৰ হাতত নিহত হ'ল। (কৃষ্ণ দ্ৰষ্টব্য)। শেষত ধনুৰ্যজ্ঞ পাতি কংসই কৃষ্ণ আৰু বলৰামক হত্যা কৰাৰ উদ্দেশ্যে মথুৰালৈ নিমন্ত্ৰণ কৰি আনে। যজ্ঞস্থলত ক্ৰীড়া-কৌতুকৰ বাবে নিযুক্ত কৰা কেইজনমান মালৰ হতুৱাই কংসই কৃষ্ণ বলৰামক হত্যা কৰিবলৈ ষড়মন্ত্ৰ কৰে। কিন্তু নিৰফল হৈ তেওঁ নিজেই সিহঁতৰ সাহায্যৰ বাবে আগুৱাই যায়। ফলত শ্ৰীকৃষ্ণৰ হাতত কংস নিহত হয়। শ্ৰীকৃষ্ণই উগ্ৰসেনক পুনৰ মথুৰাৰ ৰজা পাতে।

কাত্যায়নী ঃ—মহাশক্তি দুৰ্গাৰ অন্য এটা নাম।

ঋষিসকলৰ ভিতৰত মহৰ্ষি কাত্যায়নেই পোন প্ৰথমে আশ্বিন মাহৰ শুক্লা সপ্তমী, অষ্টমী আৰু নৱমী তিথিত দুৰ্গাক পূজা কৰে। সেয়ে তেওঁৰ নাম কাত্যায়নী হয়।

কামদেৱ ঃ প্ৰেমৰ দেৱতা। তেওঁৰ জন্ম বৃত্তান্ত নানা ধৰণৰ। অথৰ্ব্ব বেদমতে তেওঁ সমস্ত পৃথিৱীৰ মঙ্গলাকাংক্ষী। তাত তেওঁ শ্ৰেষ্ঠ দেৱতা বা স্ৰষ্টাৰূপে পূজিত হৈছে। মৎস্য পুৰাণ মতে ব্ৰহ্মাৰ হৃদয়ৰপৰা কামদেৱৰ উৎপত্তি হয়। কামদেৱৰ শৰত জৰ্জৰিত হৈ ব্ৰহ্মাই নিজৰ কন্যা শতৰূপাক গ্ৰহণ কৰিব লগা হয়। ইয়াতে কুপিত হৈ তেওঁ কামদেৱক অভিশাপ দিয়ে যে তেওঁ মহাদেৱৰ দ্বাৰা ভস্মীভূত হ'ব। কামদেৱে ব্ৰহ্মাক স্তুতি কৰাত ব্ৰহ্মাই পাছত বৰ দি কয় যে তেওঁ প্ৰথমে কৃষ্ণৰ পুত্ৰৰূপে, পাছত ভৰত বংশত আৰু তাৰ পাছত বিদ্যাধৰসকলৰ পিতাৰূপে জন্মগ্ৰহণ কৰি সৰ্ব্বশেষত দেৱত্ব লাভ কৰিব। তৈত্তিৰীয় ব্ৰাহ্মণ মতে কামদেৱ ধৰ্ম আৰু শ্ৰদ্ধাৰ পুত্ৰ। হৰিবংশ মতে তেওঁ লক্ষ্মীৰ পুত্ৰ; নাম মায়ী। শ্ৰীমদ্ভাগৱত আৰু ব্ৰহ্মবৈৱৰ্ত্তপুৰাণ মতে পাৰ্ব্বতীয়ে মহাদেৱক পতিৰূপে পাবলৈ হিমালয়ত তপস্যাৰত হৈ থকা

মহাদেৱক সেৱা-শুশ্ৰূষা, পূজা আদি কৰে। সেই কথা জানিব পাৰি ইন্দ্ৰই কামদেৱক হিমালয়লৈ গৈ মহাদেৱৰ তপস্যাভঙ্গ কৰিবলৈ আদেশ দিলে। মহাদেৱলৈ পুষ্প শৰ নিক্ষেপ কৰাৰ লগে লগে তেওঁৰ তৃতীয় নয়নৰ অগ্নিত কামদেৱ ভস্মীভূত হৈ যায়। ইয়াৰ পাছত মহাদেৱৰে কৃপাত তেওঁ কৃষ্ণৰ পুত্ৰ প্ৰদ্যুম্নৰূপে জন্মগ্ৰহণ কৰে। ৰতি কামদেৱৰ পত্নী, মকৰ তেওঁৰ বাহন। পুষ্পময় পঞ্চশৰ আৰু কুসুম কাৰ্ম্মুক তেওঁৰ অস্ত্ৰ। তেওঁৰ গাত বকুল ফুলৰ গোন্ধ। ব্ৰহ্মা আৰু অন্যান্য ঋষিসকলৰ চিত্ত মথিত আৰু মৰ্দ্দিত কৰিছিল বাবে তেওঁৰ নাম মন্মথ। জগতৰ সকলোকে মত্ত কৰে বাবে তেওঁৰ নাম মদন। মহাদেৱৰ দৰ্প চূৰ্ণ কৰাবাবে তেওঁৰ নাম কন্দৰ্প। মহাদেৱৰ দ্বাৰা ভস্মীভূত হোৱাবাবে তেওঁৰ নাম অনঙ্গ। অতি সুন্দৰ বাবে তেওঁৰ নাম অভিৰূপ। উদ্ভ্ৰান্ত প্ৰেমিকবাবে তেওঁৰ নাম কলকেলি। হাত অস্ত্ৰ দুখনৰপৰা তেওঁৰ নাম হয় কুসুমায়ুধ আৰু পুষ্পশৰ। বাহন আৰু পতাকাখনৰপৰা তেওঁৰ নাম হয় মকৰকেতু। হাতত ফুল আছে বাবে তেওঁৰ নাম পুষ্পকেতন। তদুপৰি তেওঁৰ অন্য নামবোৰ হল অজঅনন্যজ, ইষ্ম, কিংকৰ, মদ,ৰম, ৰমণ, স্মৰ, মনোজ, দৰ্পক, দীপক, মাৰ, মধুদীপ ইত্যাদি।

কাৰ্ত্তিক ঃ দেৱতাসকলৰ সেনাপতি। ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণমতে পাৰ্ব্বতীৰে সৈতে ৰতিক্ৰিয়া কৰাৰ সময়ত মহাদেৱৰ বীৰ্য্য পৃথিবীত পৰে। পৃথিবীয়ে বীৰ্য্যভাগ অগ্নিত নিক্ষেপ কৰে। পৃথিবীয়ে বীৰ্য্যভাগ অগ্নিত নিক্ষেপ কৰে, অগ্নিয়ে গঙ্গাত, গঙ্গাই নিক্ষেপ কৰে পাৰৰ শৰ বনত। শৰবনতে বীৰ্য্যভাগৰপৰা এটি উগ্ৰতেজা বালকৰ জন্ম হয়। চন্দ্ৰৰ পত্নী কৃত্তিকাসকলে নিজৰ স্তনেৰে বালকটিক লালিত-পালিত কৰে বাবে তেওঁৰ নাম হয় কাৰ্ত্তিক। পাছত দেৱতাসকলৰ-

পৰা এই কথা জানিব পাৰি পাৰ্ব্বতীয়ে সন্তানটি নিজৰেই পুত্ৰ ভাবি লৈ আছে। মহাভাৰত মতে দক্ষকন্যা স্বাহাই মনে মনে অগ্নিক কামনা কৰিছিল। সপ্তৰ্ষি পত্নীসকলক দেখি এদিন অগ্নি কামাতুৰ হৈ পৰে আৰু এই সুযোগতে স্বাহাই মহৰ্ষি অঙ্গীৰাৰ পত্নী শিবাৰ ৰূপ ধৰি অগ্নিৰ লগত সঙ্গম কৰে আৰু পাছত গৰুড় পক্ষিণীৰূপে অগ্নিৰ বীৰ্য্য-ভাগ এটা কাঞ্চন কুণ্ডত নিক্ষেপ কৰে। এইদৰে স্বাহাই বশিষ্ঠৰ পত্নী অৰুন্ধতীৰ বাহিৰে সপ্তৰ্ষিৰ প্ৰত্যেক গৰাকী পত্নীৰে ৰূপ ধৰি অগ্নিৰ লগত সঙ্গম কৰে আৰু ছয়োবাৰেই কাঞ্চন কুণ্ডত বীৰ্য্য নিক্ষেপ কৰে। এই সম্মিলিত বীৰ্য্য বা স্কন্দৰপৰাই কাৰ্ত্তিকৰ জন্ম হয়। সেয়ে কাৰ্ত্তিকৰ অপৰ নাম স্কন্দ। তেওঁৰ ছটা মূৰ, এটা ডিঙি আৰু এটা পেট আছিল। কাৰ্ত্তিকৰ জন্মৰ পাছত সপ্তৰ্ষিয়ে তেওঁলোকৰ পত্নীসকলক ত্যাগ কৰে।

অমিত বলশালী স্কন্দৰ বৃত্তান্ত শুনি দেৱতাসকলে তেওঁক বধ কৰিবলৈ ইন্দ্ৰক খাটে। কিন্তু ইন্দ্ৰই সাহ কৰিব নোৱাৰিলে। তেতিয়া দেৱতাসকলে শিৱৰ অনুচৰী মাতৃকা-সকলক পঠিয়ায়; তেওঁলোকে নিজৰ স্তনৰ দ্বাৰা পুত্ৰৱৎ স্কন্দক পালন কৰে। পাছত ইন্দ্ৰই সদলবলে স্কন্দক পৰাজিত কৰিবলৈ আহি নিজেই পৰাস্ত হয়। স্কন্দৰ মুখ-নিৰ্গত অগ্নিশিখাৰ দ্বাৰা দেৱসৈন্যসমূহ দগ্ধ হয়। তেতিয়া ইন্দ্ৰই বজ্ৰ নিক্ষেপ কৰি কাৰ্ত্তিকৰ শৰীৰৰ দক্ষিনাংশ ছেদ কৰে। এই অংশৰপৰা এটি কাঞ্চনবৰণৰ যুৱকৰ উৎপত্তি হয়। তেওঁৰ নামেই বিশাখ (কাৰ্ত্তিকৰ অন্য নাম)। ৰুদ্ৰক অগ্নি বোলা হয়. সেয়ে কাৰ্ত্তিক মহাদেৱৰ পুত্ৰ, অৰ্থাৎ মহাদেৱেই অগ্নিৰ শৰীৰত প্ৰবেশ কৰি এই পুত্ৰ উৎপাদন কৰিছিল। মুচুকুন্দৰ পাছত ইন্দ্ৰই কাৰ্ত্তিকক দেৱসেনাপতি নিযুক্ত কৰে।

তাৰকাসুৰ প্ৰমুখ্যে সকলো দানৱকে বধ কৰি তেওঁ দেৱতা-সকলক ৰক্ষা কৰে। কাৰ্ত্তিকৰ পত্নীৰ নাম দেৱসেনা। তেওঁ প্ৰজাপতিৰ কন্যা।

কালনেমি ঃ (১) এজন মহা পৰাক্ৰমী দৈত্য। হিৰণ্যকশিপুৰ পুত্ৰ। তেওঁ দেৱতাসকলক পৰাস্ত কৰে আৰু নিজে চাৰি-ভাগত বিভক্ত হৈ দেৱতাসকলৰ সকলো কাৰ্য্যকে নিৰ্ব্বাহ কৰে। শেষত বিষ্ণুৰ হাতত তেওঁৰ নিধন হয়। পাছৰ জনমত কালনেমিয়ে মথুৰাৰ ৰজা কংসৰূপে জন্মগ্ৰহণ কৰে।

(২) এজন ৰাক্ষস বিশেষ। বিষ্ণুৰ ভয়ত তেওঁ ৰাৱণৰ মাতামহ সুমালীৰে সৈতে লংকাৰপৰা পলাই গৈ পাতালত বসতি কৰিবলৈ লয়।

(৩) লংকেশ্বৰ ৰাৱণৰ মোমায়েক। শক্তিশেলত অচেতন হৈ থকা লক্ষ্মণক জীয়াবলৈ হনুমানে গন্ধমাদন পৰ্ব্বতলৈ ঔষধ আনিবলৈ যোৱাৰ সময়ত ৰাৱণে মোমায়েক কালনেমিক বাটতে হনুমানক বধ কৰিবলৈ পাঠায় আৰু পুৰস্কাৰৰূপে লংকাৰ আধা তেওঁক দান দিয়াৰ অঙ্গীকাৰ কৰে। কালনেমিয়ে গন্ধমাদনত আশ্ৰম কৰি বৈ থাকে আৰু হনুমান সেইখিনি গোৱা মাত্ৰক তেওঁক আশ্ৰমলৈ নিমন্ত্ৰণ কৰে। হনুমানে নিমন্ত্ৰণ অগ্ৰাহ্য কৰে। সৰোবৰ এটাত গাধুবলৈ নামোঁতে হনুমান এটা কুম্ভীৰৰ দ্বাৰা আক্ৰান্ত হয় আৰু তেওঁ কুম্ভীৰক বধ কৰে। এই কুম্ভীৰ আছিল দক্ষৰ-দ্বাৰা শাপগ্ৰস্তা এগৰাকী অপসৰা, হনুমানৰ হাতত স্বৰূপ ঘূৰাই পাই অপসৰাই তেওঁক কালনেমিৰ সম্পৰ্কে সাৱধান হ'বলৈ কয়। সকলো বিষয়ে অৱগত হৈ হনুমানে কালনেমিক ওপৰলৈ তুলি লৈ ঘূৰাই সজোৰে শূন্যত নিক্ষেপ কৰে। ঘূৰপাক খাই খাই কালনেমি ৰাৱণৰ সিংহাসনৰ ওপৰতে পৰেহি।

কালযৱন ঃ যখনসকলৰ ৰজা। মহৰ্ষি গাৰ্গ্যৰ ঔৰসত আৰু গোপালী নামৰ শাপভ্ৰষ্টা অপেচৰা এগাকীৰ গৰ্ভত তেওঁৰ জন্ম হয়। মহৰ্ষি গাৰ্গ্যই পুত্ৰৰবাবে বাৰ বছৰকাল লোহাৰ গুৰি খাই খাই অতি কঠোৰভাৱে শিৱৰ আৰাধনা কৰিছিল। এই আৰাধনাৰ ফলতে তেওঁ যাদৱসকলৰ পৰম শত্ৰু কাল-যৱনক পুত্ৰৰূপে লাভ কৰে। অপুত্ৰক যৱনৰজা এজনে তেওঁক পুত্ৰৰূপে পালন কৰে আৰু সেই ৰজাৰ মৃত্যুৰ পাছত তেৱেঁই যৱনসকলৰ ৰজা হয়। শিৱৰ বৰত তেওঁ যাদৱ-সকলৰ অবধ্য আছিল। সেয়ে মগধৰাজ জৰাসন্ধই তেওঁক যাদৱসকলৰ বিৰুদ্ধে সেনাপতি পাতি মথুৰা আক্ৰমণ কৰি-বলৈ পঠাইছিল। কালযৱনক বলে নোৱাৰিব বুলি জানি কৃষ্ণই যাদৱসকলক দ্বাৰকালৈ পঠাই দি অকলে মথুৰা ৰক্ষাৰ-বাবে থাকিল। কালযৱন কৃষ্ণৰ সন্মুখীন হ'লত কৃষ্ণই পলোৱাৰ ছল কৰি কালযৱনক লৈ গৈ হিমালয়ৰ গুহাত শুই থকা ৰজা মুচুকুন্দৰ ওচৰ পোৱালেগৈ "শুই উঠি যাকে দেখা পায় সেয়ে ভস্মীভূত হব" – এনে এটা বৰ লৈ মুচুকুন্দই বৰ আৰামেৰে গুহাত শুই আছিল। কালযৱনে তেওঁকেই কৃষ্ণ বুলি ভাবি বুকুত গোৰ মাৰি দিলে। পদাঘাতত টোপনি ভাঙিলত মুচুকুই কালযৱনৰ ফালে চোৱামাত্ৰকে কালযৱন পুৰি ছাই হৈ গ'ল।

কালিনাগ ঃ কালীয় বা কালিনাগ মহা বিষধৰ সৰ্পৰাজ। গৰুড়ৰ খাদ্য চুৰি কৰি খোৱাবাবে তেওঁৰ লগত গৰুড়ৰ যুদ্ধ হয় আৰু পৰাজিত হৈ ব্ৰজপুৰৰ ওচৰৰ কালিন্দী নামৰ হ্ৰদত আশ্ৰয় লৈ থাকে। কালীয়ৰ বিষৰ জাৰত কালিন্দীৰ পানীও বিষাক্ত হৈ পৰে। সেই পানী খাই গৰু সমান্বিতে গোপ বালকসকল মৃত্যু মুখত পৰে। শ্ৰীকৃষ্ণই সেই সকলোকে জীয়াই তোলে আৰু কালীয়ক দমন কৰিবলৈ কালিন্দীৰ

পানীত জ্বপিয়াই পৰে। হেজাৰ ফণাৰে কালীয়ই কৃষ্ণক বেষ্টন কৰিলত কৃষ্ণই অনায়াসে তাৰ মূৰৰ ফণাৰ ওপৰত থিয় হৈ নাচিবলৈ আৰম্ভ কৰে। ইফালে কৃষ্ণৰ হেঁচাত কালীয়ৰ তেজবমি হ'বলৈ ধৰে আৰু তেওঁ প্ৰাণ ভিক্ষা কৰি কৃষ্ণৰ ওচৰত কাকুতি-মিনতি জনায়। কৃষ্ণই তেতিয়া তেওঁক কালিন্দী পৰিত্যাগ কৰিবলৈ নিৰ্দ্দেশ দিয়ে আৰু যেহেতু তেওঁৰ মূৰৰ ওপৰত কৃষ্ণৰ পদচিহ্ন অংকিত হ'ল সেইহেতু গৰুড়ে কেতিয়াও তেওঁক আক্ৰমণ নকৰিব বুলি অভয় দিয়ে।

কালিন্দী ঃ—(১) এটা হ্ৰদ। ই সৰ্পৰাজ কালিনাগৰ বাসস্থান আছিল।

(২) সূৰ্য্যৰ কন্যা। সূৰ্য্যই তেওঁক যমুনা নৈৰ মাজত এটা সুন্দৰ ঘৰ সাজি দিয়ে আৰু তেওঁ তাতে কৃষ্ণক স্বামীৰূপে পাবলৈ বাঞ্ছা কৰি তেওঁৰ চৰণ চিন্তিয়েই দিন যাপন কৰে। কুৰুক্ষেত্ৰৰ যুদ্ধৰ পাছত যুধিষ্ঠিৰে ইন্দ্ৰপ্ৰস্থত ৰাজত্ব কৰি থকা সময়ত কৃষ্ণ এবেলি ইন্দ্ৰপ্ৰস্থলৈ আহোঁতে অৰ্জ্জুনৰ লগত যমুনা নৈৰ পাৰলৈ মৃগয়া কৰিবলৈ যায়। তাতে তেওঁ কালিন্দীক লগ পায় আৰু সকলো কথা অৱগত হৈ কালিন্দীক বিয়া কৰায়। কৃষ্ণৰ আঠ গৰাকী মহিষীৰ ভিতৰত কালিন্দী অন্যতমা।

কুন্তী ঃ—যদু বংশীয় সূৰসেনৰ কন্যা আৰু বসুদেৱৰ ভনীয়েক। তেওঁৰ আচল নাম পৃথা। পূৰ্ব্বৰ প্ৰতিজ্ঞানুসৰি সূৰসেনে পেহীয়েকৰ পুতেক নিঃসন্তান। কুন্তীভোজৰ ৰজাক তেওঁৰ প্ৰথমা কন্যা পৃথাক দান কৰে। কুন্তীভোজৰ দ্বাৰা প্ৰতিপালিতা বাবে পৃথাৰ নাম কুন্তী হয়। এবেলি দুৰ্ব্বাসাই কুন্তীভোজৰ গৃহত অতিথি হ'লত কুন্তীয়ে তেওঁৰ সেৱা-শুশ্ৰূষা কৰে; তাতে পৰম প্ৰীত হৈ দুৰ্ব্বাসাই কুন্তীক এনে একাকি মন্ত্ৰ শিকাই দিয়ে যাৰ বলত তেওঁ

যিকোনো দেৱতাকে আহ্বান কৰিব পাৰিব। প্ৰমাণ চাবলৈ কুন্তীয়ে প্ৰথমতে সূৰ্য্যক আহ্বান কৰিলে। সূৰ্য্যৰ ঔৰসত তেওঁৰ কৰ্ণ যামৰ পুত্ৰৰ জন্ম হ'ল। আবিয়ৈ কালতে জন্ম হোৱা বাবে তেওঁ ল'ৰাটি চৰুত ভৰাই নৈত উটুৱাই দিলে। সূত বংশীয় অধিৰথ আৰু ৰাধাই বসুসেন নাম দি ল'ৰাটিক ডাঙৰ-দীঘল কৰিলে।

কুন্তীভোজে স্বয়ম্বৰ সভা পাতি হস্তিনাৰ পাণ্ডু ৰজাৰ লগত কুন্তীক বিয়া দিয়ে। মদ্ৰৰাজ শল্যৰ ভনীয়েক মাদ্ৰীকো পাণ্ডুৱে বিয়া কৰে। এদিন পাণ্ডুৱে দুই মহিষীক লৈ বনলৈ মৃগয়া কৰিবলৈ গৈ মৈথুনৰত হৰিণ এহালক শৰবিন্ধ কৰে। মাটিত বাগৰি পৰি হৰিণে ক'লে যে তেওঁ কিমিন্দম নামৰ মুনিহে, হৰিনৰ বেশ লৈ পত্নীৰে সৈতে ৰমণ কৰিছিল। কিমিন্দমে অভিশাপ দিলে যে স্ত্ৰী-সম্ভোগ কৰিলেই পাণ্ডুৰো মৃত্যু হ'ব। গতিকে পাণ্ডু স্ত্ৰী-সংসৰ্গ ৰপৰা আতৰি থাকিল। স্বামীৰ আদেশত আৰু দুৰ্ব্বাসাৰ মন্ত্ৰৰ বলত কুন্তীয়ে ধৰ্ম্ম; ইন্দ্ৰ আৰু পৱনক আহ্বান কৰি ক্ৰমে যুধিষ্ঠিৰ, অৰ্জ্জুন আৰু ভীমক জন্ম দিয়ে। সেই দৰে অশ্বিনীকুমাৰ দুজনৰ দ্বাৰা মাদ্ৰীয়ে জন্ম দিয়ে নকুল আৰু সহদেৱক।

এদিন বসন্তকালত পাণ্ডুৱে সংযম হেৰুৱাই মাদ্ৰীক গ্ৰহণ কৰাৰ ফলত পাণ্ডুৰ মৃত্যু হয়। মাদ্ৰী পতিৰ সহ-গামিণী হ'ল আৰু কুন্তীয়ে পাঁচোটি পুত্ৰকে প্ৰতিপালন কৰিবলৈ ধৰিলে। কৌৰৱৰ ঈৰ্ষাৰ বলি হৈ পাণ্ডৱসকল বাৰণাৱতৰ জতুগৃহত থাকোঁতে কুন্তীও লগত আছিল। তাৰপৰা সুৰঙ্গ পথেৰে পলাই গৈ একচক্ৰা গাঁৱৰ ব্ৰাহ্মণৰ ঘৰত আশ্ৰয় লৈ থাকোঁতে কুন্তীৰ ইচ্ছামতেই ভীমে বকাসুৰক বধ কৰিছিল। লক্ষ্যভেদ কৰি অৰ্জ্জুনে দ্ৰৌপদীক লাভ

কৰাৰ পাচত তেওঁৰ আদেশমতেই পাঁচো পুত্ৰই উমৈহতীয়া পত্নীৰূপে দ্ৰৌপদীক গ্ৰহণ কৰিব লগা হৈছিল। পাশাখেলত পৰাজিত হৈ পাণ্ডৱসকল বনবাসলৈ যাওঁতে কুন্তী বিদুৰৰ ঘৰত আছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত জিকি পাণ্ডৱসকলে ৰাজ্যলাভ কৰাৰ আৰু যুধিষ্ঠিৰে অশ্বমেধ যজ্ঞ কৰাৰ পাচত কুন্তীয়ে ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ লগত ৰাজৰ্ষি শতযুপৰ আশ্ৰমত বনবাসী হৈ আছিল। শেষলৈ তেওঁ মাহেকত এবাৰ মাত্ৰ আহাৰ গ্ৰহণ কৰি কঠোৰ ব্ৰত আৰম্ভ কৰে। এনে সময়তে বনত জুই লাগি ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰী সমন্বিতে তেওঁ ভস্মীভূত হয়।

কুৱলয় ঃ—এটা মহাশক্তিশালী হাতী। কৃষ্ণ-বলৰামে কংসৰ মল্লশালাত (ৰঙ্গশালত) সোমোৱাৰ সময়ত মল্লশালাৰ দুৱাৰ-মুখত ই তেওঁলোকৰ বাট ভেটি ধৰি বাধা দিছিল। তাতে কুবলয়ৰ লগত কৃষ্ণৰ যুদ্ধ হয়। কৃষ্ণই কুবলয়ৰ দাঁত উভালি লৈ তাৰ দাঁতেৰেই তাক কোবাই কোবাই বধ কৰে।

কুব্জা ঃ—মথুৰাৰ ৰাজ কংশৰ এগৰাকী পৰিচাৰিকা। তেওঁ কুঁজা আছিল। ৰজাক চন্দন যোগোৱাই আছিল তেওঁৰ কাম। কৃষ্ণ-বলৰাম কংসৰ ধনুৰ্যজ্ঞলৈ আহোঁতে বাটত তেওঁৰ লগত সাক্ষাৎ হয়। তেওঁ কৃষ্ণ-বলৰামক মালা আৰু চন্দন দি সন্তুষ্ট কৰে। কৃষ্ণই তেওঁৰ গা স্পৰ্শ কৰি তেওঁৰ কুঁজ অপসাৰণ কৰি দিয়ে। আৰু তেওঁ পৰমাসুন্দৰী হৈ পৰে।

কুবেৰ ঃ—যক্ষ আৰু কিন্নৰসকলৰ ৰজা। বিশ্ৰবা ঋষিৰ ঔৰসত আৰু তৃণবিন্দ মুনিৰ কন্যা ইলাবিলাৰ গৰ্ভত তেওঁৰ জন্ম হয়। সেয়ে তেওঁৰ প্ৰকৃত নাম বৈশ্ৰৱণ। মতান্তৰে তেওঁৰ মাক ভৰদ্বাজ মুনিৰ কন্যা দেৱবৰ্ণিনীহে। ৰাৱণ, কুম্ভকৰ্ণ আৰু বিভীষণ তেওঁৰ বৈমাত্ৰেয় ভায়েক। আহুতি তেওঁৰ পত্নী। নলকুবেৰ আৰু মনিগ্ৰীৱ তেওঁৰ পুত্ৰ। তেওঁৰ

তিনিখন ভৰি আৰু আঠটা দাঁত আছিল। দেখিবলৈ অতি কুৎসিত আৰু কুদৰ্শন হোৱাবাবে তেওঁৰ নাম কুবেৰ দিয়া হয়। দুহেজাৰ বছৰ তেওঁ মহাবনত ব্ৰহ্মাৰ তপস্যা কৰি উত্তৰৰ ফালৰ দিকপাল, অমৰ আৰু ধনাধিপতি হোৱাৰ বৰ লাভ কৰে। দেৱতাসকলৰ লগত সমানে আসন দি ব্ৰহ্মাই তেওঁক পুষ্পক ৰথ দান কৰে। প্ৰথমতে তেওঁ বিশ্বকৰ্ম্মা নিৰ্ম্মিত লঙ্কাত ৰাজত্ব কৰিছিল; কিন্তু ৰাবণে লঙ্কা অধিকাৰ কৰি তেওঁক তাৰপৰা খেদি পঠিয়ালত তেওঁ কৈলাশ পৰ্ব্বত 'অলকা' নামে পুৰী নিৰ্ম্মাণ কৰি তাত থাকিবলৈ লয়। ৰাবণে তেওঁৰ পুষ্পক ৰথখনো কাঢ়ি লৈ যায়। অলকাত থকা সময়তে তেওঁৰ মহাদেবৰ লগত মিত্ৰতা হয় আৰু অশেষ ধন-ঐশ্বৰ্য্যৰ অধিপতি হৈ উঠে। হিমালয়ত তপস্যাৰত থকা সময়ত তেওঁ এদিন হঠাতে ৰুদ্ৰাণীক দেখিছিল; ফলত, তেওঁৰ সোঁ চকুটো দগ্ধ হৈ যায় আৰু বাওঁ চকুটোও ধূলিধূসৰিত আৰু পিঙ্গল বৰণীয়া হয়। সেয়ে তেওঁৰ অন্য এটা নাম একাক্ষি পিঙ্গলা।

কুমুদ :—বিষ্ণুৰ অন্যতম পাৰিষদ।

কুৰ্ম্ম : বিষ্ণুৰ দ্বিতীয় অৱতাৰ। সত্যযুগত দেৱতা আৰু অসুৰসকলে স্থিৰ কৰিলে যে তেওঁলোকে অমৃত পান কৰিব পাৰিলে অজৰ, অমৰ আৰু নিৰাময় হৈ শান্তিৰে বাস কৰিব পাৰিব। অমৃতলাভৰ বাবে তেওঁলোকে মন্দৰ পৰ্ব্বতক মথনদণ্ড আৰু নাগৰাজ বাসুকীক ৰজ্জু হিচাবে লৈ ক্ষীৰসাগৰ মথিবলৈ আৰম্ভ কৰিলে। কিন্তু, সুগভীৰ ক্ষীৰসাগৰত খাউনি নেপাই মন্দৰ পৰ্ব্বত সাগৰৰ অটল তলিত নিমগ্ন হ'ল। তেতিয়া দেৱতা আৰু অসুৰসকলৰ প্ৰাৰ্থনাত ভগবান বিষ্ণুৱে কাছৰ ৰূপ লৈ মথনদণ্ড মন্দৰ পৰ্ব্বতক পিঠিত লৈ সাগৰৰ তলিত শয়ন কৰিলে।

তোঁতিয়াহে দেৱাসুৰৰ দ্বাৰা ক্ষীৰসাগৰ মন্থন সম্ভৱ হৈ উঠিল। মন্থনৰ ফলত দুগ্ধ, ঘিঁউ, চন্দ্ৰদেৱ, লক্ষ্মীদেবী, সুৰাদেবী, বিষ, উচ্চৈস্ৰবা ঘোঁৰা, কৌস্তুভ মণি, গজৰাজ ঐৰাৱত আৰু অমৃতৰ ভাণ্ডৰে সৈতে ধন্বন্তৰি উত্থিত হয়।

কূট ঃ কংসৰ ৰাজসভাৰ শক্তিশালী মল্লবীৰ। চানুৰ আৰু মুষ্টিকৰ মৃত্যুৰ পাচত তেওঁ বলৰামৰ লগত মল্লযুদ্ধত প্ৰবৃত্ত হয় আৰু অৱশেষত বলৰামৰ দ্বাৰাই তেওঁ নিহত হয়। এওঁলোকৰ এই অৱস্থা দেখি অন্যান্য মল্লবীৰসকল কংসৰ ৰঙ্গশালাৰপৰা পলাই যায়।

কৃতবৰ্ম্মা ঃ এজন যাদৱ। পিতৃৰ নাম হৃদিকা। কুৰুক্ষেত্ৰৰ যুদ্ধত তেওঁ কৌৰৱৰ পক্ষত যোগ দিয়ে। যুদ্ধত নিহত নোহোৱা অল্পসংখ্যক কৌৰৱপক্ষীয় যোদ্ধাৰ ভিতৰত তেওঁ অন্যতম। ৰাতি যুদ্ধশিবিৰত সোমাই অশ্বত্থামাই দ্ৰৌপদীৰ পাঁচ পুত্ৰক বধ কৰাৰ সময়ত তেওঁ দুৱাৰত ৰথীৰূপে আছিল। অভিমন্যুক বধ কৰা সপ্ত ৰথীৰো তেওঁ অন্যতম। যদুবংশ ধ্বংসৰ সময়ত সাত্যকীয়ে তেওঁৰ শিৰশ্ছেদ কৰে।

কৃষ্ণ ঃ বিষ্ণুৰ অৱতাৰ বিশেষ। দ্বাপৰ যুগৰ শেষভাগত বৃষ্ণি-বংশীয় বসুদেৱৰ ঔৰসত দৈৱকীৰ গৰ্ভত ভাদ মাহৰ কৃষ্ণ পক্ষৰ অষ্টমী তিথিত মথুৰাৰ ৰজা কংসৰ কাৰাগাৰত তেওঁ জন্ম গ্ৰহণ কৰে। তেওঁ আছিল দৈৱকীৰ অষ্টম গৰ্ভজাত সন্তান। দৈবকী কংসৰ ভনীয়েক আছিল। দৈৱকীৰ বিবাহৰ সময়ত ভৱিষ্যৎবাণী হৈছিল যে তেওঁৰ অষ্টম গৰ্ভ-জাত সন্তানৰ হাতত কংসৰ মৃত্যু হ'ব। সেয়ে কংসই বসুদেৱ আৰু দৈৱকীক কাৰাগাৰত বন্দী কৰি ৰাখিছিল আৰু দৈৱকীৰ সন্তানসমূহ ওপজাৰ পাচতে বধ কৰি পেলাইছিল। কৃষ্ণ জন্মা মাত্ৰকে বসুদেৱে কংসৰ ভয়ত ৰাতিৰ ভিতৰতে যমুনাৰ সিপাৰৰ গোকুলৰ নন্দ ঘোষৰ পত্নী

যশোদাৰ কেচুৱা কন্যা এটিৰ লগত কৃষ্ণক সলনি কৰে। দৈৱকীৰ অষ্টম গৰ্ভজাত সন্তান কন্যা হোৱা সংবাদ পাই সেই কন্যাকেই কংসই শিলত আছাৰি মাৰিবলৈ প্ৰয়াস কৰিলত কন্যাটি অদৃশ্য হৈ গুচি যায় আৰু কয় যে তেওঁ যোগমায়া। কংসৰ নিধনকাৰী এঠাইত নহয় এঠাইত ওপজিছেই আৰু যথাসময়ত সি কংসক নিধন কৰিবই।

ইয়াত আতঙ্কিত হৈ কংসই তেওঁৰ হত্যাকাৰী সেই বিশেষ শিশুটি বিচাৰি উলিয়াব নোৱাৰি মথুৰাৰ আটাইবোৰ শিশুকে বধ কৰিবলৈ পূতনা ৰাক্ষসীক নিয়োগ কৰে। কৃষ্ণৰ হাতত পূতনাৰ মৃত্যু হয়। ইয়াৰ পাচত কৃষ্ণই কংসৰ দ্বাৰা নিয়োজিত অঘ, বক, অৰিষ্ট আদি অলেখ দৈত্যক বধ কৰে। কালিনাগক দমন কৰি তেওঁ কালিন্দীৰ জল বিষমুক্ত কৰে, গোবৰ্দ্ধন পৰ্ব্বত ধাৰণ কৰি ইন্দ্ৰৰ দৰ্পচুৰ্ণ কৰে আৰু অশেষ অসাধ্য সাধন কৰি যশোদা আৰু গোপ-গোপীসকলক অলেখ লীলা-মাহাত্ম্য দেখুৱাই কংসক বধ কৰে।

সান্দিপনী নামৰ বেদজ্ঞ ঋষি এজনাৰ ওচৰত কৃষ্ণই বেদ অধ্যয়ন কৰে। সেই সময়তে পঞ্চজন নামৰ সমুদ্ৰচৰ দৈত্য এজনক বধ কৰি তেওঁ পাঞ্চজন্য শঙ্খ লাভ কৰে। কংসৰ শহুৰেক জৰাসন্ধকে আদি কৰি তেওঁৰ এদল মহাশত্ৰু আছিল। অব্যৰ্থ কৌশলেৰে সেই আটাইসকলকে তেওঁ পৰাজিত কৰে আৰু ক্ৰমে ক্ৰমে তেওঁলোকৰ মৃত্যু হয়। এটা প্ৰৱল বিৰুদ্ধ দলেৰে সৈতে সদায় যুদ্ধ-বিগ্ৰহ কৰি থাকিব লগা হোৱা বাবে তেওঁ যদুবংশীয় আত্মীয়-স্বজনক লৈ গৈ পশ্চিম ভাৰতৰ সাগৰৰ পাৰত এখন ৰাজ্য স্থাপন কৰি তাতে থাকিবলৈ লয়। দ্বাৰকা আছিল তেওঁৰ ৰাজ্যৰ ৰাজধানী। তেওঁ বিদৰ্ভৰাজ ভীষ্মকৰ কন্যা ৰুক্মিণীক হৰণ কৰি নি বিয়া কৰায়। কিন্তু ৰুক্মিণী বজা শিশুপালৰ

বাকদন্তা আছিল। সেয়ে তেওঁ শিশুপালৰ লগত যুদ্ধ কৰিব লগা হয় আৰু শিশুপাল তেওঁৰ হাতত পৰাস্ত হয়। ৰুক্মিণী তেওঁৰ প্ৰধানা মহিষী আছিল, যদিও সত্যভামা, জাম্ববতী, লক্ষণা, সুশীলা, কালিন্দী প্ৰভৃতি তেওঁৰ আঠ গৰাকী মহিষি আছিল। ৰুক্মিণীৰ গৰ্ভত তেওঁৰ প্ৰদ্যুম্ন প্ৰমুখ্যে দহটি পুত্ৰ আৰু চাৰুমতী নামে এটি কন্যা সন্তানৰ জন্ম হয়। মুঠতে তেওঁৰ ৮০ জন পুত্ৰ হৈছিল বুলি জনা যায়।

দ্ৰৌপদীৰ স্বয়ম্বৰ সভাতে কৃষ্ণৰ লগত পাণ্ডৱসকলৰ চিনা-পৰিচয় হয় আৰু ক্ৰমাৎ সেই পৰিচিতি অন্তৰঙ্গতাত পৰিণত হয়। ধৰ্ম্মপ্ৰাণ পাণ্ডৱসকল কৃষ্ণৰ প্ৰিয় হৈ পৰে। কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত তেওঁ কৌৰৱক তেওঁৰ প্ৰখ্যাত নাৰায়ণী সৈন্যসমূহ দি নিজে পাণ্ডৱৰ পক্ষ লৈ অৰ্জ্জুনৰ ৰথৰ সাৰথ্য গ্ৰহণ কৰে। যুদ্ধলৈ আহি জ্ঞাতিবধৰ ভয়ত অৰ্জ্জুনে যুদ্ধ কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰাত তেওঁ নানা উপদেশেৰে অৰ্জ্জুনক যুদ্ধত প্ৰবৃত্ত কৰায়। এই উপদেশাবলীয়েই অৱশেষত 'শ্ৰীমাভাগৱত' গীতা নামে প্ৰসিদ্ধি লাভ কৰে। বিশেষকৈ কৃষ্ণৰ বুদ্ধি, কৌশল আৰু সাহসৰ বলতে পাণ্ডৱসকল সেই যুদ্ধত জয়ী হয়। ৰাজনীতি, যুদ্ধনীতি, সমাজনীতি—সকলোতে তেওঁ শ্ৰেষ্ঠতম জ্ঞানী আছিল। বল-বিক্ৰম-বুদ্ধি আদিতো তেওঁ মহা শক্তিশালী আছিল। তেওঁ সাধাৰণতে যুদ্ধবিৰোধী আছিল যদিও, নিজৰ আৰু আত্মীয়-স্বজনৰ সম্মান ৰক্ষাৰ্থে, নাইবা দুৰ্বৃত্ত আৰু সবলৰপৰা দুৰ্ব্বল আৰু সাধু-সন্তসকলক ৰক্ষা কৰাৰ অৰ্থে আৱশ্যক হ'লে যুদ্ধত লিপ্ত হৈ অলেখ দৈত্য, দানৱ, অসুৰ আদিক বধ কৰিছিল।

কুৰুক্ষেত্ৰৰ যুদ্ধৰ শেষত যুদ্ধক্ষেত্ৰ চাবলৈ গৈ গান্ধাৰীয়ে কৃষ্ণক অভিশাপ দিয়ে যে যিহেতু কৃষ্ণই এই জ্ঞাতি-বিধ্বংসী

যদুশ্ৰেষ্ঠখন বন্ধ কৰিবলৈ সমৰ্থ হৈও বন্ধ নকৰিলে, সেইহেতু যুদ্ধৰ ৩৬ বছৰ পাচত যদুবংশ ধ্বংস হৈ যাব আৰু কৃষ্ণৰ অপঘাত মৃত্যু ঘটিব। সেয়ে ঘটিছিলো। বিশ্বামিত্ৰৰ শাপত আত্ম-বিৰোধী যাদৱসকল পৰস্পৰে মুষলৰ দ্বাৰা আক্ৰান্ত হৈ ধ্বংসপ্ৰাপ্ত হ'লত কৃষ্ণই তপস্যা কৰাৰ মানসেৰে অৰণ্যত সোমায় আৰু তাতে জৰা নামৰ ব্যাধ এজনে হৰিণ বুলি ভ্ৰম কৰি তেওঁৰ ৰঙা ভৰিৰ পতাত শৰাঘাত কৰাৰ ফলত তেওঁৰ মৃত্যু হয়।

কেশৱ ঃ—শ্ৰীকৃষ্ণৰ আন এটা নাম। কেশী নামৰ দৈত্যক নিধন কৰাবাবে তেওঁৰ এই নাম হয়। ( কৃষ্ণ দ্ৰষ্টব্য। )

কেশী ঃ—শ্ৰীমদ্ভাগৱত আৰু হৰিবংশমতে এজন বলী দৈত্য আৰু কংসৰ বিশ্বস্ত অনুচৰ। শ্ৰীকৃষ্ণক বধ কৰিবলৈ কংসই তেওঁক ব্ৰজলৈ পঠায়। এটা ঘোঁৰাৰ ৰূপ ধৰি কেশীয়ে গোপসকলৰ ওপৰত অকথ্য অত্যাচাৰ আৰম্ভ কৰে। শ্ৰীকৃষ্ণই ইয়াৰ প্ৰতিকাৰৰ চেষ্টা কৰাত তেওঁ মুখ মেলি কৃষ্ণক গিলিবলৈ খেদি আহে। কৃষ্ণই তেওঁৰ হাত এখন কেশীৰ মুখত ভৰাই দিয়ে। ক্ৰমে ক্ৰমে সেই হাতখনে বিশাল আকৃতি লয় আৰু অৱশেষত উশাহ-নিশাহ বন্ধ হৈ কেশী মৃত্যুমুখত পৰে।

কৌশল্যা ঃ—কোশল ৰজাৰ কন্যা ; সেয়ে তেওঁৰ নাম কৌশল্যা। তেওঁ অযোধ্যাৰ ৰজা দশৰথৰ প্ৰধানা মহিষী আৰু শ্ৰীৰাম-চন্দ্ৰৰ মাক। বহুদিনলৈ নিঃসন্তান থকাৰ পাচত পুত্ৰেষ্টি যজ্ঞ কৰাৰ ফলত তেওঁৰ গৰ্ভত ৰামৰ জন্ম হয়। ( অন্ধক দ্ৰষ্টব্য )। তেওঁ পৰম স্নেহশীলা আৰু ধৈৰ্য্যশীলা আছিল। পো-বোৱাৰী বনবাসী হোৱাৰ দুঃখ আৰু স্বামীৰ মৃত্যু আদি কেবাটাও মনস্তাপ তেওঁ সহিব লগা হয়। চৈধ্যবছৰ বনবাস খটাৰ পাচত ৰামে কৰা অশ্বমেধ যজ্ঞৰ পাচতে তেওঁৰ মৃত্যু হয়।

খৰ ঃ এজন পৰাক্ৰমী ৰাক্ষস। বিশ্ৰৱা ঋষিৰ ঔৰসত আৰু সুমালী ৰাক্ষসৰ কন্যা ৰাথাৰ গৰ্ভত তেওঁৰ জন্ম হয়। দূষণ তেওঁৰ সহোদৰ। দুয়োজনেই ৰাবণৰ বৈমাত্ৰেয় ভায়েক। ৰাবণৰ অনৱধানতাৰ ফলত ভনীয়েক সূৰ্পনখা বিধবা হ'লত সূৰ্পনখাৰ সন্তুষ্টিৰ বাবে ৰাবণে নিজ ৰাজ্যৰ পঞ্চৱটীখণ্ড সূৰ্পনখাক দান কৰে। ৰাবণৰ আদেশমতে খৰ আৰু দূষণে লগত চৈধ্য হেজাৰ ৰাক্ষস লৈ সূৰ্পনখাৰ ৰক্ষণাবেক্ষনৰ বাবে দণ্ডকাৰণ্যত থাকিবলৈ লয়। ৰামৰ বনবাসৰ সময়ত কামাৰ্ত্তা সূৰ্পনখাই অবৈধ আচৰণ কৰাত লক্ষ্মণে তেওঁৰ নাক আৰু কাণ কাটি পেলায়। সূৰ্পনখাৰ এই দুৰ্দশাত ক্ৰুদ্ধ হৈ খৰে দূষণৰ সেনাপতিত্বত এক ৰাক্ষসবাহিনী ৰাম-লক্ষ্মণক বিনাশ কৰিবলৈ পঠিয়ায়। যুদ্ধত ৰামৰ হাতত সসৈন্যে দূষণ নিহত হয়। পাচত খৰো সেইদৰে ৰাম-লক্ষ্মণক আক্ৰমণ কৰিবলৈ আহি নিহত হয়। খৰৰ পুত্ৰৰ নাম মকৰাক্ষ।

গঙ্গা ঃ—গঙ্গা উত্তৰ ভাৰতৰ প্ৰধান পুণ্যসলিলা নদী। পুৰাণ আদি শাস্ত্ৰমতে গঙ্গা এগৰাকী মাহাত্ম্যময়ী দেৱী। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণমতে বিষ্ণুৰ দেহৰূপৰা (মতান্তৰে চৰণৰূপৰা) গঙ্গাৰ উৎপত্তি হয়। তেওঁ বিষ্ণুৰ পত্নীও। এসময়ত গঙ্গাৰ প্ৰতি বিষ্ণু বিশেষভাৱে আকৃষ্ট হোৱাত সতিনীয়েক সৰস্বতীয়ে তেওঁক পৃথিৱীত নদীৰূপে প্ৰবাহিত হ'বলৈ অভিশাপ দিয়ে।

এসময়ত গঙ্গা আৰু কৃষ্ণ পৰস্পৰৰ প্ৰেমাকৃষ্ট হয়। ইয়াতে ক্ৰুদ্ধা হৈ ৰাধাই কৃষ্ণক তিৰস্কাৰ কৰে আৰু গঙ্গাক পি খাবলৈ উদ্যত হয়। গঙ্গাই তেতিয়া ভয়তে কৃষ্ণৰ চৰণত আশ্ৰয় লৈ লুকাই থাকে। ইফালে পৃথিৱী জলশূণ্যা হোৱাত দেৱগণে কৃষ্ণক কাকুতি কৰিবলৈ ধৰিলে। কৃষ্ণই

তেতিয়া তেওঁৰ ভৰিৰ নখাগ্ৰৰপৰা গঙ্গাক উলিয়াই দিলে। সেয়ে গঙ্গাৰ আন এটা নাম বিষ্ণুপদী। পিচত ব্ৰহ্মাৰ অনুৰোধমতে কৃষ্ণই গঙ্গাক গন্ধৰ্ব্ব বিবাহ কৰে। ৰামায়ণমতে গঙ্গা গিৰিৰাজ হিমালয় আৰু মেনকাৰ কন্যা। উমাৰ ভগিনী। কোনো বিশেষ কাৰণত দেৱতাসকলে গঙ্গাক হিমালয়ৰপৰা ভিক্ষা কৰি নিয়ে। সেই সময়তে মহাদেৱৰ বীৰ্য্য গঙ্গাৰ প্ৰতি নিক্ষিপ্ত হয়। গঙ্গাই কিন্তু এই বীৰ্য্য ধাৰণ কৰিবলৈ অসমৰ্থ হোৱাত ই শতবনত নিক্ষিপ্ত হয়। তাৰপৰাই কৃত্তিকাসকলে এই বীৰ্য্যভাগ পান কৰে। ফলত কাৰ্ত্তিকৰ জন্ম হয়।

অন্য এক পুৰাণমতে নাৰদে নিজৰ সঙ্গীতৰ তাৰ, লয়, সুৰ আদি নিখুঁত কৰিবলৈ শিবৰপৰা সঙ্গীত শুনাৰ ব্যৱস্থা কৰে। অন্যতম শ্ৰোতা হয় ব্ৰহ্মা আৰু বিষ্ণু। শিৱৰ সঙ্গীত শুনি শুনি বিষ্ণু দ্ৰবীভূত হৈ যায় আৰু ব্ৰহ্মাৰ কমণ্ডলুত আশ্ৰয় লয়। এই দ্ৰবীভূত বিষ্ণুই গঙ্গা নামে খ্যাত হয়। পাচত সূৰ্য্যবংশীয় সগৰ ৰজাৰ নাতি ভগীৰথে তেওঁৰ পূৰ্ব্বপুৰুষসকলক কপিলমুনিৰ শাপৰপৰা পৰিত্ৰাণ কৰিবলৈ তপস্যা কৰি গঙ্গাক ব্ৰহ্মাৰ কমণ্ডলুৰপৰা পৃথিৱীলৈ নমাই আনে। নামি আহোঁতে গঙ্গা মহাদেৱৰ জঁটাৰ ভিতৰত সোমাই লুপ্ত হয়। ভগীৰথে বিশেষভাৱে শিৱৰ স্তৱ-স্তুতি কৰি পুনৰাই গঙ্গাক নমাই আনে। সেয়ে গঙ্গাৰ আন এটা নাম ভাগিৰথী। কিন্তু এই বেলি বাটতে জহ্নু মুনিৰ পূজাৰ সম্ভাৰ উটুৱাই নিয়াবাবে মুনিয়ে গঙ্গাক পি খলে। ভগীৰথে মুনিক কাকুতি-মিনতি কৰাত সন্তুষ্ট হৈ মুনিয়ে নিজৰ জানু (আঠু) ভেদ কৰি গঙ্গাক উলিয়াই দিয়ে। সেয়ে গঙ্গাৰ অপৰ নাম জাহ্নবী। ইয়াৰ পাচতে গঙ্গাই ভস্মীভূত হৈ থকা সগৰ সন্তানসকলক স্পৰ্শ কৰে আৰু

তেওঁলোকে মুক্তি পায়। গঙ্গা নিজেও মহাতীৰ্থত পৰিণত হয়।

এবাৰ মহৰ্ষি বশিষ্ঠৰ শাপত অষ্টবসুৱে মানবী জনম ধৰিব লগা হোৱাত তেওঁলোকে গঙ্গাক তেওঁলোকৰ জন্ম আৰু মৃত্যুৰ অৱলম্বন হ'বলে খাটিলে। গঙ্গাই তেওঁলোকৰ অনুৰোধ ৰক্ষা কৰি অপৰূপা নাৰী মূৰ্ত্তিত পৰিণত হৈ ৰজা শান্তনুক আকৃষ্ট কৰি এই চৰ্ত্তত পতিবৰণ কৰিলে যে ৰজাই গঙ্গাৰ কোনো কাৰ্য্যতে হস্তক্ষেপ কৰিব নোৱাৰিব। কৰিলেই তেওঁ ৰজাক ত্যাগ কৰিব। শান্তনু মান্তি হ'ল। তেতিয়া বসুসকলে এজন এজনকৈ গঙ্গাৰ গৰ্ভত স্থিত লৈ জন্ম ল'লে। গঙ্গাই ওপোজা মাত্ৰেই তেওঁলোকক গঙ্গা নৈৰ গৰ্ভত নিক্ষেপ কৰিবলৈ ধৰিলে। সাতটি সন্তান এইদৰে বধ কৰালৈকে পূৰ্ব্বৰ প্ৰতিজ্ঞা সুঁৱৰি শান্তনুৱে একো হকা-বধা কৰা নাছিল। কিন্তু অষ্টম বসু জন্মগ্ৰহণ কৰা মাত্ৰকে ৰজাই এই পুত্ৰটিৰ প্ৰাণ ভিক্ষা কৰিলত পুত্ৰ অক্ষত হৈ ৰ'ল কিন্তু গঙ্গাই ৰজাক ত্যাগ কৰিলে। এই অষ্টম পুত্ৰটিয়েই হ'ল পিতামহ ভীষ্ম। গঙ্গাৰ পুত্ৰবাবে ভীষ্ম গাঙ্গেয় নামেও প্ৰখ্যাত।

গজেন্দ্ৰ: -ত্ৰিকূট পৰ্ব্বতৰ এটা হাতী বিশেষ। গজেন্দ্ৰ আগৰ জন্মত পাণ্ডা দেশৰ ৰজা ইন্দ্ৰদ্যুম্ন আছিল অতীৱ বিষ্ণুপৰায়ণ আছিল বাবে তেওঁক ৰাজৰ্ষি ইন্দ্ৰদ্যুম্ন নামে জনা যায়। এবেলি তেওঁ মলয়াচলত আশ্ৰম পাতি মৌন-ব্ৰতী হৈ ভগবান বিষ্ণুৰ আৰাধনা কৰি আছিল। এনেতে তাত সশিষ্যে অগস্ত্য মুনি উপস্থিত হ'লহি। মৌনব্ৰতী হৈ পূজামগ্ন হৈ থকাবাবে ৰজাই মুনিক মাত-বোল কিম্বা সেৱা-শুশ্ৰূষা কৰিব নোৱাৰিলে। তাতে মুনি কুপিত হ'ল আৰু তেওঁৰ প্ৰতি ভ্ৰূক্ষেপ নকৰি হাতীৰদৰে অলৰ-আচৰ হৈ

বহি থকা বাবে মুনিয়ে ৰজাক হাতী হ'বলৈ অভিশাপ দিলে। ৰজাই ত্ৰিকূট পৰ্ব্বতত গজেন্দ্ৰ ৰূপে থাকিবলৈ ল'লে। ( ইয়াৰ পাচত হৰি দ্ৰস্টব্য )।

গদ ঃ—যদুবংশীয় বীৰ। সম্বন্ধত তেওঁ কৃষ্ণৰ কনিষ্ঠ ভায়েক আছিল। জৰাসন্ধৰে সৈতে হোৱা যুদ্ধত কৃষ্ণই তেওঁক সৈন্য পৰিচালনা কৰিবলৈ নিয়োগ কৰিছিল।

গৰ্গ ঃ—এজনা জ্যোতিৰ্বিদ ঋষি। যাদবসকলৰ কুলপুৰোহিত। তেওঁ কৃষ্ণৰ গণনা, জাত-কৰ্ম্ম আদি কৰি বিধিমতে তেওঁৰ কৃষ্ণ নাম থয়। তেওঁৰ পুত্ৰৰ নাম গাৰ্গ্য আৰু কন্যাৰ নাম গাৰ্গী।

গৰুড় ঃ—পক্ষীৰাজ আৰু বিষ্ণুৰ বাহন। কশ্যপ ঋষিৰ ঔৰসত আৰু বিনতাৰ গৰ্ভত তেওঁৰ জন্ম হয়। তেওঁ অৰ্দ্ধপক্ষী আৰু অৰ্দ্ধ মানৱ। মাহীমাক নাগমাতা কদ্ৰুৱে কপট উপায়েৰে তেওঁৰ মাক বিনতাক দাসী কৰি ৰাখিছিল। মাকক দাসীত্বৰপৰা মুক্ত কৰিবলৈ তেওঁ স্বৰ্গলৈ অমৃত আনিবলৈ যায়। বাটতে ভোক লগাত তেওঁ পিতাক কশ্যপৰ ওচৰলৈ গৈ আহাৰ প্ৰাৰ্থনা কৰে। পিতাকে দুবৈৰ সৰোবৰ এটাত যুঁজ কৰি থকা কাছ দুটাক খাবলৈ নিৰ্দ্দেশ দিলে। কাছ দুটা আচলতে বিভাবসু আৰু সুপ্ৰতীক নামেৰে দুই ভাই-ককাই আছিল। কাছ দুটা তুলি লৈ গৰুড় বিৰাট বট গছ এজোপাৰ ডাল এটাত পৰিল। পৰা মাত্ৰকে ডালটো ভাগি থাকিল। সেই ডালটোত তেতিয়া বালখিল্য নামৰ ঋষি-সকলে ডালৰপৰা ওলোমি ওলোমি তপস্যা কৰি আছিল। ডালটো মাটিত পৰিলে ঋষিসকলৰ প্ৰাণ নাশৰ আশংকা কৰি তেওঁ ডালটোকে ঠোঁটেৰে কামুৰি ধৰি পিতাকৰ ওচৰলৈ গৈ পৰামৰ্শ বিচাৰিলে। কশ্যপৰ অনুৰোধত তেতিয়া ঋষিসকলে ডালটো ত্যাগ কৰিলে। গৰুড়ে তেতিয়া

নিৰ্জ্জন পৰ্ব্বত এটাত ডালটো পেলাই দি কাছ দুটা ভক্ষণ কৰিলে।

ইয়াৰ পাচত গৰুড়ে স্বৰ্গলৈ গৈ দেৱতাসকলৰ লগত বিশেষকৈ অমৃত ৰক্ষক বিশ্বকৰ্ম্মাৰ লগত যুদ্ধ কৰি তেওঁক পৰাস্ত কৰে। অতি ক্ষুদ্ৰ দেহ ধাৰণ কৰি তেওঁ অমৃত কক্ষত সোমায়। অগ্নিয়ে অমৃত পৰিবেষ্টিত কৰি আছিল। তদুপৰি দুটা ঘূৰ্ণায়মান চক্ৰ আৰু দুটা ভয়াল সাপে অমৃতক পহৰা দিছিল। সেইসকলোকে পৰাভূত কৰি অমৃত লৈ বাহিৰলৈ অহাৰ লগে লগে গৰুড়ৰ বিষ্ণুৰ লগত দেখা হয়। তেওঁ বিষ্ণুক ক'লে যে অমৃতৰ প্ৰতি তেওঁৰ অকণো লোভ নাই, মাত্ৰ মাকৰ দাসীত্ব মোচনৰ বাবেহে এই ব্যৱস্থা কৰা হৈছে; পৰম প্ৰীত হৈ বিষ্ণুৱে তেতিয়া বৰ দিব খুজিলত গৰুড়ে এই বৰ ল'লে যে তেওঁ যেন সদায় বিষ্ণুৰ ওপৰত থাকিবলৈ পায়। সেয়ে হ'ল। বিষ্ণুৱে গৰুড়ক তেওঁৰ ৰথৰ ওপৰত স্থান দিলে। সেয়ে বিষ্ণুৰ আন এটা নাম গৰুড়ধ্বজ। আনহাতে, গৰুড়েও বিষ্ণুক বৰ প্ৰাৰ্থনা কৰিবলৈ ক'লে। বিষ্ণুৱে ক'লে, "তুমি মোৰ বাহন হোৱা!" গৰুড়ে ক'লে—"তথাস্তু!" গৰুড় বিষ্ণুৰ বাহন হ'ল। সেয়ে বিষ্ণুৰ আন এটা নাম গৰুড়বাহন।

এনেতে গৰুড়ৰপৰা অমৃত কাঢ়ি নিয়াৰ মানসেৰে ইন্দ্ৰই গৰুড়ক বজ্ৰাঘাত কৰিলে। গৰুড়ৰ কিন্তু একোৱে নহ'ল, মাত্ৰ পাখী এটাহে সৰি পৰিল। গৰুড়ৰ শক্তিৰ উমান পাই ইন্দ্ৰই তেওঁৰ লগত সখীত্ব কৰি মিত্ৰভাৱে অমৃত ঘূৰাই দিবলৈ বিচাৰিলে। তেতিয়া গৰুড়ে ক'লে যে তেওঁ মাকৰ বন্দীত্বমোচন কৰিবলৈ কদ্ৰুক দিবৰ বাবেহে অমৃত নিবলৈ আহিছে; গতিকে অমৃত দিয়াৰ পাচত ইচ্ছা কৰিলে ইন্দ্ৰই তাৰপৰা চুৰ কৰি আনিব পাৰে। ইন্দ্ৰ এই কথাত মান্তি

হ'ল আৰু গৰুড়ক বৰ দিব খুজিলত গৰুড়ে সমস্ত সৰ্পকুলক তেওঁৰ আহাৰৰূপে প্ৰাৰ্থনা কৰিলে। তেতিয়াৰেপৰা সাপবোৰ গৰুড়ৰ ভক্ষ্য হ'ল। গৰুড়ে কুশবনৰ ওপৰত অমৃত থ'লে আৰু এই খবৰ কদ্ৰু আৰু সাপবোৰক দি মাকক দাসীত্ব মুক্ত কৰিলে। অমৃত ভক্ষণৰ আগতে সাপবোৰ গা ধুবলৈ গ'ল আৰু এই ছেগতে ইন্দ্ৰই অমৃত চুৰ কৰিলে। উলটি আহি সাপবোৰে অমৃত নেগাই কুশবন-বোৰকে চেলেকিবলৈ ধৰিলে। ভলত, সিহঁতৰ জিভা ফাটি চিৰাচিৰ হ'ল। সেয়ে সাপৰ জিভা আজিও দ্বিধা-বিভক্ত।

ইন্দ্ৰৰ ৰথৰ সাৰথি মাতলিয়ে তেওঁৰ জীয়েক গুণকেশীক নাগবংশীয় সুমুখৰ লগত বিয়া দিয়াৰ ব্যৱস্থা কৰিলে। কিন্তু এমাহ পাচত সুমুখ গৰুড়ৰ ভক্ষ্য হোৱাৰ কথা। সেয়ে মাতলিয়ে ইন্দ্ৰ আৰু বিষ্ণুক ইয়াৰ কিবা এটা ব্যৱস্থা কৰিবলৈ অনুৰোধ কৰিলে। বিষ্ণুৱে সুমুখক অমৃত খুৱাই অমৰ কৰিবলৈ ইন্দ্ৰক পৰামৰ্শ দিলে। ইন্দ্ৰই কিন্তু অমৃত নুখুওৱাকৈয়ে সুমুখক দীৰ্ঘজীৱন দান দিলে। গৰুড়ে এই বিষয়ে ইন্দ্ৰক আপত্তি দিয়াত ইন্দ্ৰই বিষ্ণুহে এইবোৰৰ মূল বুলি ক'লে। তেতিয়া গৰুড়ে অতি দম্ভ কৰি ক'লে যে তেওঁ মাত্ৰ পাখীৰ একাংশেৰেই বিষ্ণুৰ ভাৰ বহন কৰিব। তেতিয়া বিষ্ণুই গৰুড়ক বৃথা আস্ফালন কৰিবলৈ মানা কৰি মাত্ৰ তেওঁৰ বাওঁ বাহুখনৰ ভাৰ বহন কৰিবলৈ ক'লে। গৰুড়ৰ কান্ধত বিষ্ণুৱে বাওঁ বাহুখন ৰখাৰ লগে লগে গৰুড় অচেতন হৈ পৰিল। তেতিয়া ক্ষমা খুজি গৰুড় বিষ্ণুৰ শৰণাপন্ন হ'ল। বিষ্ণুৱে সুমুখক গৰুড়ৰ বুকুত তুলি দিলে। সুমুখ গৰুড়ৰ অভক্ষ্য হ'ল।

ইন্দ্ৰজিতে ৰাম-লক্ষ্মণক নাগপাশেৰে বন্দী কৰোঁতে গৰুড়ে তেওঁলোকক মুক্ত কৰিছিল। তেওঁ বিবিধ নামেৰে

পৰিচিত। যেনে—কাশ্যপী, বৈনতেয়, সুপৰ্ণ, ৰক্তপক্ষ, সুবৰ্ণকায়, গগনেশ্বৰ, খগৰাজ, খগপতি, খগেশ্বৰ, কামায়ুধ, বিষ্ণুৰথ, সুধাহৰ, সুৰেন্দ্ৰজিৎ আৰু বজ্ৰজিত।

গৰুড়কেতু ঃ—বিষ্ণুৰ আন এটা নাম। কেতু অৰ্থ পতাকা। বিষ্ণুৰ পতাকাত গৰুড়ৰ মূৰ্ত্তি আঁকা আছে। এতেকে যাৰ পতাকাত গৰুড়ৰ মূৰ্ত্তি আঁকা আছে তেওঁ গৰুড়কেতু।

গৰুড়ধ্বজ ঃ—বিষ্ণুৰ আৰু এটা নাম ধ্বজা শব্দৰ অৰ্থও পতাকা। বিষ্ণুৰ ৰথৰ ওপৰত থকা ধ্বজা বা পতাকা-খনত গৰুড়ৰ মূৰ্ত্তি প্ৰতীকৰূপে আছে। সেয়ে তেওঁ গৰুড়ধ্বজ।

গান্দিনী ঃ—কাশীৰাজৰ কন্যা। নিৰ্দ্দিষ্টতকৈ বহুতো বেছি কাল তেওঁ মাতৃগৰ্ভত থকা বাবে গৰ্ভস্থ শিশুৰ মঙ্গল কামনা কৰি কাশীৰাজে নিতৌ একোজনী গাই দান কৰিছিল। সেইবাবে তেওঁৰ নাম গান্দিনী ৰখা হয়। তেওঁ নিজেও নিতৌ একোজনী গাই ব্ৰাহ্মণক দান দিছিল। যদু-বংশীয় শাফল্কৰ লগত তেওঁৰ বিবাহ হয়। অক্ৰূৰ তেওঁৰ পুত্ৰ। হৰিবংশমতে তেওঁৰ পুত্ৰ তেৰটি। কন্যা মাত্ৰ এজনী নাম সুন্দৰী।

গ্ৰাহ ঃ—গ্ৰাহ আগতে হুহু নামে এজন গন্ধৰ্ব্ব আছিল। এদিন তেওঁ পানীত সাঁতুৰি-নাদুৰি, বহুত দিন জলক্ৰীড়া কৰি থাকোঁতে মহাভাগৱত দেৱল ঋষি তালৈ স্নান কৰিবলৈ আহে। স্নানৰ অন্তত ঋষিয়ে পানীত নামি সন্ধ্যা-তৰ্পণ কৰি থাকোঁতে গন্ধৰ্ব্ব হুহুৱে বুৰ মাৰি পানীৰ তলেৰে আহি ঋষিৰ ভৰিত ধৰি তেওঁক পানীৰ মাজলৈ টানি লৈ যায়। যেতিয়া ঋষিয়ে বুজিব পাৰিলে যে সেইয়া কোনো জলচৰ প্ৰাণী নহয়, গন্ধৰ্ব্ব হুহুহে, তেতিয়া তেওঁ হুহুক তাৰ কৃতকৰ্ম্মৰ ফলস্বৰূপে জলচৰ গ্ৰাহ হ'বলৈ অভিশাপ

দিয়ে। হুহুৱে তেতিয়া ঋষিৰ পাৱত সাষ্টাঙ্গে প্ৰণিপাত কৰি তাক ক্ষমা কৰিবলৈ কাকুতি-মিনতি কৰে। তেতিয়া সন্তুষ্ট হৈ ঋষিয়ে ক'লে—"তই মোক ধৰাৰ দৰে গজেন্দ্ৰকো এইদৰে ধৰিবি আৰু তেতিয়া শ্ৰীহৰিয়ে ভক্ত গজেন্দ্ৰক ৰক্ষা কৰাৰ লগতে তোকো শাপমুক্ত কৰিব।" (হৰি অৱতাৰ দ্ৰষ্টব্য।)

গোধিকা :—আকাশৰ উত্তৰফালে ভালুকৰ আকৃতিৰে শাৰীপাতি থকা তৰাৰ থুপ। ইংৰাজীত ইয়াক 'গ্ৰেট-বিয়েৰ' বুলি কোৱা হয়, অসমীয়াত সপ্তৰ্ষিমণ্ডল। ইয়াৰ শেষৰফালে থকা উজ্জ্বল তৰাটোৱেই হ'ল ধ্ৰুৱতৰা। ৰজা উত্তানপাদৰ পুত্ৰ মহাভক্ত ধ্ৰুৱই নিজৰ পুণ্যৰ বলেৰে উত্তৰ আকাশত স্ব-নামেৰে তৰা হৈ আছে বুলি কথিত আছে। আনহাতে, ধ্ৰুৱৰ বাবে বিষ্ণুৱে ধ্ৰুৱলোক নামে স্বৰ্গ এখনো ৰচনা কৰে।

গোপাল :—শ্ৰীকৃষ্ণৰ চেমনীয়াকালৰ নাম। গো শব্দৰ অৰ্থ গৰু, আৰু পাল শব্দৰ অৰ্থ পালক বা ৰক্ষক। সৰুতে কৃষ্ণই বৃন্দাৱনত গৰু চৰাই ফুৰিছিল বাবে তেওঁৰ এই নাম হয়।

গোবিন্দ :—বিষ্ণুৰ অইন এটা নাম। গো শব্দৰ অৰ্থ গৰু। গো শব্দই শব্দ বা ভাষাকো বুজায়। বিদ্ মানে জনা। যিজনে জগতৰ সকলো ভাষাকে জানে, তেওঁ গোবিন্দ।

গৌৰী :—পাৰ্ব্বতীৰ আন এটা নাম। বৰাহ পুৰাণমতে ব্ৰহ্মাই নিজৰ শৰীৰৰপৰাই গৌৰীক সৃষ্টি কৰি ৰুদ্ৰক দান কৰে। ৰুদ্ৰই তপস্যাৰ বাবে জলত নিমগ্ন হ'লত ব্ৰহ্মাই গৌৰীক পুনৰ নিজৰ দেহত বিলীন কৰে আৰু পাচত দক্ষৰ হাতত তুলি দিয়ে। পাচলৈ গৌৰীয়ে দক্ষকন্যা সতী, হিমালয়-কন্যা উমা আদি হৈ মহাদেৱকে পতিৰূপে লাভ কৰে। বামণ পুৰাণমতে হিৰণ্যাক্ষৰ পুত্ৰ অন্ধকে মন্দাৰ পৰ্ব্বতত

ভ্ৰমণ কৰা সময়ত গৌৰীক দেখি মোহিত হৈ গৌৰীক বিবাহ কৰাৰ চেষ্টা চলায়। ফলত গৌৰীয়ে শতৰূপা হৈ অন্ধকক নিৰ্যাতন কৰে।

গৌৰীনাথ ঃ—মহাদেৱৰ আন এটা নাম। গৌৰীৰ স্বামী বাবে তেওঁক এই নামেৰে অভিহিত কৰা হয়।

ঘুনুচা ঃ—অৱন্তীপুৰ বা উজ্জয়িনীৰ ৰজা ইন্দ্ৰদ্যুম্নৰ কন্যা। ইন্দ্ৰদ্যুম্নই শ্ৰীক্ষেত্ৰ বা পুৰুষোত্তম ক্ষেত্ৰ স্থাপন কৰি যজ্ঞান্তে এটা মন্দিৰ সজায়। মন্দিৰত তেওঁ প্ৰভু জগন্নাথ, বলৰাম আৰু সুভদ্ৰাৰ মূৰ্ত্তি স্থাপন কৰে। শেষত ৰজাই নিজৰ কন্যা ঘুনুচাক জগন্নাথ লৈ বিয়া দিয়ে। মন্দিৰৰ-পৰা দুই দণ্ডৰ বাটৰ আঁতৰত ঘুনুচাৰ বাবে মন্দিৰ সজোৱা হয়। প্ৰতিবছৰে আহাৰ মাহৰ শুক্লা তৃতীয়াৰ-পৰা সাতদিন কাল প্ৰভুৱে ঘুনুচাৰ ঘৰত কটায়।

ঘৃণি ঃ—দৈৱকীৰ অষ্টপুত্ৰৰ অন্যতম। কংসৰ হাতত প্ৰাণ হেৰুৱায়। ( মৰীচি দ্ৰষ্টব্য। )।

চক্ৰপাণি ঃ—বিষ্ণুৰ আন এটা নাম। তেওঁৰ হাতত চক্ৰ আছে বাবে তেওঁ চক্ৰপাণি।

চক্ৰবাত ঃ—এজন অসুৰ। কংসৰ অনুচৰ। কৃষ্ণক বধ কৰিবলৈ কংসই তেওঁক গোকুললৈ পঠিয়াইছিল। চক্ৰ শব্দৰ অৰ্থ ঘূৰণীয়া। ৰাত শব্দৰ অৰ্থ বায়ু। অসুৰে বা-মাৰলী আদিৰ সৃষ্টি কৰি অন্ধকাৰৰ মাজতে কৃষ্ণক দাঙি লৈ আকাশলৈ উৰা মাৰে। কৃষ্ণই তেওঁৰ ওজন বঢ়াই তুলি অসুৰক বৰ কষ্ট দিয়ে আৰু অৱশেষত ডিঙিত চেপি ধৰি হত্যা কৰে। কৃষ্ণক বুকুত লৈ বিম্বা শবদে চক্ৰবাত মাটিত পৰেহি।

চন্দ্ৰ ঃ—কালিকা পুৰাণ মতে চন্দ্ৰ ব্ৰহ্মাৰ মানসপুত্ৰ অত্ৰি মুনিৰ পুত্ৰ। তেওঁ তিনি চকীয়া আৰু দহোটা বগা ঘোঁৰাই টনা

ৰথত উঠি পৃথিৱী পৰিক্ৰমণ আৰু আলোকদান কৰে। প্ৰজাপতি দক্ষৰ ৰোহিণী, ভৰণী, কৃত্তিকা আদি ২৭ গৰাকী কন্যাকে তেওঁ বিয়া কৰায়। তেওঁলোকৰ ভিতৰত ৰোহিণীৰ প্ৰতি তেওঁ বেছি অনুৰক্ত বাবে অন্য কন্যাসকলে পতিৰ বিৰুদ্ধে দক্ষৰ ওচৰত অভিযোগ তোলে। জোঁৱায়েকৰ মতৰ পৰিবৰ্ত্তন কৰিব নোৱাৰি দক্ষই চন্দ্ৰক নিঃসন্তান আৰু যক্ষ্মা ৰোগাক্ৰান্ত হ'বলৈ অভিশাপ দিয়ে। শাস্তি বৰ বেছি হোৱাত ভীত হৈ পত্নীসকলে শাপ প্ৰত্যাহাৰ কৰিবলৈ পিতাকক প্ৰাৰ্থনা জনায়। তেতিয়া দক্ষৰ নিৰ্দ্দেশ মতে চন্দ্ৰই প্ৰভাস তীৰ্থত স্নান কৰি ৰোগ-মুক্ত হয়। কিন্তু হ'লেও অভিশাপৰ ফলত তেওঁ মাহটোৰ ভিতৰতে এপষত ক্ষয়প্ৰাপ্ত হৈ আনটো পষত বৃদ্ধিপ্ৰাপ্ত হয়। এয়েই কৃষ্ণ আৰু শুক্লপক্ষ।

আনমতে, সমুদ্ৰ মন্থনৰ সময়ত ক্ষীৰ সাগৰৰপৰা অমৃত, পাৰিজাত; লক্ষ্মী, ঐৰাৱত, উচ্চৈশ্ৰৱা আদিৰ লগতে চন্দ্ৰৰো অভ্যুদয় হৈ অন্যতম দেৱতাৰূপে পৰিগণিত হয়। অমৃতপানৰ সময়ত ৰাহু নামৰ এজন অসুৰেও দেৱতাসকলৰ মাজত বহি গোপনে অমৃত খাইছিল। চন্দ্ৰই কথাটো লক্ষ্য কৰি বিষ্ণুক ক'লত বিষ্ণুৱে অমৃত অসুৰৰ পেটলৈ যোৱাৰ আগতে চক্ৰেৰে তাৰ মূৰটো কাটি পেলায়। তেতিয়াৰেপৰা চন্দ্ৰৰ লগত ৰাহুৰ ঘোৰ শত্ৰুতা হয়। সুযোগ পালেই ৰাহুৱে চন্দ্ৰক গ্ৰাস কৰে; কিন্তু কটা ডিঙিৰে পুনৰায় চন্দ্ৰ ওলাই আহে। এয়েই চন্দ্ৰ গ্ৰহণ।

ৰাজসূয় যজ্ঞ কৰি এবেলি চন্দ্ৰ অতি অহঙ্কাৰী আৰু কামাসক্ত হয়। তেওঁ দেৱগুৰু বৃহস্পতিৰ পত্নী তাৰাক হৰণ কৰে। ইয়াত কুপিত হৈ দেৱগণ চন্দ্ৰৰ বিৰুদ্ধে উঠিলত চন্দ্ৰই দৈত্যগুৰু শুক্ৰৰ শৰণ লয়। ফলত দেৱতা

আৰু দৈত্যসকলৰ মাজত যুদ্ধ হোৱাৰ উপক্ৰম হয়। কথা বিষম দেখি ব্ৰহ্মাই চন্দ্ৰৰ হতুৱাই তাৰাক পুনৰ বৃহস্পতিক সমৰ্পণ কৰালে। গতিকে যুদ্ধ সিমানতে বন্ধ হ'ল। তাৰাৰ গৰ্ভত চন্দ্ৰৰ বুধ নামৰ পুত্ৰৰ জন্ম হয়। আকাশত বুধ সদায় চন্দ্ৰৰ বিপৰীত ফালে উদয় হয়।

চন্দ্ৰমা ঃ—চন্দ্ৰ বা জোনৰ আন এটা নাম। সংস্কৃত চন্দ্ৰমস্ শব্দৰ প্ৰথমাৰ একবচন। ( চন্দ্ৰ দ্ৰষ্টব্য। )

চানূৰ ঃ—এজন দৈত্য। তেওঁ মথুৰাৰ ৰজা কংসৰ ৰাজমল্ল অৰ্থাৎ মাল-যুঁজত মিপুণ যোদ্ধা আছিল। কৃষ্ণ-বলৰামক ধনুৰ্যজ্ঞলৈ মতাই আনি কংসই তেওঁলোকক চানূৰৰ হতুৱাই হত্যা কৰাবলৈ বুধি কৰিছিল। কিন্তু কৃষ্ণৰ হাততহে চানূৰ নিহত হয়।

চাৰুদেষ্ণ ঃ—শ্ৰীকৃষ্ণৰ পুত্ৰ।

চাৰিসিদ্ধ ঃ—ব্ৰহ্মাৰ চাৰিজন মানসপুত্ৰ। এওঁলোক হ'ল—সনক, সনন্দ, সনাতন আৰু সনৎকুমাৰ। সৃষ্টি কৰাৰ সংকল্প লৈ ব্ৰহ্মাই প্ৰথমতে অবিদ্যাৰ সৃষ্টি কৰে। অবিদ্যাৰপৰা তমিস্ৰ, অন্ধ তমিস্ৰ, মোহ আৰু মহামোহ প্ৰভৃতিৰ জন্ম হয়। এইসকল আছিল অসৎ সৃষ্টি। সেয়ে এইসকলৰপৰা শান্তি নেপাই ব্ৰহ্মাই ধ্যানস্থ হৈ তেওঁৰ মনৰপৰাই চাৰিজন অন্য ধৰণৰ পুত্ৰৰ সৃষ্টি কৰিলে। এওঁলোকেই হ'ল চাৰি-সিদ্ধ। ব্ৰহ্মাই এই পুত্ৰসকলক সৃষ্টিৰ কাৰ্যত মনোনিবেশ কৰিবলৈ আদেশ দিলত তেওঁলোকে ক'লে যে, সংসাৰ দুঃখ আৰু মায়াময়। মায়াত আবদ্ধ হৈ দুঃখ-শোকত পতিত হ'বলৈ তেওঁলোকৰ ইচ্ছা নাই। তেওঁলোকে ভগৱৎ-চিন্তাত নিমগ্ন হৈ কাল কটাবলৈ ধৰিলে। আজীৱন তেওঁলোক কুমাৰ আৰু সংসাৰধৰ্মবিমুখ আছিল। সনৎকুমাৰক

ভগবানৰ চতুৰ্বিংশতি অৱতাৰৰ অন্যতমৰূপে গণ্য কৰা হৈছে।

ছাঁৰিৰাম ঃ—শ্ৰীৰামৰ বিকৃত বা সহজ উচ্চাৰণ। (শ্ৰীৰাম দ্ৰষ্টব্য)

জগন্নাথ ঃ—বিষ্ণুৰ পুৰুষোত্তম মূৰ্ত্তি। জৰাৰ শৰত ভগবান শ্ৰীকৃষ্ণই তনুত্যাগ কৰাৰ পাচত তেওঁৰ নৰদেহী অস্থি অৱন্তিপুৰৰ ৰজা ইন্দ্ৰদ্যুম্নৰ হাতত পৰেহি। সেই অস্থিকে আশ্ৰয় কৰি ৰজাই বিষ্ণুমূৰ্ত্তি এটা নিৰ্মাণ কৰিবলৈ দেৱশিল্পী বিশ্বকৰ্মাক অনুৰোধ কৰে। বিশ্বকৰ্মাই এই চৰ্ত্তত মান্তি হয় যে বন্ধ মন্দিৰৰ ভিতৰত নিৰ্ম্মাণকাৰ্য্য শেষ কৰি ওলাই নহালৈকে আন কোনেও মন্দিৰত প্ৰবেশ কৰি সেই কাৰ্য্য চাব নোৱাৰিব। ইয়াৰ অন্যথা হ'লে নিৰ্ম্মাণকাৰ্য্য বন্ধ কৰি তেওঁ গুচি যাব। ইন্দ্ৰদ্যুম্ন মান্তি হ'ল। বিশ্বকৰ্ম্মা মূৰ্ত্তি নিৰ্ম্মাণকাৰ্য্যত লাগিল। কিন্তু বহুদিন যোৱাৰ পাচতো বিশ্বকৰ্ম্মা ওলাই নহা দেখি মনৰ ঔৎসক্যতা দমাব নোৱাৰি ৰজাই নিজে মন্দিৰৰ দুৱাৰ মেলি নিৰ্ম্মাণকাৰ্য্য চালে। লগে লগে বিশ্বকৰ্ম্মা অদৃশ্য হৈ গ'ল। মূৰ্ত্তিও অৰ্দ্ধনিৰ্মিত হৈ ৰ'ল। ব্ৰহ্মাৰ আদেশমতে ৰজাই সেই মূৰ্ত্তিকে জগন্নাথ নামে মন্দিৰত স্থাপন কৰিলে।

নাৰদ পুৰাণমতে জগন্নাথৰ ইতিবৃত্ত বেলেগ। ইয়াৰ বাবে ইন্দ্ৰদ্যুম্ন দ্ৰষ্টব্য।

জগনিবাস ঃ—ভগবান বিষ্ণুৰ আন এটা নাম। গোটেই পৃথিবীতে (জগ) ব্যাপ্ত হৈ আছে বাবে তেওঁক এই নাম দিয়া হয়।

জনক ঃ—মিথিৰাৰ ৰজা। তেওঁৰ প্ৰকৃত নাম মিথি। চন্দ্ৰ বংশত নিমি নামেৰে এজন ৰজা আছিল। তেওঁ এটা যজ্ঞ পাতিলে। তালৈ বশিষ্ঠৰ বাহিৰে আন সকলো ঋষি আৰু ব্ৰাহ্মণকে

নিমন্ত্ৰণ জনালে। তাতেই কুপিত হৈ বশিষ্ঠই নিমিক অভিশাপ দিলে। তেতিয়া ঋষিসকলে গন্ধ-পুষ্প আদিৰে নিমিৰ দেহ মথিবলৈ ধৰিলে। সেই মন্থনৰ ফলত নিমিৰ দেহৰপৰা এটি পুত্ৰৰ জন্ম হ'ল। তেওঁৰ নাম হ'ল মিথি, (মন্থনৰপৰা হোৱা বাবে)। অচেতন দেহৰপৰা ওপজাবাবে তেওঁৰ অপৰ নাম বৈদেহ। মিথিয়ে নিজৰ নামানুসাৰে মিথিলা ৰাজ্য স্থাপন কৰে। ৰাজ্যৰ জন্মদাতা বাবে তেওঁ জনক নামেও খ্যাত হয়। মিথিৰ মৃত্যুৰ পাচতো তেওঁৰ বংশৰ ৰজাসকলক জনক নামেৰে অভিহিত কৰা হৈছিল। ৰামায়ণত দুজন জনকৰ কথা বিশেষভাৱে জনা যায়। এজন মিথিৰ পুত্ৰ আৰু উদাবসুৰ পিতা। আনজন হ্ৰস্বৰোম জনকৰ পুত্ৰ আৰু সীতাৰ পিতা। জনক বুলিলে সাধাৰণতে এই পাচৰজনকে বুজা যায়। তেওঁৰ প্ৰকৃতনাম সীতাধ্বজ জনক। তেওঁ ৰজা হিচাবে অতি প্ৰতাপী আৰু দক্ষ শাসক, ক্ষত্ৰিয় হিচাবে মহাবীৰ, জ্ঞানত আত্মদৰ্শী আৰু ব্ৰহ্মবিদ আছিল। ৰজা হৈও ঋষিতুল্য আচৰণৰ বাবে তেওঁ ৰাজৰ্ষি জনকৰূপে প্ৰসিদ্ধিলাভ কৰিছিল। যজ্ঞভূমি চহ কৰোঁতে নাঙলৰ শিৰলুত কন্যা এটি পাই তেওঁ লালন-পালন কৰে। নাঙলৰ শিৰলুত পোৱা বাবে কন্যাটিৰ নাম সীতা ৰখা হয়; সীতা বিবাহযোগ্যা হ'লত সাংকাস্যাৰ ৰজা সুধন্বা তেওঁৰ পাণিপ্ৰাৰ্থী হ'ল। কিন্তু জনকে ইয়াত অসম্মতি প্ৰকাশ কৰাত সুধন্বাই মিথিলা আক্ৰমণ কৰিলে। জনকে সমৰত সুধন্বাক নিহত কৰি তেওঁৰ ৰাজ্যত ভায়েক কুশধ্বজক ৰজা পাতিলে। নিজৰ ওচৰত থকা হৰধনু-ভঙ্গকাৰীলৈ সীতাক বিয়া দিয়াটো জনকৰ পণ আছিল। দশৰথ ৰজাৰ পুত্ৰ শ্ৰীৰামচন্দ্ৰই এই ধনু ভঙ্গ কৰি সীতাক বিয়া কৰায়। লগতে জনকৰ অন্যতমা কন্যা উৰ্ম্মিলাক

লক্ষ্মণলৈ আৰু ভায়েক কুশধ্বজৰ কন্যা মাণ্ডৱী আৰু শ্ৰুতকীৰ্ত্তিক ক্ৰমে ভৰত আৰু শত্ৰুঘ্নলৈ বিয়া কৰায়।

জৰা ঃ—এজন ব্যাধ। যদুবংশ ধ্বংসৰ পাচত শ্ৰীকৃষ্ণই এজোপা গছৰ তলত ধ্যানমগ্ন হৈ থকা সময়ত হৰিণ বুলি ভুল কৰি তেওঁ কৃষ্ণক শৰাঘাতেৰে নিহত কৰে। ৰাম অৱতাৰৰ সময়ত বিষ্ণুৱে দুবৈৰপৰা শৰ নিক্ষেপ কৰি বালি ৰজাক বধ কৰিছিল। বালিৰ পুত্ৰ অঙ্গদে জৰা ব্যাধ ৰূপে দ্বাপৰত জন্ম লৈ বিষ্ণুৰ অৱতাৰ কৃষ্ণক এই দৰে বধ কৰি প্ৰতিশোধ লয় বুলি কথিত আছে।

(২) এজনী ৰাক্ষসী। মগধ ৰজাৰ দুই ৰাণীয়ে প্ৰসৱ কৰা আধা আধা সন্তানক জোৰা লগাই তেৱেঁই জোৰাসন্ধৰ সৃষ্টি কৰে। তেতিয়াৰেপৰা তেওঁ শিশুৰ মঙ্গলকাৰিণী ষষ্ঠীদেৱীৰূপে পূজা পাৱলৈ ধৰে।

জৰাসন্ধ ঃ—চন্দ্ৰবংশীয় মগধৰাজ বৃহদ্ৰথৰ পুত্ৰ। বৃহদ্ৰথে কাশী ৰজাৰ যজ্যা কন্যা দুগৰাকীক বিয়া কৰাইছিল। ৰহুদিন-লৈকে তেওঁলোকৰ কোনো সা-সন্তান নোহোৱা বাবে তেওঁ বৰ দুখ পাইছিল। শেষত দুই পত্নীক লগত লৈ তপস্যাৰ বাবে তেওঁ বনলৈ যায়। তাত গৌতম মুনিৰ পুত্ৰ চণ্ড কৌশিক মুনিয়ে ৰজাৰ দুখৰ কথাত সমবেদিত হৈ এটা মন্ত্ৰপূত আম ৰজাক দি কয় যে তাক খুৱালেই ৰাণী দুগৰাকীৰ সন্তান হ'ব। সেইমতে ৰজাই আমটো দুফাল কৰি দুয়োগৰাকী ৰাণীকে এফাল এফালকৈ খাবলৈ দিয়ে। মুনিৰ কথামতে দুয়োগৰাকী ৰাণী গৰ্ভৱতী হয় আৰু যথাসময়ত দুয়ো এফাল এফাল সন্তানহে প্ৰসৱ কৰে। অৰ্থাৎ প্ৰতিখণ্ড সন্তানত এখন ভৰি, এটা চকু, এখন হাত, আধা আধাকৈ মুখ, নাক, পেট, তপিনা আদি থাকে। এই দুৰ্ঘটনাত ৰজাই অপুত্ৰক হৈ থকাতকৈও বেছি দুখ পায়।

আৰু সন্তান দুফাল মৰিশালীত পেলাই দিয়ে। জৰা নামৰ ৰাক্ষসী এজনীয়ে সন্তান দুফাল পাই বুটলি নিয়ে আৰু কৌতূহলবশতঃ [illegible] একত্ৰণ কৰা মাত্ৰকে এটি সুন্দৰ পূৰ্ণাঙ্গ সন্তানত পৰিণত হয়। বৃহদ্ৰথৰ সন্তান বুলি জানিব পাৰি ৰাক্ষসীয়ে সন্তানটি ৰজাক গতাই দিয়ে। জৰা ৰাক্ষসীৰ দ্বাৰা সংযোজিত হৈ পূৰ্ণাঙ্গৰূপ পোৱা বাবে ৰজাই সন্তানটিৰ নাম জৰাসন্ধ ৰাখে।

যথাসময়ত বৃহদ্ৰথ সস্ত্ৰীক তপোবনলৈ গ'লত জৰাসন্ধ মগধৰ ৰজা হয়। তেওঁ অলেখ ৰাজ্য জয় কৰি মগধৰ তলতীয়া কৰে। মাত্ৰ চিত্ৰাঙ্গদ ৰজাৰ কন্যাৰ স্বয়ম্বৰৰ সময়ত কৰ্ণৰ হাতত তেওঁ পৰাস্ত হয়। কৰ্ণৰ বীৰত্বত মুগ্ধ হৈ তেওঁ কৰ্ণক মালিনী নামৰ নগৰ এখন দান কৰে। নিজৰ দুই দুহিতা অস্তি আৰু প্ৰাপ্তিক তেওঁ মথুৰাৰ ৰজা কংসলৈ বিয়া দিয়ে। শ্ৰীকৃষ্ণই কংসক বধ কৰাৰ পাচত জোৱায়েকৰ হত্যাকাৰীক প্ৰতিশোধ ল'বলৈ তেওঁ ওঠৰবাৰ মথুৰা আক্ৰমণ কৰে। কিন্তু কৃষ্ণ-বলৰামৰ বীৰত্বৰ সন্মুখত তিষ্ঠিব নোৱাৰি প্ৰত্যেকবাৰেই পৰাজিত হয়। ইয়াৰ পাচত জৰাসন্ধই কৃষ্ণৰ ফালৰ বহুতো সৰু সৰু ৰজাক বন্দী কৰি কাৰাগাৰত থয়। এটা ৰুদ্ৰযজ্ঞ পাতি তাত তেওঁ এই ৰজাসকলক বলি দিবলৈ আয়োজন কৰে। এই খবৰ পাই কৃষ্ণই ভীমাৰ্জ্জুনক লগত লৈ নিজে জৰাসন্ধৰ ওচৰলৈ যায়। তেওঁ জৰাসন্ধৰ ওচৰত প্ৰস্তাৱ কৰে যে হয় তেওঁ বন্দী কৰি ৰখা ৰজাসকলক মুক্তি দিয়ক, আৰু নহয়—ভীম বা অৰ্জ্জুন যিকোনো এজনৰ লগত গুটীয়াভাৱে যুদ্ধ কৰক। জৰাসন্ধই ভীমক নিৰ্ব্বাচন কৰি মল্লযুদ্ধত প্ৰবৃত্ত হয়। বহুদিন যুদ্ধ চলাৰ পাচত কৃষ্ণৰ কথা জৰাসন্ধৰ শৰীৰৰ গঠনৰ সন্দেহ

পাই ভীমে এদিন তেওঁৰ দুই ভৰিত ধৰি টানি দুফাল কৰি তেওঁক বধ কৰে।

জয়-বিজয়ঃ—স্বৰ্গত বিষ্ণুৰ দ্বাৰৰক্ষী দুই ভাই-ককাই। দুৱৰী হৈ থাকোতে এদিন সনৎ, সনন্দ, সনাতন আৰু সনৎকুমাৰ নামৰ চাৰি সিদ্ধপুৰুষে বিষ্ণুক দৰ্শন কৰিবলৈ যায়। কিন্তু তেওঁলোকে দুৱাৰ এৰি নিদিয়াত সিদ্ধপুৰুষসকলে তেওঁলোকক মৰ্ত্ত্যত জনম ল'বলৈ অভিশাপ দিয়ে। শেষত তেওঁলোকৰ কাকুতি-মিনতিত প্ৰীত হৈ চাৰিসিদ্ধই তেওঁলোকক আশ্বাস দি কয় যে—অভিশাপ অব্যৰ্থ। কিন্তু তেওঁলোকে দুই ধৰণে মুক্তি লভিব পাৰে। মৰ্ত্ত্যত তেওঁলোকে ভগবানক মিত্ৰৰূপে ভজনা কৰিলে সাত জনমত আৰু বৈৰীৰূপে ভজনা কৰিলে তিনি জনমত মুক্তি লাভ কৰি পুনৰ স্বৰ্গলৈ ঘূৰি আহিব পাৰিব। আশু মুক্তি-লাভৰ আশাত জয়-বিজয়ে তেতিয়া বৈৰীভাৱে ভজনা কৰি মুক্তিলাভৰ প্ৰাৰ্থনা কৰে। সেইমতে জয়-বিজয়ে সত্যযুগত হিৰণ্যাক্ষ আৰু হিৰণ্যকশিপু, ত্ৰেতাত ৰাৱণ আৰু কুম্ভকৰ্ণ আৰু দ্বাপৰত শিশুপাল আৰু দন্তবক্ৰৰূপে জন্মগ্ৰহণ কৰে। প্ৰতিজন্মতে বিষ্ণুৰ দ্বাৰা নিহত হৈ তেওঁলোক স্বৰ্গপ্ৰাপ্ত হয়।

জানকীঃ—সীতাৰ আন এটা নাম। মিথিলাৰ ৰজা জনকৰ কন্যা বাবে তেওঁ এই নামেৰে অভিহিতা হয়।

জাম্বৱতীঃ—ভালুকৰ ৰজা জাম্বৱানৰ কন্যা। শ্যমন্তক মণিৰ বাবে জাম্বৱানৰ লগত শ্ৰীকৃষ্ণৰ যুদ্ধ হ'লত যুদ্ধত হাৰি জাম্বৱানে কন্যা জাম্বৱতীক কৃষ্ণলৈ বিয়া দিয়ে, আৰু শ্যমন্তক মণিও যৌতুকৰূপে দান কৰে। জাম্বৱতীৰ গৰ্ভতে কৃষ্ণৰ শাম্ব প্ৰভৃতি দহটা পুত্ৰৰ জন্ম হয়। কৃষ্ণৰ মৃত্যুৰ পাচত অৰ্জ্জুনে অন্যান্য যদুনাৰী সকলৰ লগতে

তেওঁকো হস্তিনাপুৰলৈ লৈ আহে। পাচত তেওঁ স্বামীৰ শোকত অগ্নিত জাপ দি প্ৰাণ ত্যাগ কৰে।

জাম্বৱানঃ—ভালুকৰ ৰজা। ব্ৰহ্মাৰ পুত্ৰ। ত্ৰেতাযুগত তেওঁ সুগ্ৰীবৰ মন্ত্ৰী আছিল আৰু ৰাম-ৰাৱণৰ যুদ্ধত ৰামৰ প্ৰধান সহায়ক আছিল। দ্বাপৰযুগত তেওঁ শ্ৰীকৃষ্ণৰ লগত যুদ্ধ কৰিছিল। যাদৱৰাজ সত্ৰাজিতে সূৰ্য্যৰ তপস্যা কৰি শ্যমন্তক মণি পায়। সেই মণিটো পিন্ধি সত্ৰাজিতৰ ভায়েক প্ৰসেনজিতে এদিন মৃগয়া কৰিবলৈ যাওঁতে এক সিংহই প্ৰসেনক বধ কৰি মণিটো লৈ যায়। জাম্বৱানে সেই সিংহক বধ কৰি মণিটো হস্তগত কৰে। ইফালে দ্বাৰকাত ৰটনা হয় যে শ্ৰীকৃষ্ণই এবাৰ সত্ৰাজিতক মণিটো খুজি পোৱা নাছিল কবণে তেওঁহে চক্ৰান্ত কৰি প্ৰসেনজিতক বধ কৰিলে। এই অপবাদৰপৰা নিজেকে মুক্ত কৰিবলৈ কৃষ্ণই সকলো ঘটনাৰ অনুসন্ধান কৰি অৱশেষত জাম্বৱানৰ ওচৰত মণিটো থকা খবৰ পাই তাৰ উদ্ধাৰৰ বাবে জাম্বৱানৰ লগত যুদ্ধ কৰে। ২৮ দিনৰ যুদ্ধৰ পাচত জাম্বৱান পৰাস্ত হয় আৰু মণিটো কৃষ্ণক দি দিয়ে। নিজৰ কন্যা জাম্বৱতীকো তেওঁ কৃষ্ণলৈ বিয়া দিয়ে। শেষত বিষ্ণুৰ আৰাধনা কৰি থাকোঁতেই তেওঁ দেহত্যাগ কৰে।

ত্ৰিনয়ণঃ—মহাদেৱৰ আন এটা নাম ত্ৰিনয়ণ বা ত্ৰিলোচন। মহাভাৰতৰ মতে মহাদেৱ যেতিয়া হিমালয়ত তপস্যাৰত হৈ আছিল তেতিয়া পাৰ্ব্বতীয়ে এদিন ধেমালিতে দুই হাতেৰে তেওঁৰ চকু দুটা ঢাকি ধৰিলে। ফলত, সমস্ত জগত অন্ধকাৰ হৈ পৰিল। চতুৰ্দিকে হাহাকাৰৰ ধ্বনি উঠিল। মহাদেৱে তেতিয়া নিজৰ কপালত একে সমান জ্যোতিসম্পন্ন তৃতীয় চকু এটাৰ সৃষ্টি কৰি জগতক পুনৰ প্ৰজ্জ্বলিত কৰি তোলে। তেতিয়াৰেপৰা তেওঁ ত্ৰিনয়ণ নাম পায়।

ত্ৰিপুৰাৰী ঃ—মহাদেৱৰ আন এটা নাম। তাৰকাসুৰৰ তিনি পুত্ৰ—ক্ৰমে তাৰকাক্ষ, কমলাক্ষ আৰু বিদ্যুন্মালীয়ে ব্ৰহ্মাৰ-পৰা বৰ লাভ কৰিলে যে—তেওঁলোকে তিনিওজনে তিনিখন বেলেগ বেলেগ পুৰ বা নগৰত বাস কৰিব। তাত সকলো ধৰণৰ অভীষ্ট বস্তু থাকিব। নগৰকেইখন যক্ষ, দানৱ, ৰাক্ষস আদিয়ে নষ্ট কৰিব নোৱাৰিব। ব্ৰহ্মশাপতো সিহঁত ধ্বংস হৈ নেযাব। সেইমতে তেওঁলোকে দৈত্য-শিল্পী ময়দানবৰ হতুৱাই—তাৰকাক্ষৰবাবে স্বৰ্গত স্বৰ্ণময় পুৰ, কমলাক্ষৰবাবে পাতালত ৰৌপ্যময় পুৰ আৰু বিদ্যুন্মালীৰ-বাবে পৃথিবীত লৌহপুৰ নিৰ্ম্মাণ কৰি সেই সমূহত ৰৰ্ণ সম্ভাৰ আৰু সৈন্য-সামন্ত ভৰাই ল'লে। ইয়াৰ পাচতে তেওঁলোকে ত্ৰিভূবন জয় কৰি ফুৰিবলৈ ধৰিলে। ত্ৰিপুৰ-বাসী এই অসুৰ কেইজনৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি দেৱতাসকলে মহাদেবৰ সহায় প্ৰাৰ্থনা কৰাত মহাদেৱে প্ৰথমতে পাশুপাতেৰে পুৰকেইখন ধ্বংস কৰি পাচত অসুৰ তিনিজনকো সংহাৰ কৰিলে। সেয়ে মহাদেৱৰ আন এটি নাম ত্ৰিপুৰাৰী হ'ল।

তুলসী ঃ—বিষ্ণু পুৰাণমতে জলন্ধৰ অসুৰৰ পত্নী বৃন্দাৰ দেহ-ভস্মৰপৰা তুলসী গছৰ উৎপত্তি হয়। ব্ৰহ্মবৈবৰ্ত্ত পুৰাণমতে তুলসী কৃষ্ণপ্ৰিয়া ৰাধাৰ সহচৰী। এদিন কৃষ্ণৰ লগত তুলসীয়ে ধেমালি কৰি থকা ৰাধাৰ চকুত পৰিলত খং উঠি ৰাধাই তুলসীক মানৱীৰূপে পৃথিবীত জন্ম ল'বলৈ অভিশাপ দিয়ে। শাপমোচনৰ বাবে তুলসীয়ে কৃষ্ণক স্তুতি কৰিলত কৃষ্ণই ক'লে যে তুলসীয়ে মানৱীৰূপে জন্ম ল'লেও তপস্যাৰ বলত তেওঁ কৃষ্ণৰ সান্নিধ্য লাভ কৰিবই। অভিশাপমতে তুলসীয়ে ৰজা ধৰ্মধ্বজৰ পত্নী মাধবীৰ গৰ্ভত জন্মগ্ৰহণ কৰে। কালক্ৰমত তেওঁ ব্ৰহ্মাৰ তপস্যা কৰে। ব্ৰহ্মাই বৰ

দিব খুজিছিল তেওঁ নাৰায়ণক স্বামীৰূপে পাবলৈ বাঞ্ছা কৰে। ব্ৰহ্মাই বৰ দি ক'লে—"সম্প্ৰতি তুমি দানৱৰাজ শংখচূড়ৰ পত্নী হোৱা। নাৰায়ণৰ বিধানমতে তুমি গছৰূপে জন্ম লৈ তেওঁৰেই অতি প্ৰিয় হ'বা। তুমি নহ'লে সকলো পূজা ব্যৰ্থ হ'ব।'

ইফালে ৰাধাৰ শাপত কৃষ্ণৰ অঙ্গসম্ভূত সুদামে দানৱগৃহত শংখচূড়ৰূপে জন্ম লৈছিল। ৰজা ধৰ্মধ্বজৰ কন্যা তুলসীৰ লগত শংখচূড়ৰ বিয়া হয়। শংখচূড় মহা-পৰাক্ৰমী দৈত্য আছিল। তেওঁৰ অত্যাচাৰত অতিষ্ঠ হৈ ব্ৰহ্মা আৰু শিৱসমন্বিতে দেৱতাসকলে শংখচূড়ক নিধন কৰিবলৈ নাৰায়ণক প্ৰাৰ্থনা কৰিলে। নাৰায়ণে ক'লে—"মোৰ শূলপাত লৈ শিৱই শংখচূড়ৰ লগত যুদ্ধ কৰক। ইফালে মই যি লাগে কৰিম।" শিৱ শংখচূড়ৰ লগত যুদ্ধত লিপ্ত হ'ল। শংখচূড়ে বৰ লাভ কৰিছিল যে তেওঁৰ স্ত্ৰীৰ সতীত্ব নষ্ট হ'লেহে তেওঁৰ মৃত্যু হ'ব। তেওঁ যুদ্ধত লাগি থকা সময়তে নাৰায়ণে তেওঁৰ ৰূপ ধৰি তুলসীৰ সতীত্ব নষ্ট কৰিলে। ফলত, শংখচূড়ৰ মৃত্যু হ'ল। তেওঁৰ হাড়বোৰ লবণ সাগৰত পেলাই দিয়া হ'ল আৰু সেই হাড়ৰ-পৰাই শংখকে আদি কৰি দেৱপূজাৰ বিবিধ সামগ্ৰীৰ উৎপত্তি হ'ল।

ইফালে সতীত্ব হৰণ কৰা বাবে তুলসীয়ে নাৰায়ণক শিল হ'বলৈ অভিশাপ দিলে। নাৰায়ণ শিলত পৰিণত হ'ল। সেয়েই শালগ্ৰাম শিলা। তুলসীৰ কাকুতিত নাৰায়ণে তেওঁক সান্ত্বনা দি ক'লে—"তোমাৰ দেহৰপৰা গণ্ডকীনৈৰ উৎপত্তি হ'ব। তোমাৰ চুলিৰপৰা হ'ব অতি পবিত্ৰ তুলসী গছ। তোমাৰ অবিহনে কোনো পূজাই সম্ভৱ নহ'ব। লক্ষ্মীৰ দৰে তুমিও মোৰ প্ৰিয়া হ'বা। মই সদায় তোমাৰ লগত

যুক্ত হৈ থাকিম।" সেয়ে শালগ্ৰাম শিলাৰ লগত সদায় তুলসী ৰাখিব লাগে।

তৃণাৱৰ্ত্ত ঃ—কংসৰ অনুচৰ জনৈক দৈত্য। কৃষ্ণক নিহত কৰিবলৈ কংসই তেওঁক গোকুললৈ পঠিয়াইছিল। অতিপাত ধুমুহাৰ সৃষ্টি কৰি বা-মাৰলীৰূপে তেওঁ কৃষ্ণক ওপৰলৈ উৰুৱাই নিবলৈ চেষ্টা কৰে। কিন্তু কৃষ্ণ ইমান গধুৰ হৈ পৰিল যে তেওঁক বহন কৰিবলৈ অসুৰ অসমৰ্থ হ'ল। বৰং কৃষ্ণইহে তেওঁক ডিঙিত চেপি ধৰিলে। ফলত, শিল এটাৰ ওপৰতে পৰি তেওঁৰ মৃত্যু হ'ল।

ত্ৰেতা ঃ—চাৰিযুগৰ দ্বিতীয়টো। বাকী তিনিটা হ'ল সত্য, দ্বাপৰ আৰু কলি। এই যুগৰ বয়স হল—১২,৯৬,০০০ বছৰ। এই যুগত পুণ্য তিনিপাদ আৰু পাপ এপাদ। এইযুগত মানুহে চৈধ্যহাত পৰ্য্যন্ত উচ্চতা আৰু দহ হেজাৰ বছৰ পৰ্যন্ত পৰমায়ু লাভ কৰিছিল। এই যুগত ভগবানে বামন, পৰশুৰাম আৰু শ্ৰীৰাম অৱতাৰৰূপে জন্মগ্ৰহণ কৰিছিল। এই যুগত বাহুক, কুকুৎস্থ, ত্ৰিশংকু, হৰিশ্চন্দ্ৰ, মৰুত্ত, অন্যৰণ, সগৰ, অংশুমান, ৰঘু, অজ, দশৰথ আৰু ৰামচন্দ্ৰ আদি ৰজাসকলে ৰাজত্ব কৰিছিল।

তোশল ঃ—কংসৰ ৰাজসভাৰ শক্তিশালী মল্লবীৰ। চানুৰ আৰু মুষ্টিকৰ মৃত্যুৰ পিচত তেওঁ কৃষ্ণৰ লগত মল্লযুদ্ধত প্ৰবৃত্ত হয়; শেষত কৃষ্ণৰ হাতত তেওঁ নিহত হয়। তেওঁলোকৰ অৱস্থা দেখি অন্যান্য মল্লবীৰসকল কংসৰ ৰঙ্গশালাৰপৰা পলাই যায়।

দত্তাত্ৰেয় ঃ—ভগবান বিষ্ণুৰ চতুৰ্ব্বিংশ অৱতাৰৰ অন্যতম। মাৰ্কণ্ডেয় পুৰাণমতে কুশিক বংশত কুষ্ঠৰোগী ব্ৰাহ্মণ এজন আছিল। তেওঁৰ পত্নীয়ে অশেষ দুঃখ-ক্লেশ সহ্য কৰি স্বামীৰ সেৱা কৰিছিল। এদিন এজনী পতিতা নাৰীক

দেখি ব্ৰাহ্মণ কামাসক্ত হয়, আৰু পত্নীক তেওঁক সেই নাৰীৰ সান্নিধ্যলৈ লৈ যাবলৈ আদেশ দিয়ে। ব্ৰাহ্মণক কান্ধত লৈ ব্ৰাহ্মণীয়ে পতিতাৰ গৃহাভিমুখে যাবলৈ ধৰিলে। এই সময় গধূলি—অন্ধকাৰ পথ। যাওঁতে বাটত অনীমাণ্ডব্য নামৰ শূলবিদ্ধ ঋষি এজনৰ সমীপেৰে ব্ৰাহ্মণ দম্পতি যাব লগা হ'ল আৰু কেনেবাকৈ অনীমাণ্ডব্যৰ গাত ব্ৰাহ্মণৰ ভৰি লাগিল। তাতে ক্ৰুদ্ধ হৈ ঋষিয়ে অভিশাপ দিলে যে সূৰ্যোদয়ৰ লগে লগে ব্ৰাহ্মণৰ মৃত্যু হ'ব। ব্ৰাহ্মণৰ সতী-সাধ্বী পত্নীয়ে এই অভিশাপত মৰ্ম্মান্তিক আঘাত পাই ক'লে যে, তেওঁ যদি সতী হয়, তেনেহ'লে তেন্তে সূৰ্য্যৰ উদয় আৰু নহ'ব। ৰাতি পুৱাল। কিন্তু সতীৰ বাক্যৰ প্ৰভাৱত সূৰ্য্যোদয় নহ'ল। পৃথিবী অন্ধকাৰাচ্ছন্ন হৈ পৰিল। সূৰ্য্যৰ তাপ আৰু পোহৰৰ অভাৱত পৃথিবী নাশ হোৱাৰ উপক্ৰম হোৱা দেখি দেৱতাসকল ব্যস্ত হৈ ব্ৰহ্মাৰ ওচৰলৈ আহিল। ব্ৰহ্মাই ক'লে—"পতিব্ৰতাৰ মহাত্মাৰ ফলতে সূৰ্যোদয় হোৱা নাই। গতিকে আপোনালোক তেওঁৰ ওচৰলৈ যাওঁক। তেওঁৰ সহায়তহে পুনৰ সূৰ্য্যোদয় হ'ব। দেৱতাসকলে ভৌতিয়া অত্ৰি ঋষিৰ পত্নী অনসূয়াক সাহায্যৰ বাবে খাটিলে। অনসূয়াই ব্ৰাহ্মণীক খাটনি ধৰিলেই যে সূৰ্য্যৰ উদয়ৰবাবে তেওঁ অনুমতি দিব লাগে। সূৰ্যোদয়ৰ পাচত যদি তেওঁৰ স্বামীৰ মৃত্যু হয় তেনেহ'লে অনসূয়াই স্বামীক পুনৰুজ্জীবিত কৰাৰ ব্যৱস্থা কৰিব। ব্ৰাহ্মণীৰ অনুমতিক্ৰমে পুনৰ সূৰ্য্যোদয় হ'ল।

দেৱতাসকলে সন্তুষ্ট হৈ অনসূয়াক বৰ দিব খুজিলত তেওঁ এই বৰ প্ৰাৰ্থনা কৰিলে যে তেওঁ যেন ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰক পুত্ৰৰূপে লাভ কৰে। ৰবৰ ফলত অনসূয়াৰ গৰ্ভত আৰু অত্ৰিৰ ঔৰসত ব্ৰহ্মাই সোমৰূপে,

বিষ্ণুৱে দত্তাত্ৰেয়ৰূপে আৰু মহেশ্বৰে দুৰ্ব্বাসাৰূপে জন্ম-গ্ৰহণ কৰে। দত্তাত্ৰেয়ই যদু, অলৰ্ক, হৈহয় আদি ৰজাসকলক যোগৰ বিষয়ে ব্যাখ্যা কৰি শুনায়।

**দন্তবক্ৰ** ঃ—চেদিৰাজ শিশুপালৰ ভায়েক। শ্ৰীকৃষ্ণৰ হাতত নিহত হৈ তেওঁ বৈকুণ্ঠলৈ যায়। শিশুপাল আৰু দন্তবক্ৰ জয়-বিজয়ৰ তৃতীয় জন্ম। সত্যযুগত তেওঁলোকেই হিৰণ্যকশিপু আৰু ত্ৰেতাযুগত কুম্ভকৰ্ণ হৈছিল। (জয়-বিজয় দ্ৰষ্টব্য।)

**দশদিগপাল** ঃ—দহটা দিশৰ অধিপতিসকল দশদিগপাল নামে বিদিত। এই দহজনা দেৱতাই দহটা দিশ ৰক্ষা কৰে। যেনে—ইন্দ্ৰই পূৰ্ব্বদিশ, বৰুণে পশ্চিম দিশ, কুবেৰে উত্তৰ, যমে দক্ষিণ, অগ্নিয়ে অগ্নিকোণ, নিঋতে নৈঋত কোণ, মৰুতে বায়ুকোণ, ঈশই ঈশান কোণ, ব্ৰহ্মাই উৰ্ধ্বদিশ আৰু অনন্তই অধঃ দিশ।

**দশৰথ** ঃ—অযোধ্যাৰ সূৰ্য্যবংশীয় ৰজা। তেওঁ মহাৰাজ ৰঘুৰ নাতি আৰু অজৰ পুত্ৰ আছিল। ইন্দুমতী তেওঁৰ মাক। কৌশল্যা, কৈকেয়ী আৰু সুমিত্ৰা নামৰ তিনি গৰাকী ভাৰ্য্যা থকা সত্ত্বেও তেওঁ অপুত্ৰক আছিল। অৱশ্যে শান্তা নামৰ তেওঁৰ কন্যা এগৰাকী আছিল। শান্তাক তেওঁ অঙ্গদেশৰ ৰজা লোমপাদক পোষ্য পুত্ৰিকাৰূপে অৰ্পণ কৰে। পাচত লোমপাদে শান্তাক বিভাণ্ডক মুনিৰ পুত্ৰ ঋষ্যশৃঙ্গৰ লগত বিয়া দিয়ে। দশৰথ ৰজা শৰ-সন্ধানী ধনুৰ্দ্ধৰ আছিল। এদিন মৃগয়া কৰোঁতে নদীত কলহেৰে পানী ভৰোৱা শব্দকে হৰিণৰ শব্দ বুলি ভুল কৰি তেওঁ অন্ধক মুনিৰ পুত্ৰ সিন্ধু মুনিক বধ কৰে। পুত্ৰশোকত জৰ্জ্জৰিত হৈ অন্ধকে দশৰথকো তদ্ৰূপ পুত্ৰশোকত নিমজ্জিত হ'বলৈ অভিশাপ দিয়ে। দশৰথৰ শাপে বৰ হ'ল। ঋষ্যশৃঙ্গ মুনিৰদ্বাৰা পুত্ৰেষ্টি যজ্ঞত কৰোৱাৰ পাচত দশৰথৰ তিনি ৰাণীৰপৰা

মুঠতে ৰাম, লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্ন নামৰ চাৰিটা ল'ৰা উপজিল। যথাসময়ত দশৰথে জ্যেষ্ঠ পুত্ৰ ৰামক যুৱৰাজ পতাৰ যো-জা কৰিলে। এনেতে এটা দুৰ্ঘটনা ঘটিল। আগতে দেবাসুৰৰ যুদ্ধত দেৱতাসকলক সহায় কৰিবলৈ গৈ দুবাৰো ৰজা দশৰথ ঘৰ বেয়াকৈ আঘাতপ্ৰাপ্ত হৈছিল আৰু কৈকেয়ীৰ আপ্ৰাণ সেৱা-যত্নত আৰোগ্যলাভ কৰিছিল। সেই সময়তে দশৰথে কৈকেয়ীক দুটা বৰ দিবলৈ প্ৰতিশ্ৰুত হোৱাত কৈকেয়ীয়ে সময়ত ল'ব বুলি কৈ থৈছিল। ৰামক যুৱৰাজ পাতিবলৈ যো-জা কৰা দেখি কুঁজীৰমতী দাসী মন্থৰাৰ প্ৰৰোচনাত কৈকেয়ীয়ে সেই বৰ দুটা ৰজাক খুজিলে। এটা বৰেৰে তেওঁ ৰামক চৈধ্যবছৰ বনবাস দিব লগা আৰু আনটোৰে ভৰতক অযোধ্যাৰ সিংহাসন দিব লগা হ'ব। লক্ষ্মণ আৰু সীতাৰে সৈতে ৰাম বনলৈ গ'ল। ইফালে পুত্ৰশোকত কান্দি কান্দি জৰ্জ্জৰিত হৈ বুঢ়া দশৰথে প্ৰাণত্যাগ কৰিলে। ৰাৱণ বধৰ পাচত সীতাৰ অগ্নিপৰীক্ষাৰ সময়ত দশৰথে ইন্দ্ৰলোকৰপৰা ৰাম, সীতা আৰু লক্ষ্মণক আশীৰ্ব্বাদ দিছিল আৰু সীতাক গ্ৰহণ কৰিবলৈ ৰামক সঁকিয়াইছিল।

দক্ষ ঃ—এজন প্ৰজাপতি। তেওঁৰ জন্ম সম্পৰ্কে মতভেদ আছে। শ্ৰীমদ্ভাগৱত মতে দক্ষ ব্ৰহ্মাৰ মানসপুত্ৰ। ব্ৰহ্মাৰ অঙ্গুষ্ঠ আঙলিৰপৰা জন্ম হোৱাবাবে তেওঁ দক্ষ নামে অভিহিত হয়। তেওঁ মনুৰ কন্যা প্ৰসূতীক বিয়া কৰায়। প্ৰসূতীৰ গৰ্ভত তেওঁৰ ষোল্লজনী কন্যা সন্তানৰ জন্ম হয়। তাৰে তেৰজনী তেওঁ ধৰ্মক, এজনী অগ্নিক, এজনী মিলিত পিতৃগণক আৰু সতী নামৰ নুমলীয়াজনীক মহাদেৱক সমৰ্পণ কৰে। এবাৰ বিশ্বস্ৰষ্টাসকলৰ দ্বাৰা আয়োজিত এক যজ্ঞত সমস্ত দেৱতা সম্মিলিত হয়। দক্ষ তাত উপস্থিত

হ'লত সকলো দেৱতাই তেওঁক সন্মান দেখুৱাই থিয় হ'ল, কিন্তু ব্ৰহ্মা আৰু শিৱ নহ'ল। তাতে কুপিত হৈ দক্ষই শিৱক নিন্দা কৰিলে আৰু অভিশাপ দিলে যে ইন্দ্ৰাদি দেৱতাসকলৰ লগত শিৱই যজ্ঞভাগ নেপায়। কিছুদিন পাচত ব্ৰহ্মাই দক্ষক সকলো প্ৰজাপতিৰ ওপৰত আধিপত্য কৰাৰ অধিকাৰ দিয়ে। ইয়াতেই গৰ্ব্বিত হৈ দক্ষই এক মহাযজ্ঞৰ আয়োজন কৰি সকলো দেৱতাকে তালৈ নিমন্ত্ৰণ কৰিলে কিন্তু জী-জোঁৱাইক অৰ্থাৎ সতী আৰু শিৱক নিমন্ত্ৰণ নকৰিলে। খবৰ পাই সতী বিনা নিমন্ত্ৰণে যজ্ঞলৈ গ'ল। সতীৰ আগতে দক্ষই শিৱৰ নিন্দা কৰি কৰি নানা কুকৰ্থনা কৰিবলৈ ধৰিলে। স্বামীৰ নিন্দাত অপমানিতা হৈ সতীয়ে যজ্ঞস্থলীতে দেহত্যাগ কৰিলে। এই বতৰা শুনাৰ পাচত ক্ৰোধোন্মত্ত শিৱে নিজৰ জটা এটা ছিঙি মাটিত আছাৰি পেলালে আৰু তাৰেপৰাই বীৰভদ্ৰ নামে দৈত্যৰ জন্ম হ'ল। বীৰভদ্ৰই দক্ষৰ যজ্ঞ লণ্ড-ভণ্ড কৰি পেলালে আৰু দক্ষৰ মূৰটো ছিঙি অগ্নিত পেলাই দিলে। ব্ৰহ্মাই তেতিয়া সমস্ত দেৱতাকে লৈ শিৱৰ ওচৰলৈ গৈ দক্ষৰ প্ৰাণভিক্ষা কৰিলে। শিৱই ক'লে "তথাস্তু"। কিন্তু দক্ষৰ মূৰটো ইতিমধ্যে পুৰি ছাই হৈ গ'ল। গতিকে শিৱৰ পৰামৰ্শমতে এটা ছাগলীৰ মূৰ কাটি আনি দক্ষৰ মূৰত বহুৱাই দিয়া হ'ল। ছাগলীৰ মূৰ লৈ দক্ষ জী উঠিল। যজ্ঞ সমাপন কৰি তেওঁ শিৱক স্তুতি কৰিবলৈ ধৰিলে।

দ্বাপৰ ঃ—চাৰিযুগৰ তৃতীয় যুগ। আন তিনিটা হ'ল সত্য, ত্ৰেতা আৰু কলি। এই যুগৰ বয়স ৮৬,০০,০০০ বছৰ আছিল। এই যুগত অৰ্দ্ধেক পুণ্য আৰু অৰ্দ্ধেক পাপ। মানুহৰ উচ্চতা সাত হাত আৰু পৰমায়ু এহেজাৰ বছৰ পৰ্য্যন্ত আছিল। বলৰাম এইযুগৰ অৱতাৰ। শাল্ব, বিৰাট,

কংস বভ্ৰুবাহন, যুধিষ্ঠিৰ, দুৰ্যোধন, পৰীক্ষিত, জন্মেজয়, শিশুপাল, জৰাসন্ধ, উগ্ৰসেন আদি ৰজাসকলে এই যুগত ৰাজত্ব কৰে।

দামোদৰ ঃ—শ্ৰীকৃষ্ণৰ আন এটা নাম। দাম শব্দৰ অৰ্থ পঘা আৰু উদৰ শব্দৰ অৰ্থ পেট। সৰু কালতে যশোদাই কৃষ্ণক কঁকালত পঘা লগাই বান্ধিছিল বাবে তেওঁৰ এই নাম হয়।

দাৰুক ঃ—শ্ৰীকৃষ্ণৰ ৰথৰ সাৰথি আৰু কৃষ্ণভক্ত। সকলো সময়তে কৃষ্ণৰ ৰথ চলাই তেওঁ বহুতো সঙ্কটৰপৰা কৃষ্ণক ৰ'চাইছিল। তেওঁৰ ৰথ পৰিচালনাৰ নৈপুণ্যৰ বলতে কৃষ্ণ অনেক ক্ষেত্ৰত জয়যুক্ত হৈছিল। কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত জয়দ্ৰথ বধৰ দিনা তেওঁ কৃষ্ণৰ ৰথ লৈ কৃষ্ণই পৰিচালনা কৰা অৰ্জ্জুনৰ ৰথৰ অনুসৰণ কৰিছিল। চতুৰ্দ্দশ দিনৰ যুদ্ধত তেওঁ সাত্যকিৰ ৰথৰ সাৰথি হৈছিল। যদুকুল ধ্বংসৰ খবৰো তেৱেঁই হস্তিনাপুৰলৈ লৈ আহে আৰু কৃষ্ণৰ নিৰ্দ্দেশমতে অৰ্জ্জুনক কৃষ্ণৰ ৰথত দ্বাৰকালৈ লৈ যায়। অৰ্জ্জুনে সুভদ্ৰা হৰণ কৰিবৰ সময়ত কৃষ্ণৰ ৰথত দাৰুকক বান্ধি থৈ সুভদ্ৰাই ৰথ চলাইছিল।

দিগ্‌গজ ঃ—পৃথিবীৰ অষ্টদিশ ৰক্ষাকাৰী আঠটা হাতী। তেওঁলোকৰ নাম আৰু তেওঁলোকে ৰক্ষা কৰি থকা দিশসমূহ হ'ল—ঐৰাৱত—পূৱ, পুণ্ডৰীক—অগ্নি, বামণ—দক্ষিণ, কুমুদ—নৈঋত, অঞ্জন—পশ্চিম, পুষ্পদন্ত—বায়ু, সাৰ্ব্বভৌম—উত্তৰ আৰু সুপ্ৰতীক—ঈশান।

দিতি ঃ—প্ৰজাপতি দক্ষৰ কন্যা, কশ্যপৰ পত্নী আৰু দৈত্যসকলৰ মাক। ইন্দ্ৰই প্ৰায় সকলো দৈত্যকে বিনাশ কৰিলত তেওঁ স্বামীক ইন্দ্ৰক জয় কৰিবপৰা শক্তিমান পুত্ৰ এটি প্ৰাৰ্থণা কৰিলে। কশ্যপে দিতিৰ প্ৰাৰ্থণা পূৰ কৰি ক'লে যে তেওঁ এহেজাৰ বছৰ এই সন্তান গৰ্ভত ধাৰণ কৰিব লাগিব আৰু সন্তান ভূমিষ্ট নোহোৱা পৰ্য্যন্ত শুদ্ধভাৱে ছিদ্ৰহীন জীৱন

যাপন কৰিব লাগিব। দিতি সন্মত হৈ সেইদৰে চলিবলৈ ধৰিলে। ইফালে ইন্দ্ৰৰ হ'ল মহা ভয়, তেওঁ দিতিৰ গৰ্ভস্থ সন্তান নষ্ট কৰাবলৈ ছিদ্ৰ বিচাৰিবলৈ ধৰিলে। ৯৯০ বছৰ শুদ্ধভাৱে অতিবাহিত হোৱাৰ পাচত দুৰ্ভাগ্যক্ৰমে এদিন ৰাতি দিতিয়ে ভৰি নোধোৱাকৈ শুলে। এই ছিদ্ৰকে লৈ ইন্দ্ৰই দিতিৰ গৰ্ভত মনে মনে সোমাই তেওঁৰ গৰ্ভৰ সন্তানটি ৪৯টা খণ্ড কৰি কাটি পেলালে। ৪৯ টা খণ্ডিত সন্তানে কান্দি-কাটি হুলস্থুল লগালে। ইন্দ্ৰই সেইবিলাকক "মা ৰুদ!" অৰ্থাৎ নকান্দিবি বুলি সান্ত্বনা দিলে। কালক্ৰমত দিতিয়ে এটা পুত্ৰৰ সলনি ৪৯ টা কম শক্তিশালী সাধাৰণ পুত্ৰৰ জন্ম দিলে। তেওঁলোক মাৰুত বা মাৰুদ নামে প্ৰসিদ্ধ হ'ল। ইন্দ্ৰও ৰক্ষা পৰিল।

দ্বিবিদ ঃ—বিষ্ণু পুৰাণমতে দ্বিবিদ এজনা বান্দৰ। তেওঁ দেৱ-বিদ্বেষী, অশেষ বলবীৰ্য্যসম্পন্ন আৰু কামৰূপৰ ৰজা নৰকাসুৰৰ পৰম বন্ধু আছিল। হলীৰামৰ হাতত তেওঁৰ মৃত্যু হয়।

দুৰ্গা ঃ—বিশ্বৰ আদি কাৰণ আৰু শিৱপত্নী। দেৱতাসকলৰ সম্মিলিত তেজঃশক্তিৰপৰা তেওঁৰ আবিৰ্ভাৱ হয়। প্ৰৱল প্ৰতাপী মহিষাসুৰে স্বৰ্গৰপৰা দেৱতাসকলক বিতাড়ণ কৰি স্বৰ্গৰাজ্য অধিকাৰ কৰে। বিপন্ন দেৱগণে ব্ৰহ্মাৰ শৰণনাপন্ন হ'লত ব্ৰহ্মাই শিৱ আৰু দেৱতাসকলক লৈ বিষ্ণুৰ সমীপত উপস্থিত হ'ল আৰু দেৱতাসকলৰ দুৰ্গতিৰ কাহিনী বৰ্ণাই তেওঁলোকক ত্ৰাণ কৰিবলৈ বিষ্ণুক খাটনি ধৰিলে। বিষ্ণু ক্ৰুদ্ধ হ'ল আৰু লগে লগে তেওঁৰ মুখ-গহ্বৰৰপৰা এক ৰাশি তেজশক্তি নিৰ্গত হ'ল। অন্যান্য দেৱতাসকলৰ আননৰপৰাও অনুৰূপ তেজঃপুঞ্জ ওলাল। সেই সমুদায় তেজঃপুঞ্জ একত্ৰিত হৈ এক নাৰীমূৰ্ত্তিৰ

উৎপত্তি হ'ল। তেৱেঁই মহামায়া দুৰ্গা। দেৱগণে নিজ সামৰ্থ্য অনুসাৰে বাহন, অলঙ্কাৰ, অস্ত্ৰশস্ত্ৰ আদিৰে সজাই পৰাই দুৰ্গাক মহিষাসুৰ নিধনত নিয়োগ কৰিলে। কাৰণ, ব্ৰহ্মাৰ বৰত মহিষাসুৰ পুৰুষৰ দ্বাৰা অবধ্য আছিল। দেৱীয়ে মহিষৰ লগত যুদ্ধ কৰি তেওঁক বধ কৰে। দেৱীয়ে কেবাজনো অসুৰক বধ কৰে। দুৰ্গ নামে অসুৰক সংহাৰ কৰি তেওঁ দুৰ্গা নামে খ্যাত হয়। মহিষাসুৰৰ নিধনৰ পাচত কাত্যায়ন ঋষিয়ে তেওঁক প্ৰথমতে পুজা কৰে; সেয়ে তেওঁৰ আন এটা নাম কাত্যায়নী। সত্যযুগত মেধস মুনিৰ নিৰ্দ্দেশমতে ৰাজ্যহাৰা ৰজা সুৰথ আৰু গৃহহাৰা বৈশ্য সমাধিয়ে দুৰ্গাৰ পুজা কৰে। ত্ৰেতাযুগত ৰজা শ্ৰীৰামচন্দ্ৰই ৰাৱণৰ নিধনৰ হেতু দুৰ্গা পুজা পাতে। দ্বাপৰত কৃষ্ণ আৰু জাম্ববানৰ যুদ্ধৰ সময়ত কৃষ্ণৰ মঙ্গলাৰ্থে বসুদেৱ আদি যাদৱসকলে দুৰ্গাপুজা কৰে। বাৰ বছৰৰ বনবাসৰ পাচত অজ্ঞাত-বাসৰ বছৰটো সুকলমে কটাবলৈ যুধিষ্ঠিৰেও দৰ্গাক পুজা কৰে। কৌৰব আৰু পাণ্ডৱৰ যুদ্ধৰ সময়ত অৰ্জ্জুনক যুদ্ধোন্মুখী কৰিবলৈ শ্ৰীকৃষ্ণই প্ৰথমতে অৰ্জ্জুনক দুৰ্গাৰ স্তৱ পাঠ কৰায়। সেয়ে বিশেষ গুণ নিদিয়াতহে পাচত তেওঁ অৰ্জ্জুনৰ সম্মুখত গীতাৰ অৱতাৰণা কৰে।

দুৰ্ব্বাসা :—এজনা অতি খঙাল মুনি। মহৰ্ষি অত্ৰিৰ ঔৰসত আৰু অনুসূয়াৰ গৰ্ভত তেওঁৰ জন্ম হয়। তেওঁ বামদেৱ মুনিৰ শিষ্য আছিল। বহুদিন তপস্যা কৰি তেওঁ অতি তেজস্বী হৈ উঠিছিল। শ্বেতকী ৰজাৰ এশ বছৰীয়া যজ্ঞত তেৱেঁহে মাথোন পুৰোহিত হবলৈ সমৰ্থ হৈছিল। তেওঁ অতি কুপিত স্বভাৱৰ আছিল গুণে বহুতে তেওঁৰ কোপানলত পৰি দুৰ্গতি ভুগিছিল। ঔৰ্ব্ব মুনিৰ কন্যা কন্দলীক বিয়া

কৰোৱাৰ সময়ত তেওঁ প্ৰতিজ্ঞা কৰিছিল যে তেওঁ কন্দলীৰ এশটা পৰ্য্যন্ত অপৰাধ মাৰ্জ্জনা কৰিব। সেইমতে এশ অপৰাধ ক্ষমা কৰাৰ পাচত তেওঁ কন্দলীক শাপি ভস্ম কৰিছিল। পাণ্ডৱ জননী কুন্তী কুন্তীভোজ ৰজাৰ গৃহত থকাৰ সময়ত তেওঁক সেৱা কৰি সন্তুষ্ট কৰাৰ ফল স্বৰূপে কুন্তীক তেওঁ আহ্বান মন্ত্ৰ প্ৰদান কৰে। ইয়াৰ ফলত সূৰ্য্য, ধৰ্ম্ম, পবন, ইন্দ্ৰ আদি দেৱতাসকলক আহ্বান কৰি কুন্তীয়ে কৰ্ণ, যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন আদি পুত্ৰসকলক লাভ কৰে।

এবাৰ এগৰাকী অপসৰাৰ পৰা লাভ কৰা সন্তানক নামৰ পুষ্পমালা এধাৰ দুৰ্ব্বাসাই ইন্দ্ৰক প্ৰদান কৰে। ইন্দ্ৰই উঠি থকা ঐৰাৱতৰ মূৰতে মালাধাৰ থলত ঐৰাৱতে ছিঙি নষ্ট কৰি পেলায়। এই অপৰাধতে দুৰ্ব্বাসাই শাপ দি ইন্দ্ৰৰ শ্ৰী (লক্ষ্মী) নষ্ট কৰে। কণ্ব মুনিৰ পালিতা কন্যা শকুন্তলাই স্বামীৰ কথা চিন্তা কৰি থকা বাবে দুৰ্ব্বাসাক অভ্যৰ্থনা জনোৱাত পলম হয়। ফলত তেওঁৰ শাপতে শকুন্তলা স্বামী দুষ্মন্তৰ দ্বাৰা পৰিত্যক্তা হয়। বনবাসৰ সময়ত পাণ্ডৱসকলক বিপন্ন কৰিবলৈ দুৰ্য্যোধনে দহহেজাৰ শিষ্য সমন্বিতে পাণ্ডৱৰ অতিথি হবলৈ দুৰ্ব্বাসাক অনুৰোধ কৰে। কিন্তু শ্ৰীকৃষ্ণৰ অলৌকিক শক্তিৰ বলত পাণ্ডৱসকল দুৰ্ব্বাসাৰ অভিশাপৰ পৰা কথমপি ৰক্ষা পৰে। এবেলি দ্বাৰকাৰ উন্ধত ডেকা যাদৱ কেজনমানে শাম্ব নামৰ যাদৱ ডেকা এজনৰ পেটত ঢেকী থোৱা বান্ধি তেওঁক নাৰী সজাই কেতিয়া প্ৰসৱ হব বুলি দুৰ্ব্বাসাক ধেমালি কৰি সুধিছিল। তেতিয়া কুপিত হৈ দুৰ্ব্বাসাই সি এটা মুষল প্ৰসৱ কৰিব বুলি আৰু তাৰ দ্বাৰাই যদুবংশ ধ্বংস হব বুলি অভিশাপ দিছিল।

এবেলি ৰজা অম্বৰীষে ব্ৰতৰ উপবাস ভঙ্গ কৰিবলৈ ওলোৱাৰ সময়তে দুৰ্ব্বাসা গৈ অতিথি হয়। মুনিয়ে স্নান কৰিবলৈ গৈ অহাত পলম কৰাবাবে পাৰণৰ সময় অতীত হৈ যায় বুলি ব্ৰাহ্মণ সকলৰ আদেশমতে দুৰ্ব্বাসাক সোধ-পোচ নকৰাকৈয়ে ৰজাই পাৰণৰ কাম সমাধা কৰে। সেই সময়তে দুৰ্ব্বাসাও উভটি আহে আৰু ৰজাৰ আচৰণত কুপিত হৈ নিজৰ জটা ছিঙি এটা ভয়ঙ্কৰ দৈত্যৰ সৃষ্টি কৰে। দৈত্যাই নিৰপৰাধী ৰজাক নিহত কৰিবলৈ উদ্যত হোৱাত বিষ্ণুৱে সুদৰ্শন চক্ৰ পঠিয়াই দৈত্যক বধ কৰে আৰু দৈত্য স্ৰষ্টা দুৰ্ব্বাসাৰ ফালেও চোচা লয়। প্ৰাণৰ ভয়ত দুৰ্ব্বাসাই চাৰিওফালে পলায়াই ফুৰে, কিন্তু কতো আশ্ৰয় নেপাই অৱশেষত বিষ্ণুৰ শৰণাপন্ন হয়গৈ। বিষ্ণুৰ নিৰ্দ্দেশমতে অম্বৰীষক ইমা খুজিহে দুৰ্ব্বাসাই ৰক্ষা পায়।

শ্ৰীৰামচন্দ্ৰই ধৰাধাম ত্যাগ কৰাৰ প্ৰাক্‌কালত কালপুৰুষৰ সৈতে নিৰ্জ্জনত আলাপমত্ত থাকোঁতে দুৰ্ব্বাসা ৰামৰ সাক্ষাৎ-প্ৰাৰ্থী হয়। কিন্তু কালপুৰুষৰ ওচৰত ৰাম প্ৰতিজ্ঞাবদ্ধ আছিল যে তেওঁলোকৰ আলোচনাৰ কালত কোনো তৃতীয় জন তাত উপস্থিত হলে তেওঁক মৃত্যুদণ্ডেৰে দণ্ডিত কৰিব লাগিব। ইফালে দুৰ্ব্বাসাৰ অভিশাপৰ ভয়ত লক্ষ্মণে গৈ ৰামক দুৰ্ব্বাসাৰ আগমনৰ সংবাদ দিয়াত প্ৰতিজ্ঞাবদ্ধ ৰামে লক্ষ্মণক ত্যাগ কৰে। লক্ষ্মণে সৰযূ-সলিলত প্ৰাণ বিসৰ্জ্জন দিয়ে।

দুৰ্যোধন :—ৰজা ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ এশ পুত্ৰৰ জ্যেষ্ঠতম। ব্যাসদেৱে গান্ধাৰীক শতপুত্ৰৱতী হবলৈ বৰ দিছিল। দুবছৰ গৰ্ভধাৰণৰ পাচতো প্ৰসৱ নোহোৱাত আৰু ইতিমধ্যে কুন্তীৰ পুত্ৰ জন্ম হোৱাত ঈৰ্ষান্বিতা হৈ গান্ধাৰীয়ে ধৃতৰাষ্ট্ৰৰ অজ্ঞাতত গৰ্ভপাত কৰে। তেতিয়া তেওঁ লোৰ

সদৃশ কঠিন মাংসপিণ্ড এটা প্ৰসৱ কৰে। গান্ধাৰীয়ে মাংস-পিণ্ডটো পেলাই দিবলৈ উদ্যত হওঁতেই ব্যাসদেৱে সেইটো শীতল পানীত তিয়াই ৰাখিবলৈ উপদেশ দিয়ে। সেইদৰে থওঁতে মাংসপিণ্ডটোৰ পৰা এশটা পৃথক পৃথক ভ্ৰূণৰ উৎপত্তি হয়। ভ্ৰূণ সমূহ বেলেগে বেলেগ একোটা ঘৃতপূৰ্ণ কলহত ভৰাই থোৱা হয়। এবছৰৰ পাচত এটা কলহৰপৰা প্ৰথমে এটি সন্তানৰ জন্ম হয়। তেৱেঁই দুৰ্যোধন। পাচত বাকী ৯৯টা কলহৰ পৰাও একোটাকৈ পুত্ৰ সন্তান জন্মে। এয়েই কৌৰৱৰ এশ ভাই ককাইৰ জন্ম-কাহিনী।

দ্ৰোণাচাৰ্য্য আৰু পাচত বলোৰামৰ ওচৰত দুৰ্যোধনে যুদ্ধবিদ্যা শিক্ষা কৰে। কৌৰৱ আৰু পাণ্ডৱসকলে একে-লগে শিক্ষা আৰু খেল-ধেমালি কৰিছিল। পাণ্ডৱৰ হাতত বিশেষকৈ ভীমৰ হাতত কৌৰৱসকল নানাধৰণে নিগৃহীত হোৱাবাবে-সৰুৰে পৰা পাণ্ডৱৰ প্ৰতি বিশেষকৈ ভীমৰ প্ৰতি দুৰ্যোধনৰ এটা বিদ্বেষভাৱ আছিল। সৰুকালতে তেওঁ খেলাৰ ছলেৰে ভীমক বিষ খুৱাই মাৰিবলৈ চেষ্টা চলাইছিল। অস্ত্ৰ শিক্ষাৰ সময়তো এবাৰ দুৰ্যোধন আৰু ভীমৰ ভীষণ গদাযুদ্ধ লাগিছিল; দ্ৰোণাচাৰ্য্যৰ আদেশত অশ্বত্থামাইহে তেওঁলোকক থমায়। বংশ পৰিচয় লৈ কৃপাচাৰ্য্য আৰু পাণ্ডৱপক্ষীয় সকলে কৰ্ণক অপমান কৰাত দুৰ্যোধনে কৰ্ণক সাদৰে গ্ৰহণ কৰি পাচত কৰ্ণক অঙ্গ ৰাজ্যৰ ৰজা পাতে। দ্ৰোণৰ গুৰুদক্ষিণাৰূপে দ্ৰুপদক বন্দী কৰিবলৈ যাওঁতে দুৰ্যোধন সহোদৰসহ নিপীড়িত হয় আৰু পাচত পাণ্ডৱৰ সহায়ত জয়লাভ কৰে।

পাণ্ডৱসকলৰ ক্ৰমবৰ্দ্ধমান শ্ৰী আৰু বল-বীৰ্য্য সহিব নোৱাৰি দুৰ্যোধনে তেওঁলোকক বাৰনাৱতলৈ পঠাই জতু-গৃহত পুৰি মাৰিবলৈ চেষ্টা কৰে; কিন্তু বিদুৰৰ সহায়ত

পাণ্ডৱসকল ৰক্ষা পায়। ধৃতৰাষ্ট্ৰই পাণ্ডৱসকলক অৰ্দ্ধ্য-ৰাজ্য দি ইন্দ্ৰপ্ৰস্থ প্ৰতিষ্ঠিত কৰাৰ পাচত দুৰ্য্যোধনে মোমায়েক শকুনিৰ পৰামৰ্শমতে ধৃতৰাষ্ট্ৰৰ হতুৱাই পাণ্ডৱক পাশা খেলিবলৈ আমন্ত্ৰণ কৰে। কুট পাশাত সৰ্ব্বস্বান্ত হৈ পাণ্ডৱসকল বনলৈ যায়। সেই সময়তে দুঃশাসনে দ্ৰৌপদীক চুলিত ধৰি ৰাজসভালৈ টানি আনিলত দুৰ্য্যোধনে দ্ৰৌপদীক তেওঁৰ উৰুত বহিবলৈ আহ্বান জনায়। তেতিয়াই ভীমে তেওঁৰ উৰুভঙ্গ কৰিবলৈ শপত লয়। বনবাসৰ সময়ত পাণ্ডৱসকল দ্বৈতবনত বাস কৰোঁতে মৃগয়াৰ চল কৰি দুৰ্য্যোধনে তেওঁলোকৰ দুৰ্দ্দশা চাবলৈ যায়। কিন্তু গন্ধৰ্ব্বৰাজ চিত্ৰসেনৰ হাতত সসৈন্যে তেওঁ পৰাজিত হলত পান্ডৱসকলৰ অনুগ্ৰহতহে মুক্তিলাভ কৰে। পাণ্ডৱসকলৰ অজ্ঞাতবাসৰ সময়তো তেওঁ বিৰাটৰজাৰ গোহৰণ কৰিছিল; কিন্তু বৃহন্নলাৰূপী অৰ্জুনৰ হাতত তেওঁ পৰাস্ত হয়। বনবাসৰ অন্তত পাণ্ডৱসকলে নিজ ৰাজ্য বিচাৰিলত দুৰ্য্যোধনে বিনাযুদ্ধে এটা বেজীৰ আগত উঠা পৰিমাণে মাটিও তেওঁলোকক নিদিয়ে বুলি সমিধান দিয়ে। ফলত কুৰু-পাণ্ডৱৰ যুদ্ধ হয়। যুদ্ধত কৌৰৱসকলৰ বিনাশ ঘটে। অভিমন্যুক বধ কৰা সপ্তৰথীৰ ভিতৰত দুৰ্য্যোধনো আছিল। তেওঁ আছিল ৰাজ্যলোলুপ। ধৰ্ম্মাধৰ্ম্ম জ্ঞানহীন, ক্ৰুৰ আৰু দাম্ভিক। আনহাতে দৃঢ়চেতা, উদ্যোগী আৰু প্ৰজাবৎসল বুলিও তেওঁৰ খ্যাতি আছিল। কামৰূপৰ ৰজা ভগদত্তৰ কন্যা ভানুমতীক তেওঁ বিয়া কৰায়। চিত্ৰাঙ্গদ ৰজাৰ কন্যাকো স্বয়ম্বৰ সভাৰপৰা বলেৰে আনি তেওঁ বিয়া কৰাইছিল। তেওঁৰ পুত্ৰৰ নাম আছিল লক্ষ্মণ আৰু কন্যাৰ নাম আছিল লক্ষ্মণা। কৃষ্ণপুত্ৰ শাম্বই স্বয়ম্বৰ সভাৰপৰা লক্ষ্মণাক হৰণ কৰি নিয়াত দুৰ্য্যোধনে শাম্বক বন্দী কৰে।

পাচত বলোৰামে দুৰ্য্যোধনক পৰাস্ত কৰি শাম্বক মুক্ত কৰে। শাম্বৰ লগত লক্ষ্মণাৰ বিয়া হয়।

দুঃশাসন ঃ—ৰজা ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ দ্বিতীয় পুত্ৰ তথা দ্বিতীয় কৌৰৱ। তেওঁ দুৰ্য্যোধনৰ অতি প্ৰিয় আছিল আৰু সকলো কুকাৰ্য্যতে দুৰ্য্যোধনৰ পৰম সহায়ক আছিল। তেৰোঁ পাণ্ডৱক বৰ হিংসা কৰিছিল। দুৰ্য্যোধনৰ ছল পাশা খেলত দ্ৰৌপদীক পণ ৰাখি যুধিষ্ঠিৰ পৰাজিত হলত তেওঁ দ্ৰৌপদীক চুলিত ধৰি ৰাজসভালৈ টানি আনিছিল আৰু কৰ্ণৰ পৰামৰ্শমতে বিবস্ত্ৰা কৰিবলৈ চেষ্টা কৰিছিল। এই অমানুষিক নাৰী নিৰ্য্যাতনৰবাবে ভীমে তেতিয়া দুঃশাসনৰ তেজ পিব বুলি প্ৰতিজ্ঞা কৰিছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত দুঃশাসন সহদেৱ আৰু অভিমন্যুৰ হাতত পৰাজিত হয়। সপ্তদশ দিনৰ যুদ্ধত ভীম আৰু দুঃশাসনৰ ঘোৰতৰ যুদ্ধ হয়। ভীমে দুঃশাসনক ৰথৰপৰা মাটিত বগৰাই পূৰ্ব্বৰ প্ৰতিজ্ঞামতে তেওঁৰ বুকু ফালি ৰক্ত পান কৰে। দুঃশাসনৰ থিতাতে মৃত্যু হয়।

দূষণ ঃ—এজন মহা পৰাক্ৰমী ৰাক্ষস।

(খৰ দ্ৰষ্টব্য)

দেৱহূতি ঃ—স্বয়ম্ভুৱ মনুৰ কন্যা আৰু প্ৰজাপতি কৰ্দ্দমৰ পত্নী। তেওঁ প্ৰখ্যাত কপিল মুনিৰ মাক। ৰশিষ্ঠ ঋষিৰ ভাৰ্য্যা অৰুন্ধতী প্ৰমুখ্যে তেওঁ এগৰাকী কন্যা সন্তানৰ জননী আছিল।

দৈৱকী ঃ—দৈৱকী বা দেৱকী মথুৰাৰ ৰজা উগ্ৰসেনৰ (কংসৰ পিতাক) ভায়েক দেৱকৰ কন্যা। সেয়ে সম্বন্ধত তেওঁ কংসৰ ভনীয়েক। বৃষ্ণি বংশীয় বসুদেৱৰ লগত তেওঁৰ বিয়া হয়। (কৃষ্ণ দ্ৰষ্টব্য) কৃষ্ণৰ হাতত কংস নিহত হোৱাৰ পাচত বসুদেৱ আৰু দৈৱকীয়ে মুক্তি লাভ কৰে।

যদুবংশ ধ্বংস আৰু কৃষ্ণৰ মৃত্যুৰ পাচতো তেওঁলোক জীয়াই আছিল। পাচত অৰ্জুনৰ হাতত যদুৱ নাৰী সকলৰ ৰক্ষাৰ ভাৰ দি বসুদেৱে যোগস্থ হৈ দেহত্যাগ কৰিলত স্বামীৰ চিতাত উঠি দৈৱকী সহমৃতা হয়।

দ্ৰৌণি :—অশ্বত্থামাৰ আন এটা নাম। দ্ৰোণৰ পুত্ৰ বাবে (দ্ৰোণ+ ষ্ণি) তেওঁক এই নামেৰে মতা হয়। কৃপাচাৰ্যৰ ভনীয়েক কৃপী তেওঁৰ মাক। উপজিয়েই তেওঁ ঘোৰাৰ মাতৰদৰে শব্দ কৰি কন্দাবাবে তেওঁৰ নাম অশ্বত্থামা ৰখা হয়। পিতৃ দ্ৰোণৰ ওচৰত অস্ত্ৰশিক্ষা লৈ তেওঁ অৰ্জুনৰ সমকক্ষ বীৰ হৈ উঠে। পিতৃৰ পৰা ব্ৰহ্মশিৰ নামৰ অমোঘ অস্ত্ৰ লাভ কৰি তেওঁ মৃত্যুঞ্জয়ী বীৰ হোৱাৰ লোভত শ্ৰীকৃষ্ণৰপৰা সুদৰ্শন চক্ৰৰ লগত ব্ৰহ্মশিৰ অস্ত্ৰ সলনি কৰিবলৈ বিচাৰে কিন্তু সুদৰ্শন চক্ৰটো দাঙিবকে নোৱাৰি লাজ পাই গুচি আহে। কুৰুক্ষেত্ৰৰ যুদ্ধৰ শেষৰফালে দুৰ্য্যোধনে তেওঁক সেনাপতি বৰণ কৰে। তেতিয়া তেওঁ পঞ্চ-পাণ্ডৱক বধ কৰিবলৈ প্ৰতিশ্ৰুত হয় আৰু কৃপাচাৰ্য আৰু কৃতবৰ্ম্মাৰে সৈতে ৰাতি পাণ্ডৱৰ শিবিৰলৈ গৈ পঞ্চপাণ্ডৱ বুলি ভুল কৰি দ্ৰৌপদীৰ নিদ্ৰিত পাঁচটি পুত্ৰৰ শিৰশ্ছেদ কৰি মূৰ-কেইটা লৈ আহে। দিনৰ পোহৰত নিজৰ ভুল বুজিব পাৰি তেওঁ লাজতে ম্ৰিয়মান হয়। ইয়াৰ প্ৰতিশোধ লবলৈ ভীমে অশ্বত্থামাক বিচাৰি ফুৰিবলৈ ধৰে। যুধিষ্ঠিৰ, অৰ্জুন আদিও ভীমৰ অনুগামী হয়। আনহাতে দ্ৰৌপদীয়েও অশ্বত্থামাক বধ কৰি তেওঁৰ মূৰৰ মণিটো আনিবলৈ ভীমক খাটনি ধৰে। প্ৰাণৰ ভয়ত অশ্বত্থামাই ব্যাসদেৱৰ শৰণাপন্ন হয়। সেই আশ্ৰয় স্থলৰ পৰাই তেওঁ অৰ্জুন আদিক বধ কৰিবলৈ ঐষিক বাণ এৰে। অৰ্জুনেও অশ্বত্থামাক বধ কৰিবলৈ ব্ৰহ্মশিৰ বাণ নিক্ষেপ কৰে। ব্যাস

আৰু নাৰদৰ মধ্যস্থতাত অৰ্জ্জুনে ব্ৰহ্মশিৰ বাণ সম্বৰণ কৰিব পাৰিলে কিন্তু অশ্বত্থামাই সৰ্ব্বদা সৎপথত নথকা বাবে তেওঁৰ বাণ সম্বৰণ কৰিব নোৱাৰিলে। সেই বাণে পাণ্ডৱক বিনাশ কৰিব নোৱাৰি পাণ্ডৱৰ একমাত্ৰ জীৱিত বংশধৰ, উত্তৰাৰ গৰ্ভস্থ সন্তান পৰীক্ষিতক পীড়া কৰিলেগৈ। যিহ'ক কৃষ্ণৰ কৃপাত পৰীক্ষিত ৰক্ষা পৰিল। বাৰে বাৰে ব্যৰ্থকাম আৰু অপমানিত হৈ অৱশেষত অশ্বত্থামাই নিজৰ মূৰৰ মণিটো পাণ্ডৱক সোধাই দি বনলৈ গুচি যায়।

(২) কুৰুক্ষেত্ৰৰ যুদ্ধত পাণ্ডৱৰ পক্ষলৈ যুদ্ধ কৰা মালৱ ৰাজ ইন্দ্ৰবৰ্ম্মাৰ হাতীটোৰ নাম আছিল অশ্বত্থামা। দ্ৰোণাচাৰ্য্যই যুদ্ধত পাণ্ডৱৰ সৈন্য মৰিমূৰ কৰিবলৈ ধৰা সময়তে এই হাতীটোৰ মৃত্যু হয়। শ্ৰীকৃষ্ণই বুদ্ধি কৰি যুধিষ্ঠিৰৰ হতুৱাই—"অশ্বত্থামা মৰিল" বুলি যুদ্ধক্ষেত্ৰত প্ৰচাৰ কৰালে। দ্ৰোণাচাৰ্য্যৰ কানলৈ কথাষাৰ গলত তেওঁ নিজৰ পুত্ৰ অশ্বত্থামাৰ মৃত্যু হোৱা বুল ভাবি শোকত কাতৰ হৈ হাতৰ ধনু-শৰ ত্যাগ কৰে। এই সুযোগতে দ্ৰুপদৰ পুত্ৰ ধৃষ্টদ্যুম্নই পিতৃশত্ৰু দ্ৰোণাচাৰ্য্যক বধ কৰি পাণ্ডৱ সৈন্য ৰক্ষা কৰে।

দ্ৰৌপদী:—পাঞ্চালৰাজ দ্ৰুপদৰ কন্যা। দ্ৰোণক বধ কৰিবলৈ পুত্ৰলাভৰ হেতু ৰজা দ্ৰুপদে গঙ্গা আৰু যমুনাৰ পাৰত পুত্ৰেষ্টি যজ্ঞ কৰে। সেই যজ্ঞৰ অগ্নিৰপৰা দ্ৰোণহন্তা ধৃষ্টদ্যুম্ন আৰু যজ্ঞৰ বেদীৰপৰা এটি কন্যাৰ উদ্ভৱ হয়। তেৱেঁই দ্ৰৌপদী। যজ্ঞবেদীৰপৰা উদ্ভূতাবাবে তেওঁৰ আন নাম যাজ্ঞসেনী। গাৰ বৰণ শ্যাম বৰণীয়া বাবে তেওঁৰ অপৰ নাম কৃষ্ণা। পাঞ্চাল ৰজাৰ কন্যাবাবে তেওঁৰ আৰু এটা নাম পাঞ্চালী। দ্ৰুপদ ৰজাৰ দ্ৰৌপদীক অৰ্জ্জুনলৈ বিয়া দিয়াৰ ইচ্ছা আছিল যদিও সেই সময়ত পাণ্ডৱসকল

বনবাসত থকা বাবে অৰ্জ্জুনক বিচাৰি নেপাই তেওঁ স্বয়ম্বৰ সভা পাতি লক্ষ্যভেদৰ ব্যৱস্থা কৰে। স্বয়ম্বৰলৈ কৰ্ণও গৈছিল আৰু তেওঁৰ লক্ষ্যভেদ কৰিব পৰা সামৰ্থ্য আছিলো। কিন্তু নীচ সূতৰ পুত্ৰক বিয়া নকৰাও বুলি স্বয়ম্বৰ সভাতে দ্ৰৌপদীয়ে কৈ দিলত কৰ্ণ আৰু দুৰ্যোধনে খং কৰি স্বয়ম্বৰ সভা ত্যাগ কৰে। অৱশেষত ছদ্মবেশী অৰ্জ্জুনেই লক্ষ্যভেদ কৰি দ্ৰৌপদীক লাভ কৰে। দ্ৰৌপদীক লৈ গৈ অৰ্জুনে মাক কুন্তীক এটি অপূৰ্ব্ব বস্তু অনা বুলি কোৱাত মাকে নোচোৱাকৈয়ে পাঁচোজন ভায়েক ককায়েকক সেই বস্তুটি সমানে ভগাই খাবলৈ কয়। এই কথাত আটায়ে বিব্ৰত হয় যদিও ব্যাসদেৱৰ বিধানমতে পাঁচোজন পাণ্ডৱেই দ্ৰৌপদীক বিয়া কৰায়। ব্যাসে কয় যে পূৰ্ব্ব কালত এক ঋষি-কন্যাই মহাদেৱৰ তপস্যা কৰি পাঁচবাৰ স্বামী ভিক্ষা কৰিছিল। সেই ঋষি-কন্যাই দ্ৰৌপদী। গতিকে মহাদেৱৰ বিধানমতে দ্ৰৌপদীৰ পঞ্চপতি হোৱাত অধৰ্ম্ম নহয়। প্ৰতিগৰাকী পাণ্ডৱৰ লগতে এবছৰ এবছৰকাল দ্ৰৌপদী থকাৰ ব্যৱস্থা কৰা হয়। পঞ্চপাণ্ডৱৰ ঔৰসত দ্ৰৌপদীৰ যথাক্ৰমে প্ৰতিবিন্ধ্য, সুতসোম, শ্ৰুতকৰ্ম্মা, শতানীক আৰু শ্ৰুতসেন নামৰ পাঁচপুত্ৰৰ জন্ম হয়। পাচত কুৰুক্ষেত্ৰৰ যুদ্ধত অশ্বত্থামাই গুপ্ত অৱস্থাত পুত্ৰ কেইটিক হত্যা কৰে।

যুধিষ্ঠিৰে পাশা খেলত হৰাৰ ফলত দ্ৰৌপদীয়ে অশেষ লঘু-লাঞ্চনা পাব লগা হৈছিল। দুঃশাসনে তেওঁক চুলিত ধৰি ৰাজ-সভালৈ টানি আনিছিল। দুৰ্যোধনে তেওঁক তেওঁৰ উৰুত বহিবলৈ আহ্বান জনাই অপমান কৰিছিল। দুৰ্যোধনৰ আদেশত দুঃশাসনে তেওঁক বিবস্ত্ৰা কৰিবলৈও চেষ্টা কৰে। কিন্তু কৃষ্ণভক্তা কৃষ্ণাই শ্ৰীকৃষ্ণৰ কৃপাত বিবস্ত্ৰা হোৱাৰ পৰা ৰক্ষা পায়। অৱশেষত স্বামীসকলৰ লগত

দ্ৰৌপদী বনলৈ যায়। তাতো দুৰ্য্যোধনে জয়দ্ৰথক লগাই দ্ৰৌপদীক হৰণ কৰাৰ চেষ্টা কৰে আৰু দহহেজাৰ শিষ্য সমন্বিতে ঋষি দুৰ্ব্বাসাক দ্ৰৌপদীৰ আহাৰৰ পাচত পাণ্ডৱৰ আলহী হবলৈ ষড়যন্ত্ৰ কৰি দুৰ্ব্বাসাৰ অভিশাপেৰে দ্ৰৌপদী সমন্বিতে পাণ্ডৱসকলক ধ্বংস কৰিবলৈ চেষ্টা কৰে। শ্ৰীকৃষ্ণৰ কৃপাত ব্ৰহ্ম শাপৰপৰা দ্ৰৌপদী ৰক্ষা পায়। পাণ্ডৱৰ অজ্ঞাতবাসৰ সময়ত দ্ৰৌপদীয়ে মৎস্যৰাজ বিৰাটৰ গৃহত সৌৰিন্ধ্ৰী নামে দাসী হৈ অৱস্থান কৰে। সেই সময়তো ৰানীৰ ভায়েক কীচকে তেওঁৰ সতীত্ব নাশ কৰিবলৈ চেষ্টা কৰিছিল। দ্ৰৌপদীয়ে ভীমৰ সহায়ত কীচকক বধ কৰি নিজৰ সতীত্ব ৰক্ষা কৰে। কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত তেওঁ সদায় যুজঁৰ শিবিৰতে আছিল। দুঃশাসন নিহত নোহোৱা পৰ্য্যন্ত তেওঁ পূৰ্ব্বৰ প্ৰতিজ্ঞামতে চুলি বন্ধা নাছিল। পাণ্ডৱসকলৰ মহাপ্ৰস্থাণব সময়ত দ্ৰৌপদীও লগতে যায়। কিন্তু স্বামী পাঁচজনৰ ভিতৰত অৰ্জ্জুনৰ প্ৰতি বেচি অনুৰাগ থকা পাপব ফলত তেওঁ সশৰীৰে স্বৰ্গলৈ যাব নোৱাৰিলে। বাটতে তেওঁৰ মৃত্যু হয়।

ধনঞ্জয় ঃ—(১) অৰ্জ্জুনৰ আন এটা নাম। সমস্ত ৰাজ্য জয়ৰদ্বাৰা ধন সংগ্ৰহ কৰি সেইবোৰ উপভোগ কৰে বাবে তেওঁৰ সেই নাম হয়।

(২) কশ্যপৰ ঔৰসত আৰু দক্ষকন্যা কদ্ৰুৰ গৰ্ভত জন্ম গ্ৰহণ কৰা নাগসকলৰ অন্যতম নাগৰ নামো ধনঞ্জয়।

ধন্বন্তৰী ঃ—বিষ্ণুপুৰাণ, ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ, ভাগৱত, মহাভাৰত আদিৰ মতে ধন্বন্তৰী হ'ল দেৱবৈদ্য। অসুৰ আৰু দেৱতা-সকলৰ দ্বাৰা ক্ষীৰসাগৰ মন্থনৰ সময়ত অমৃতৰ ভাণ্ড হাতত লৈ তেওঁ ক্ষীৰসাগৰৰ পৰা উত্থিত হয়। তেওঁ বেদজ্ঞ আৰু

মন্ত্ৰতন্ত্ৰজ্ঞ। দেৱতাসকলৰ দ্বাৰা তেওঁ দেৱবৈদ্যৰূপে স্বীকৃত আৰু নিয়োজিত হয়।

হৰিবংশত ধন্বন্তৰীৰ জন্ম সম্বন্ধে এইদৰে কোৱা আছে যে দেৱাসুৰৰ অমৃত মন্থন কালত অমৃতৰ কলহৰপৰা তেওঁৰ উৎপত্তি হয়। সেই সময়ত তেওঁ বিষ্ণুৰ ধ্যানত নিমজ্জিত হ'ল। বিষ্ণুৱে দেখা দি তেওঁক কলে—"তুমি পানীৰপৰা জন্মগ্ৰহণ কৰিছা; সেয়ে তোমাৰ নাম হওক অব্জদেৱ।" তেতিয়া ধন্বন্তৰীয়ে কলে—"মই আপোনাৰে পুত্ৰ, গতিকে আপুনি মোৰ আৱাসস্থানৰ নিৰূপণ কৰি দিয়ক। মই যাতে যজ্ঞৰ ভাগ পাওঁ তাৰো ব্যৱস্থা কৰক।" বিষ্ণুৱে কলে—"তুমি দেৱতা সকলৰ পাচত জন্মগ্ৰহণ কৰিছা; গতিকে যজ্ঞৰ ভাগ পাব নোৱাৰা। এই জন্মত তুমি দেৱতা সকলৰ পুত্ৰৰূপে জন্ম লৈছা। দ্বিতীয় জনমত তুমি পৃথিৱীত খ্যাতি লাভ কৰিবা। আয়ুৰ্বেদক তুমি আঠভাগত বিভক্ত কৰিবা।"

ধন্বন্তৰীৰ দ্বিতীয় জন্মৰ বিবৰণো হৰিবংশত দিয়া আছে। সুনহোত্ৰবংশীয় কাশীৰাজ ধন্বই পুত্ৰৰ কামনাত বহুদিন ধৰি অব্জদেৱৰ আৰাধনা কৰে। তেওঁ প্ৰাৰ্থনা কৰে যে যিজনা দেৱতাই তেওঁক বৰ দিব সেইজনায়েই যেন তেওঁৰ পুত্ৰৰূপে জন্মগ্ৰহণ কৰে। তেওঁৰ আৰাধনাত প্ৰীত হৈ অব্জদেৱে (ধন্বন্তৰীয়ে) তেওঁৰ পুত্ৰৰূপে জন্মগ্ৰহণ কৰে। নামো হয় ধন্বন্তৰী। তেওঁ মহৰ্ষি ভৰদ্বাজৰ ওচৰত শিক্ষা লাভ কৰি পাচত আয়ুৰ্বেদখনক আঠ ভাগত বিভক্ত কৰে। ধন্বন্তৰীৰ পুত্ৰৰ নাম কেতুমান।

ধ্ৰুৱ ঃ—বিষ্ণু পুৰাণ মতে স্বায়ম্ভুব মনুৰ পুত্ৰ উত্তানপাদৰ সুনীতি আৰু সুৰুচি নামৰ দুগৰাকী ৰাণী আছিল। ৰজাই সুনীতিতকৈ সুৰুচিক বেচি ভাল পাইছিল। সুৰুচিৰ

প্ৰৰোচণাত তেওঁ সুনীতিক বনবাস দিয়ে। এদিন মৃগয়ালৈ যাওঁতে পথভ্ৰান্ত হৈ ঘটনাচক্ৰত ৰজা সুনীতিৰ নিৰ্জ্জন কুটীৰত উপস্থিত হয় আৰু ৰাজসহবাসত সুনীতিৰ গৰ্ভত কালক্ৰমত ধ্ৰুৱৰ জন্ম হয়।

এদিন সুৰুচিৰ লৰা উত্তম পিতাকৰ কোলাত বহি আছিল, তাকে দেখি ধ্ৰুৱেও পিতাকৰ কোলাত উঠাৰ ইচ্ছা প্ৰকাশ কৰিলে। ইয়াৰ বাবে মাহীমাক সুৰুচিয়ে ধ্ৰুৱক নানা কটুবাক্যেৰে অপমানিত কৰাত ধ্ৰুৱে ব্যথিত চিত্তে সকলো কথা মাকক কলে। সুনীতিয়ে তেতিয়া ধ্ৰুৱক সান্ত্বনা দি কলে—"একমাত্ৰ শ্ৰীহৰিয়েহে দুঃখীৰ দুঃখমোচন কৰিব পাৰে।" যি হৰিৰ দয়াত মানুহৰ মঙ্গল হয় সেই হৰিক পাবলৈ ধ্ৰুৱ ব্যাকুল হৈ উঠিল। এদিন গভীৰ ৰাতি নিদ্ৰিতা জননীক এৰি থৈ তেওঁ গভীৰ অৰণ্যলৈ গুচি গ'ল আৰু হৰিৰ অন্বেষণত ঘূৰি ফুৰিবলৈ ধৰিলে।

ক্ৰমাৎ পুৰৱফালে যাওঁতে যাওঁতে সাত গৰাকী মুনিৰ লগত ধ্ৰুৱৰ সাক্ষাৎ হ'ল। এই সাত গৰাকী মুনিয়েই আছিল সপ্তৰ্ষি। ধ্ৰুৱে তেওঁলোকক কলে যে তেওঁক অৰ্থ বা ৰাজ্য একো নেলাগে, তেওঁক লাগে এনে এখন ঠাই যলৈকে আন কোনোৱে যোৱা নাই; যাৰ সৌন্দৰ্য্য আনে উপভোগ কৰা নাই। মুনিসকলে ইংগিত দিলে যে বিষ্ণুৰ আৰাধনা কৰিলে ধ্ৰুৱে তেনে ঈপ্সিত স্থান পাব। ধ্ৰুৱে বিষ্ণুৰ তপস্যা আৰম্ভ কৰিলে। ইন্দ্ৰাদি দেৱতাসকলে এই কঠোৰ তপস্যাত ভীত হৈ নানা উপায়েৰে ধ্ৰুৱৰ তপস্যা ভঙ্গ কৰিবলৈ চেষ্টা কৰে; কিন্তু নিষ্ফল হৈ বিষ্ণুৰ শৰণাপন্ন হয়। দেৱতাসকলক আশ্বাস দি বিষ্ণুৱে ধ্ৰুৱক দৰ্শন দিলে আৰু কলে—"মই হৰি। তোমাৰ তপস্যাত মই তুষ্ট হৈছোঁ। তুমি বৰ লোৱা।" ধ্ৰুৱে কলে—"মই যেন সৰ্ব্বদায় আপোনাৰ

স্তুতি কৰিব পাৰোঁ—সেই বৰ দিয়ক।" বিষ্ণুৱে কলে—"তুমি আগতে এনে এখন স্থান বাঞ্ছা কৰিছিলা যাক আগেয়ে কোনেও ভোগ কৰা নাই। পূৰ্ব্বতে তুমি এজন ব্ৰাহ্মণ পুত্ৰ আছিলা আৰু তোমাৰ এজন বন্ধু ৰাজপুত্ৰৰ ঐশ্বৰ্য্য দেখি তুমিও ৰাজপুত্ৰ হবলৈ ইচ্ছা কৰিছিলা। সেয়ে তুমি ৰজা উত্তানপাদৰ ঘৰত জন্ম গ্ৰহণ কৰিছা। মোক আৰাধনা কৰি তুমি আজি মুক্তি পালা। তুমি সকলো গ্ৰহ আৰু নক্ষত্ৰৰ ওপৰত সিবিলাকৰ আশ্ৰয় স্বৰূপ হৈ থাকিবা। তোমাৰ সেই স্থানৰ নাম ধ্ৰুৱলোক হব।"

ধ্ৰুৱে পাচত পিতৃৰাজ্য লাভ কৰে। বিয়া কৰাই তেওঁ দুটি পুত্ৰ সন্তানো লাভ কৰে। দেহত্যাগৰ পাচত ধ্ৰুৱে ধ্ৰুৱলোকলৈ গৈ নক্ষত্ৰৰূপে বিৰাজ কৰিবলৈ ধৰে।

ধৃতৰাষ্ট্ৰ ঃ—হস্তিনাপুৰৰ ৰজা, পাণ্ডুৰ ককায়েক। ৰজা বিচিত্ৰবীৰ্য্য ক্ষয় ৰোগত অকালতে ঢুকালত তেওঁৰ মাক সত্যৱতীয়ে বংশ ৰক্ষাৰ্থে তেওঁৰ বিধবা পত্নী অম্বিকা আৰু অম্বালিকাৰ গৰ্ভত সন্তান উৎপাদন কৰিবলৈ ব্যাসদেৱক আদেশ দিয়ে। সেইমতে ব্যাসদেৱৰ ঔৰসত অম্বিকাৰ গৰ্ভত ধৃতৰাষ্ট্ৰ আৰু অম্বালিকাৰ গৰ্ভত পাণ্ডুৰ জন্ম হয়। সঙ্গমৰ সময়ত ব্যাসদেৱৰ ঘোৰ মুৰ্ত্তি দেখি ভয়তে অম্বিকাই চকু মুদি দিছিল বাবে ধৃতৰাষ্ট্ৰই অন্ধ হৈ জন্মগ্ৰহণ কৰে। ধৃতৰাষ্ট্ৰই গন্ধাৰ দেশৰ সুবল ৰজাৰ কন্যা গান্ধাৰীক বিয়া কৰায়। তেওঁলোকৰ দুৰ্য্যোধন, দুঃশাসন প্ৰমুখ্যে এশ পুত্ৰ আৰু দুঃশলা নামেৰে এটি কন্যা ওপজে। এগৰাকী বৈশ্যা পত্নীৰ পৰা ধৃতৰাষ্ট্ৰৰ যুযুৎসু নামে আন এটি পুত্ৰ সন্তানো হয়। তেওঁ অন্ধ আছিল বাবে বিচিত্ৰবীৰ্য্যৰ পাচত ভায়েক পাণ্ডুহে হস্তিনাপুৰৰ ৰজা হয়। পাণ্ডুৰো অকালতে মৃত্যু হলত পাণ্ডুপুত্ৰসকল নাবালক হৈ থকা

হেতুকে ধৃতৰাষ্ট্ৰই কোনোমতে ৰাজ্য শাসন কৰি থাকে। পাণ্ডৱ আৰু কৌৰৱসকল ডাঙৰ হোৱাৰ পাচত পাণ্ডৱ-সকলৰ প্ৰতি দুৰ্য্যোধন আদি কৌৰৱসকলে কৰা অন্যায় আৰু দুষ্কাৰ্য্যৰ প্ৰতি ধৃতৰাষ্ট্ৰই পাকে প্ৰকাৰে সহানুভূতি দেখুৱাইছিল। পুত্ৰৰ প্ৰতি থকা অযথা স্নেহত অন্ধ ধৃতৰাষ্ট্ৰৰ বিবেক-বুদ্ধিও অন্ধ হৈ যায়। পাণ্ডৱৰ প্ৰতি অলেখ অন্যায় কাৰ্য্য দুৰ্যোধনে তেওঁৰ হতুৱাই আদেশ দিয়াই সমাধা কৰে। যি হওক—কুৰুক্ষেত্ৰৰ যুদ্ধত তেওঁৰ এশ পুত্ৰই নিহত হয়। যুদ্ধৰ শেষত যুধিষ্ঠিৰ ৰজা হয়। পুত্ৰ শোকাতুৰ ধৃতৰাষ্ট্ৰই গান্ধাৰী সহিতে পোন্ধৰ বছৰ কাল যুধিষ্ঠিৰৰ আশ্ৰয়ত থাকি পাচত বনলৈ যায় আৰু ৰাজৰ্ষি শতযুগৰ আশ্ৰমৰ ওচৰত বাস কৰিবলৈ লয়। লগত কুন্তীও আছে। ইয়াতেই ব্যাসদেৱ উপস্থিত হৈ কুন্তীৰ অনুৰোধত নিজৰ তপস্যাৰ বলেৰে কুৰুক্ষেত্ৰৰ যুদ্ধত নিহত হোৱা সমস্ত বীৰকে এদিনৰ বাবে গঙ্গাৰ পাৰত উপস্থিত কৰাই দেখুৱায়। ব্যাসদেৱে ধৃতৰাষ্ট্ৰকো সেইদিনা দিব্য চকু দান কৰি তেওঁৰ পুত্ৰসকলক দেখুৱায়। ইয়াৰ পাচত ধৃতৰাষ্ট্ৰই গান্ধাৰী, কুন্তী আৰু সঞ্জয়েৰে সৈতে অকল বায়ুকে সেৱন কৰি আৰু মৌন হৈ তপস্যাত ৰত হয়। বনত জুই লাগি তপস্যাৰত অৱস্থাতে তেওঁলোক ভস্মীভূত হয়।

ধেনুকাসুৰ ঃ—হৰিবংশতে ধেনুকাসুৰ এজন ৰাক্ষস। বৃন্দাবনৰ ওচৰত তেওঁ বাস কৰিছিল। কংসৰ ভয়ত নন্দ আদি গোপ-সকলে বৃন্দাবনত বাস কৰাৰ সময়ত ধেনুকাসুৰে তেওঁলোকৰ ওপৰত বৰকৈ অত্যাচাৰ কৰিছিল। এদিন কৃষ্ণ আৰু বলৰামে গৰু চৰাবৰ সময়ত এখন তালবনত সোমাই তাল ফল পাৰি গোপ বালকসকলক খুৱাই আছিল। এনেতে ধেনুকাসুৰে বলৰামক আক্ৰমণ কৰে। বলৰামে তেওঁৰ

ভৰিত থাপ্ মাৰি ধৰি শূন্যতে ঘূৰাই ঘূৰাই তেওঁক মাটিত আছাল মাৰি পেলায় আৰু তেওঁৰ মৃত্যু হয়।

নকুলঃ—পঞ্চ পাণ্ডৱৰ চতুৰ্থজন। পাণ্ডু ৰজাৰ পত্নী মাদ্ৰীৰ গৰ্ভত আশ্বিনীকুমাৰৰ ঔৰসত তেওঁৰ জন্ম হয়। সহদেৱ তেওঁৰ আপোন ভায়েক। মাদ্ৰী পাণ্ডুৰ লগত সহমৃতা হলত কুন্তীয়ে নকুল সহদেৱকো লালন পালন কৰে। কৃপাচাৰ্য্য আৰু দ্ৰোণাচাৰ্য্যৰ ওচৰত তেওঁ যুদ্ধ বিদ্যা শিকে। তেওঁ অকলেই অনেকৰ লগত বিচিত্ৰভাৱে যুদ্ধ কৰিব পাৰিছিল বাবে তেওঁক অতিৰথ আৰু চিত্ৰযোধী নামেৰেও জনা যায়। দ্ৰৌপদীৰ গৰ্ভত তেওঁৰ শতানীক নামেৰে পুত্ৰ ওপজে। তদুপৰি তেওঁ চেদিৰাজ কন্যা আৰু ধৃষ্টকেতুৰ ভনীয়েক কৰেনুমতীকো বিয়া কৰায়। এই পত্নীৰ পৰা তেওঁৰ নিৰামিত্ৰ নামৰ পুত্ৰ লাভ হয়। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ সময়ত দিগ্বিজয়ৰ উদ্দেশ্যে তেওঁ পশ্চিম দিশে যাত্ৰা কৰে আৰু দশাৰ্ন, মালৱ, ত্ৰিগৰ্ত্ত আৰু পঞ্চনদ প্ৰভৃতি দেশ জয় কৰে। মৎস্যৰাজ বিৰাটৰ গৃহত অজ্ঞাতবাস খটাৰ সময়ত তেওঁ গ্ৰান্থিক নাম লৈ যুধিষ্ঠিৰ অশ্ব-ৰক্ষক আৰু অশ্ব-চিকিৎসক ৰূপে পৰিচয় দি বিৰাট ৰজাৰ অশ্ব তত্ত্বা-বধায়কৰ ভাৰ লয়। দ্ৰৌপদীৰ লাঞ্ছনাৰ সময়ত কৰা প্ৰতিজ্ঞা মতে কুৰুক্ষেত্ৰৰ যুদ্ধত তেওঁ অজস্ৰ কৌৰৱ সেনা সংহাৰ কৰে। পাচত ষোড়শ দিনৰ যুদ্ধত কৰ্ণৰ হাতত তেওঁ পৰাজিত হয়। কিন্তু কুন্তীৰ ওচৰত কৰা প্ৰতিজ্ঞা অনুসৰি কৰ্ণই তেওঁৰ প্ৰাণ দান দিয়ে। অশ্বত্থামাৰ মণি হৰণ কালত তেওঁ ভীমৰ সাৰথি হয়। মহাপ্ৰস্থানৰ সময়ত তেওঁ যুধিষ্ঠিৰৰ সঙ্গী হৈছিল, কিন্তু নিজকে অতি ৰূপবান বুলি দম্ভ কৰি থকাৰবাবে তেওঁ সশৰীৰে স্বৰ্গলৈ যাব নোৱাৰিলে।

নন্দ ঃ—(১) শ্ৰীকৃষ্ণৰ পালক পিতা। কথিত আছে যে অষ্টবসুৰ ভিতৰৰ "দ্ৰোণ বসু" আৰু তেওঁৰ ভাৰ্য্যা "ধৰাই" পাচত নন্দ আৰু যশোদা ৰূপে জন্ম গ্ৰহণ কৰে। তেওঁ মথুৰা ৰাজ্যৰ অন্তৰ্গত গোকুল নামে গাঁৱ এখনৰ গোৱালসকলৰ অধিপতি আছিল। কৃষ্ণৰ পিতৃ বসুদেৱৰ তেওঁৰ পৰম বন্ধু আছিল। কৃষ্ণ ওপজাৰ লগে লগে বসুদেৱে কংসৰ ভয়ত কৃষ্ণক কাৰাগাৰৰ পৰা পলুৱাই নি যশোদাৰ সদ্য প্ৰসূত কন্যা যোগমায়াৰ লগত সলনা-সলনি কৰিছিল। নন্দ মহা ধাৰ্ম্মিক পুৰুষ আছিল। গোটেই জীৱন তেওঁ ন্যায় আৰু ধৰ্ম্ম আচৰণ কৰি কটাইছিল। কৃষ্ণক তেওঁ পুত্ৰতো অধিক মৰম চেনেহেৰে লালন পালন কৰিছিল। কৃষ্ণক বধিবলৈ কংসই চলোৱা হিংসা কাৰ্য্যৰ ফল স্বৰূপে তেওঁ বৃন্দাবনত আশ্ৰয় লব লগা হৈছিল। পাচত কংসৰ যজ্ঞলৈ নিমন্ত্ৰিত হৈ তেওঁ এবাৰ কৃষ্ণ আৰু বলৰামক লৈ মথুৰালৈ আহে। (যশোদা দ্ৰষ্টব্য)।

(২) বিষ্ণুৰ অন্যতম পাৰিষদ।

নন্দী ঃ—শিৱৰ প্ৰধান অনুচৰ। মহৰ্ষি শৈলাদৰ পুত্ৰ। মহাদেৱৰ বৰতে শৈলাদে এই অযোনি সম্ভৱা পুত্ৰটি লাভ কৰে। বহুদিন মহাদেৱৰ অৰ্চ্চনা কৰি তেওঁ মহাদেৱৰে গনান্তভূৰ্ক্ত হয়। শিৱভক্ত দধীচি মুনিৰ পৰা শিৱমন্ত্ৰত দীক্ষিত হৈ তেওঁ শিৱলোকত বাস কৰাৰ যোগ্যতা অৰ্জ্জন কৰে। সতীৰ দেহৰক্ষী হৈ তেওঁ দক্ষযজ্ঞলৈ গৈছিল। দক্ষই শিৱক নিন্দা কৰিলত তেওঁ খঙতে দক্ষক ছাগলীমুৰা বুলি গালি পাৰে। সেই গালিয়েই শাপ হৈ ঘটনাচক্ৰত দক্ষ ছাগলীমুৰা হব লগা হয়। তেওঁ মৰুদ সকলৰ কন্যা সুযশাক বিয়া কৰায়।

নৰকাসুৰ ঃ—কামৰূপৰ অসুৰ-ৰজা। বৰাহৰূপী বিষ্ণুৰ ঔৰসত আৰু পৃথিৱীৰ গৰ্ভত তেওঁৰ জন্ম হয়। মিথিলাৰ ৰজা

জনকৰ ঘৰত তেওঁ লালিত পালিত হয়। পৃথিৱীৰ অনুৰোধ মতে পাচত বিষ্ণুৱে তেওঁক অজেয় হবলৈ বৰ দিয়ে আৰু কামৰূপৰ অধিপতি পাতে। তেওঁৰ ৰাজ্যৰ ৰাজধানীৰ নাম আছিল প্ৰাগজ্যোতিষপুৰ। বিদৰ্ভৰাজৰ কন্যা মায়া-দেৱীক তেওঁ বিয়া কৰাইছিল। মথুৰাৰ ৰজা কংস আৰু শোণিতপুৰৰ ৰজা বাণ আদিৰ লগত তেওঁৰ বন্ধুত্ব আছিল। বিষ্ণুৰ পৰা অজেয় বৰ পাই তেওঁ অতি অত্যাচাৰী হৈ উঠে। দেৱতাসকলোৰো তেওঁ পৰম শত্ৰু হয়। এবাৰ হাতীৰ ৰূপ ধৰি তেওঁ বিশ্বকৰ্ম্মাৰ কন্যাক অপহৰণ কৰে আৰু সতীত্ব নষ্ট কৰে। গন্ধৰ্ব্ব; দেৱতা, নৰ আদিৰ কন্যাসকলক আৰু অপসৰাসকলক ধৰি আনি তেওঁ এটা সুন্দৰ অট্টালিকাৰ ভিতৰত বন্দী কৰি থয়। এই বন্দিনীসকলৰ সংখ্যা আছিল যোল্ল হেজাৰ। সংসাৰৰ সকলো ভাল বস্তুকে কাঢ়ি আনি তেওঁ নিজৰ ভঁৰাল পূৰ্ণ কৰে। আনকি দেৱমাতা অদিতিৰ কানৰ কুণ্ডলবোৰো তেওঁ কাঢ়ি আনি। এনেদৰে পাপ আৰু অত্যাচাৰৰ মাত্ৰা বাঢ়ি যোৱাত বিষ্ণুৱে তেওঁক বধ কৰে। তেওঁৰ পুত্ৰ ভগদত্তই কুৰুক্ষেত্ৰৰ যুদ্ধত কৌৰৱৰ দলীয়া হৈ যুদ্ধ কৰিছিল। (কালিকা পুৰাণ)।

নৰনাৰায়ণ ঃ—ব্ৰহ্মাৰ হৃদয়ৰ পৰা ধৰ্ম্ম নামৰ এটি পুত্ৰৰ জন্ম হয়। এই পুত্ৰটি অতীৱ ধৰ্ম্মনিষ্ঠ আছিল। তেওঁ দক্ষ প্ৰজাপতিৰ দহ গৰাকী কন্যাক বিবাহ কৰে। এই কন্যা দহ গৰাকীৰ ভিতৰত চাৰিটা পুত্ৰ সন্তান হয়। নৰ আৰু নাৰায়ণ এই চাৰিজনৰ দুজন। দুয়োজনেই অতি তেজস্বী আছিল। দুয়ো দুৰ্গম পৰ্ব্বতত কঠোৰ তপস্যা কৰিছিল। ইয়াতে দেৱতাসকল সন্ত্ৰস্ত হৈ পৰিল। ইন্দ্ৰই যেওঁলোকৰ তপো-ভঙ্গৰ বাবে অপসৰা কেইজনীমান পঠিয়াই দিলে। ইয়াত

বিচলিত নহৈ নৰ আৰু নাৰায়ণে তেওঁলোকৰ তপোবল দেখুৱাবলৈ স্থিৰ কৰিলে। নাৰায়ণে নিজৰ আঠুৰ ওপৰত এটা মন্ত্ৰপূত ফুল সংস্থাপিত কৰা মাত্ৰকে সি এগৰাকী অপূৰ্ব্ব সুন্দৰী নাৰীত পৰিণত হ'ল। নাৰীৰ অপৰূপ সৌন্দৰ্য্যত লজ্জিত হৈ ইন্দ্ৰ-প্ৰেৰিত অপসৰাসকল পলাই স্বৰ্গ পালেগৈ। নাৰায়ণৰ উৰুৰ পৰা জন্ম হোৱা বাবে এই সুন্দৰী গৰাকীৰ নাম হ'ল উৰ্ব্বশী। উৰ্ব্বশীৰ সৃষ্টিৰ পাচত ইন্দ্ৰাদি দেৱতাসকলৰ গৰ্ব্ব বহু পৰিমাণে খৰ্ব্ব হয়। ইয়াৰ পাচতো নাৰায়ণে বহু কেই গৰাকী সুন্দৰী অপসৰা সৃজন কৰে। পাচত সেইসকলক তেওঁ স্বৰ্গলৈ পঠিয়াই ইন্দ্ৰৰ সমীপত থকাৰ ব্যৱস্থা কৰে। নৰ আৰু নাৰায়ণেই দ্বাপৰৰ শেষত ক্ৰমে অৰ্জ্জুন আৰু কৃষ্ণৰূপে জন্মগ্ৰহণ কৰে।

কালিকা পুৰাণ মতে শৰভৰূপী মহাদেৱে দণ্ডাঘাতেৰে বিষ্ণুৰ চতুৰ্থ অৱতাৰ নৰসিংহক দ্বিধাবিভক্ত কৰে। পাচত নৰসিংহৰ নৰৰূপী দেহাৰ্দ্ধৰ পৰা মহাতপা নৰৰ আৰু সিংহৰূপী দেহাৰ্দ্ধৰপৰা মহাতপা নাৰায়ণৰ উৎপত্তি হয়।

**নৰসিংহ**ঃ—বিষ্ণুৰ চতুৰ্থ অৱতাৰ। ব্ৰহ্মাৰ বৰত অসুৰ সম্ৰাট হিৰণ্যকশিপুৱে ঘোৰ অত্যাচাৰী আৰু গৰ্ব্বিত হৈ দেৱতা সকলক নানা ধৰণে অপমান কৰিবলৈ আৰম্ভ কৰে। ব্ৰহ্মাৰ বৰতে তেওঁ দেৱতা, অসুৰ, গন্ধৰ্ব্ব আদিৰ দ্বাৰা অবধ্য আছিল, অস্ত্ৰ-শস্ত্ৰ একোৰে দ্বাৰা তেওঁ নিহত নহৈছিল, ৰাতি দিন কোনো কালতে তেওঁক বধ কৰিব পৰা নগৈছিল। ঋষি-মুনি সকলে তেওঁক অভিশাপ দিব নোৱাৰিছিল, অৰ্থাৎ অভিশাপ তেওঁৰ ওপৰত নিষ্ফল হৈছিল। হিৰণ্য-কশিপুৰ চাৰিপুত্ৰৰ অন্যতম প্ৰহ্লাদ অতি বিষ্ণুভক্ত আছিল। সততে বিষ্ণুৰ গুণ-গান কৰা বাবে হিৰণ্যকশিপুৱে প্ৰহ্লাদক নানা ধৰণৰ উৎপীড়ন কৰিছিল। বিষ্ণুৱে বৰাহ

অৱতাৰৰ সময়ত হিৰণ্যকশিপুৰ ভ্ৰাতৃ হিৰণ্যাক্ষক বধ কৰিছিল। ইয়েই হিৰণ্যকশিপুৰ বিষ্ণু বিদ্বেষৰ প্ৰধান কাৰণ হৈ পৰিছিল। প্ৰহ্লাদ ক্ৰমে আৰু বেচি বিষ্ণুভক্ত হৈ পৰাত তেওঁৰ ওপৰত পিতৃৰ অত্যাচাৰৰ মাত্ৰাও ক্ৰমাৎ বাঢ়ি গৈছিল।

শেষত অতি ক্ৰুদ্ধ হৈ দৈত্যৰাজে এদিন পুত্ৰক সুধিলে —"তোৰ ভগৱান কʼত আছে ক—!" প্ৰহ্লাদে বিনীতভাৱে উত্তৰ দিলে—"জল, স্থল সকলোতে তেওঁ বিৰাজমান।" তেতিয়া সন্মুখত থকা স্ফটিক স্তম্ভ এটালৈ আঙুলিয়াই দৈত্যৰাজে পুনৰ সুধিলে—"ইয়াৰ ভিতৰতো তোৰ ভগৱান আছে নেকি?" প্ৰহ্লাদে একেদৰে উত্তৰ দিলে—"তেওঁ যেহেতু সকলোতে বিৰাজমান, এই স্তম্ভটোৰ ভিতৰতো তেওঁ নিশ্চয় আছে।" উত্তৰ শুনি অতি ক্ৰুদ্ধ হৈ হিৰণ্যকশিপুৱে গোৰ মাৰি স্ফটিক স্তম্ভটো ভাঙি পেলোৱা মাত্ৰকে তাৰ ভিতৰৰ পৰা অৰ্দ্ধেক মানুহ আৰু অৰ্দ্ধেক সিংহৰ আকৃতি লৈ বিষ্ণুৰ নৰসিংহ মূৰ্ত্তিৰ আবিৰ্ভাৱ হয় আৰু ভীম গৰ্জ্জনেৰে হিৰণ্যকশিপুক আক্ৰমণ কৰি তেওঁক উৰুৰ ওপৰত পেলাই লৈ দিন আৰু ৰাতিৰ সন্ধিক্ষণত নখেৰে বুকু বিদীৰ্ণ কৰি তেওঁ হিৰণ্যকশিপুক বধ কৰে। পাচত তেওঁ ভক্ত প্ৰহ্লাদক সিংহাসনত সংস্থাপন কৰে।

নৰহৰি ঃ— নৰসিংহৰ আন এটা নাম।

নাভি ঃ-জম্বুদ্বীপৰ অধিপতি। ৰজা আগ্নীধ্ৰৰ ঔৰসত আৰু পূৰ্ব্বচিত্তি নামৰ অপসৰাৰ গৰ্ভত তেওঁৰ জন্ম হয়। আগ্নীধ্ৰৰ নৱপুত্ৰৰ তেওঁ সৰ্ব্বজ্যেষ্ঠ। বাকী আঠজন হʼল—কিম্পুৰুষ, হৰিবৰ্ষ, ইলাবৃত, হিৰন্ময়, কুৰু, ভদ্ৰাশ্ব, ৰম্যক আৰু কেতুমাল। নাভিৰ মহিষীৰ নাম মেৰুদেৱী। বহুদিনলৈ সন্তান সন্ততি নোহোৱা বাবে তেওঁ পুত্ৰাৰ্থে এটা হৰি-যজ্ঞৰ আয়োজন কৰে। দেশৰ বিশিষ্ট

ঋষি আৰু ব্ৰাহ্মণ সকলক নিমন্ত্ৰণ কৰি যজ্ঞ সমাধা কৰা হয়। যজ্ঞত সন্তুষ্ট হৈ স্বয়ং নাৰায়ণে চতুৰ্ভুজ মূৰ্ত্তিৰে যজ্ঞস্থলীত উপস্থিত হয়। তেতিয়া ঋত্বিক সকলেৰে (পুৰোহিত) সৈতে তেওঁ বিষ্ণুক পাদ্য অৰ্ঘ্যেৰে পূজা কৰি সাষ্টাঙ্গে প্ৰণিপাত জনাই নানা ধৰণে ভগৱানৰ গুণ কীৰ্ত্তন কৰি পুত্ৰ কামনা কৰে। নাৰায়ণে ৰজাক তেওঁৰদৰেই পুত্ৰ এটি লাভ কৰিব বুলি বৰদান কৰে। কালক্ৰমত ভগৱানে নিজে মেৰুদেৱীৰ গৰ্ভত স্থিত লয় আৰু তেওঁলোকৰ ঋষভ নামে মহা ধাৰ্ম্মিক পুত্ৰ এটিৰ জন্ম হয়। ঋষভ ভগৱানৰ চতুৰ্ব্বিংশতি অৱতাৰৰ অন্যতম। যথা সময়ত ঋষভৰ হাতত ৰাজ্যভাৰ অৰ্পন কৰি তেওঁ মহিষী সহিতে বদৰিকা-শ্ৰমত তপস্যাৰত হয় আৰু অন্তিম কালত মহাগতি লাভ কৰে।

নাৰদ ঃ—হৰিবংশমতে নাৰদ ব্ৰহ্মাৰ মানস পুত্ৰ। প্ৰজা স্ৰজন কৰিবলৈ অভিলাষী হৈ ব্ৰহ্মাই মৰীচি, অত্ৰি, স্কন্দ প্ৰভৃতি আৰু পাচত সনক, সনন্দ, সনাতন, সনৎকুমাৰ, নাৰদ আৰু ৰুদ্ৰদেৱক স্ৰজন কৰে।

নাৰদ ত্ৰিকালজ্ঞ, ত্ৰিকালদৰ্শী আৰু বেদজ্ঞ তপস্বী আছিল। নাৰ শব্দৰ অৰ্থ হ'ল পানী। তৰ্পণৰবাবে সৰ্ব্বদা তেওঁ জল দান কৰিছিল বাবে তেওঁৰ নাম নাৰদ হয়। সংগীতৰ প্ৰতি অনুৰাগী হৈ ব্ৰহ্মাৰ ওচৰত তেওঁ সংগীত শিক্ষা কৰে। পাচত তুম্বুৰু নামৰ গন্ধৰ্ব্ব এজনৰ গীত শুনি নিজৰ সংগীত-জ্ঞান অসম্পূৰ্ণ বোধ কৰাত বিষ্ণুৰ আদেশত তেওঁ উলুকেশ্বৰ নামৰ গন্ধৰ্ব্ব এজনৰ ওচৰত সংগীত শিক্ষা কৰে। অৱশেষত শ্ৰীকৃষ্ণৰ অনুগ্ৰহত তেওঁ জ্ঞানযোগ, গীতা যোগ আৰু উপদেশামৃত শ্ৰৱণ কৰি ব্ৰহ্মানন্দ লাভ কৰে। মহাভাৰতত তেওঁ এজনা মন্ত্ৰদ্ৰষ্টা

ঋষিৰূপে অভিহিত হৈছে। তেওঁৰ বাহন হল ঢেকী। কিন্তু শাস্ত্ৰত ইয়াৰ কোনো প্ৰমাণ পোৱা নেযায়।

বীনা হস্তে নাৰদে ত্ৰিভুৱনত ভ্ৰমৰি ফুৰে আৰু বীনা বজাই গীত গাই গাই সকলোকে মোহিত কৰে। সংবাদ দান, পৰামৰ্শদান, যুদ্ধ-বিগ্ৰহ সংঘটন আৰু বিবাহাদি সংঘটনত তেওঁৰ কৃতিত্ব অসাধাৰণ। নানা ধৰণৰ খা-খবৰ দিয়াত, দীক্ষা দান কৰাত, নীতি-নিয়ম ব্যাখ্যা কৰাত, পৰামৰ্শ আদি দিয়াত তেওঁ সততে নিজকে ব্যস্ত ৰাখিছিল। শিৱৰ বিয়াত তেওঁ আছিল ঘটক, ধ্ৰুৱৰ তপস্যাৰ তেওঁ আছিল মন্ত্ৰণাদাতা, দক্ষৰ দৰ্পচূৰ্ণৰ গুৰিতে আছিল তেওঁ, পাৰিজাত হৰণৰ যত কুটৰ ঘায়ো আছিল তেওঁ। তেওঁৰ বিষয়ে বহুতো হাস্য-মধুৰ কাহিনী আছে। তেওঁ পঞ্চৰাত্ৰ নামে তন্ত্ৰৰ প্ৰচাৰ কৰিছিল। শিৱ আৰু শক্তিৰ উপাসনা প্ৰচাৰ আৰু বিস্তাৰ কৰা শাস্ত্ৰ সমূহেই হ'ল তন্ত্ৰ। সৰ্ব্বমুঠ ১৯২ খন তন্ত্ৰ আছে বুলি জনা যায়। পঞ্চৰাত্ৰ তন্ত্ৰ সেই সমূহৰ অন্যতম। নাৰদে নাৰদ পুৰাণ, নাৰদীয় স্মৃতি আদিও ৰচনা কৰিছিল।

নাৰায়ণ ঃ—বিষ্ণুৰ এটা ৰূপ। মহাপ্ৰলয়ৰ সময়ত বিষ্ণুৱে মনুষ্য-দেহধাৰী নাৰায়ণ ৰূপে শেষনাগৰ কোলাত শুই আছিল। তেতিয়াই তেওঁৰ নাভিৰ পৰা পদুম ফুল এটি ওলাই আছে। সেই ফুলৰ পৰা ব্ৰহ্মাৰ উদ্ভৱ হয়। (নাৰ + অয়ন = নাৰায়ণ। নাৰ শব্দৰ অৰ্থ পানী আৰু অয়ন মানে বাট।) ঈশ্বৰে প্ৰথমতে জল সৃজি তাৰ ওপৰতে নিজে প্ৰকাশিত হৈ আছিল। পাচত জীৱ-জন্তুৰ সৃষ্টি হয়। এতেকে সেই নাম।

নিৰঞ্জন ঃ—যাৰ অঞ্জন অৰ্থাৎ মল কিম্বা অন্ধকাৰ নাই তেওঁ নিৰঞ্জন। অৰ্থাৎ নিৰ্ম্মল, তেজোময় আৰু দীপ্তিমন্ত। এতেকে ভগৱান বিষ্ণু।

নিশঠ ঃ—বলৰামৰ পুত্ৰ। ৰেৱতীৰ গৰ্ভত তেওঁ জন্মগ্ৰহণ কৰে। যদুবংশ ধ্বংসৰ সময়ত ভায়েক উল্মুকৰ লগত যুদ্ধ কৰি দুয়ো নিহত হয়।

নৃগ ঃ—সকলো সময়তে যজ্ঞ আৰু নানা সৎকৰ্ম্মত লিপ্ত থকা এজনা ৰজা। এবাৰ অগ্নিহোত্ৰী নামৰ ব্ৰহ্মণ এজনৰ গৰু এটা দলভ্ৰষ্ট হৈ ৰজাৰ এককোটী গৰুৰ মাজত সোমালহি। ৰজাই আন এজন ব্ৰাহ্মণক তেওঁৰ সমস্ত গৰু দান কৰাৰ সময়ত ভুলতে সেই গৰুটোও গ'ল। অগ্নিহোত্ৰীয়ে সেই ব্ৰাহ্মণৰ ওচৰত নিজৰ গৰুটো বিচাৰি পাই ৰজা নৃগৰ ওচৰত গোচৰ দিলেহি। ৰজাই ব্ৰাহ্মণক অগ্নিহোত্ৰীৰ গৰুটো ঘুৰাই দিবলৈ অনুৰোধ জনালে। ব্ৰাহ্মণ মান্তি নহ'ল। তেতিয়া ৰজাই সেই গৰুটোৰ সলনি এহেজাৰ গৰু দান লবলৈ অগ্নিহোত্ৰীৰ ওচৰত প্ৰস্তাৱ কৰিলে। অগ্নিহোত্ৰীয়ে ৰজাৰ দান গ্ৰহণ নকৰিলে। কালক্ৰমত ৰজাৰ মৃত্যু হ'লত যমলোকত যমে ৰজাক কলে যে ৰজাৰ পুণ্য যথেষ্ট আছে যদিও পাপো নোহোৱা নহয়। গতিকে ৰজাই কিহৰ ফল প্ৰথমতে ভোগ কৰিব। পাপৰ নে পুণ্যৰ? ৰজাই প্ৰথমে পাপৰ ফল ভোগ কৰিব খুজিলত যমে তেওঁক কৃকলান (?) ৰূপে এহেজাৰ বছৰ নাদৰ ভিতৰত বাস কৰাৰ বিধান দিলে। শ্ৰীকৃষ্ণই তেওঁক উদ্ধাৰ কৰিলতহে তেওঁ স্বৰ্গলৈ যায়।

নৃসিংহ ঃ—নৰসিংহৰ আন এটা নাম। নৃ শব্দৰ অৰ্থ মানুহ বা নৰ। এতেকে আধা মানুহ আৰু আধা সিংহৰ আকৃতিৰ যি পুৰুষ তেৱেঁই নৃসিংহ। ( নৰসিংহ দ্ৰষ্টব্য )।

পতঙ্গ ঃ—দৈৱকীৰ আঠজন পুত্ৰৰ অন্যতম। ওপোজাৰ পাচতে কংসৰ হাতত তেওঁৰ মৃত্যু হয়।

( স্মৰীচি দ্ৰষ্টব্য )।

পদ্মা ঃ—(১) লক্ষ্মীৰ আন এটা নাম পদ্মা।

(২) মনসাদেৱীৰো আন এটা নাম পদ্মা বা পদ্মাৱতী।

(৩) কল্কি অৱতাৰত ভগৱানে বৃহদ্ৰথ ৰজাৰ কন্যা পদ্মাক বিয়া কৰাব।

পৰশুৰাম ঃ—বিষ্ণুৰ অন্যতম অৱতাৰ। ত্ৰেতা যুগত ক্ষত্ৰিয় সকলৰ অত্যাচাৰ দমন কৰিবলৈ ঋষি জমদগ্নিৰ ঔৰসত আৰু তৎপত্নী ৰেণুকাৰ গৰ্ভত তেওঁ জন্মগ্ৰহণ কৰে। পিতৃৰ বংশ-পৰিচয়ৰ ফালৰপৰা তেওঁ ভৃগু-বংশোদ্ভূত বাবে তেওঁক ভাৰ্গৱ নামেও জনা যায়। জমদগ্নিৰ পাঁচ পুত্ৰ,—বসু, বিশ্ববসু, বৃহৎভানু, বৃহৎকণ্ব আৰু পৰশুৰাম। পৰশুৰাম সৰ্ব্ব কনিষ্ঠ।

এদিন মাৰ্ত্তিকাৱত দেশৰ ৰজা গন্ধৰ্ব্ব চিত্ৰৰথে সস্ত্ৰীক জলবিহাৰ কৰা দেখিবলৈ পাই পৰশুৰামৰ মাতৃ ৰেণুকা কামস্পৃহ হৈ পৰে। পত্নীৰ এই মানসিক বিকাৰ সহ্য কৰিব নোৱাৰি জমদগ্নিয়ে এজন এজনকৈ আটাই কেইজন পুত্ৰকে মাতি আনি মাকক হত্যা কৰিবলৈ আদেশ দিয়ে। প্ৰথম চাৰিজন পুত্ৰ এই কাৰ্য্য কৰিবলৈ অসন্মত হলত ঋষিয়ে তেওঁলোকক পশু-পক্ষীৰদৰে জড়বুদ্ধি সম্পন্ন হবলৈ অভিশাপ দিয়ে। কনিষ্ঠ পৰশুৰামে পিতৃৰ আদেশ পোৱা মাত্ৰকে কুঠাৰেৰে মাতৃৰ শিৰশ্ছেদ কৰে। পৰম প্ৰীত হৈ পিতৃয়ে পৰশৰামক বৰ দিবলৈ ইচ্ছা প্ৰকাশ কৰাত তেওঁ এই কেইটা বৰ প্ৰাৰ্থনা কৰে—(১) জমদগ্নিৰ তপঃ প্ৰভাৱত মাতৃ ৰেণুকাই যেন আকৌ জীৱন পাই পুত্ৰসকলৰ লগত বসবাস কৰিব পাৰে। (২) পৰশুৰামৰ মাতৃ-হত্যাৰ স্মৃতি যেন মাকৰ মনত নেথাকে। (৩) যুদ্ধত যেন পৰশুৰাম অজেয় হয়। (৪) মাতৃহত্যা কৰাবাবে তেওঁৰ যেন কোনো পাপ নহয়। (৫) ককায়েকসকলে যেন তেওঁলোকৰ স্বাভাৱিক অৱস্থা ঘূৰাই পায়।

পুত্ৰ সকলৰ অনুপস্থিতিৰ সুযোগ লৈ এবাৰ ৰজা কাৰ্ত্তবীৰ্য্যই জমদগ্নিৰ আশ্ৰমত প্ৰৱেশ কৰি সবলে হোম-ধেনুৰ বৎসবোৰ অপহৰণ কৰে আৰু আশ্ৰমখনো বিপৰ্য্যস্ত কৰি পেলাই যায়। পিচত পিতৃৰপৰা সকলো কথা শুনি পৰশুৰামে কাৰ্ত্তবীৰ্য্যক আক্ৰমণ কৰে আৰু তীক্ষ্ন ভল্লৰ আঘাতেৰে তেওঁৰ সহস্ৰ বাহু ছেদন কৰি তেওঁক বধ কৰে। প্ৰতিশোধৰূপে কাৰ্ত্তবীৰ্য্যৰ পুত্ৰ সকলেও সুযোগ বুজি জমদগ্নিৰ আশ্ৰম আক্ৰমণ কৰি তপস্যাৰত জমদগ্নিক হত্যা কৰে। ইয়াতে ঘৃতাহুতি হৈ পৰশুৰামে প্ৰতিজ্ঞা কৰে যে তেওঁ কাৰ্ত্তবীৰ্য্যৰ পুত্ৰসকলক তো বধ কৰিবই, পৃথিৱীৰ সমস্ত ক্ষত্ৰিয়কে বধ কৰি তেওঁ ধৰাধাম নিক্ষত্ৰিয় কৰিব। যেই পণ সেই কাম। সমস্ত পৃথিৱীতে একৈশ বাৰ তেওঁ অভিযান চলাই ক্ষত্ৰিয়কুল ধ্বংস কৰে। সমস্ত পঞ্চক প্ৰদেশত তেওঁ ক্ষত্ৰিয়ৰ তেজেৰে পাঁচটা ৰুধিৰময় হ্ৰদ প্ৰস্তুত কৰি তাত পিতৃসকলৰ তৰ্পণ কৰে। অৱশেষত পিতামহ ঋচীকৰ অনুৰোধত তেওঁ ক্ষত্ৰিয়-হত্যাৰ পৰা বিৰত হয়। তেওঁ এটা মহা যজ্ঞৰ আয়োজন কৰি কশ্যপক এখন স্বৰ্ণময় বেদী দান কৰে। কশ্যপৰ নিৰ্দ্দেশমতে ব্ৰাহ্মণসকলে সেই স্বৰ্ণবেদী খণ্ড খণ্ডকৈ ভগাই লয়। সেয়ে ব্ৰাহ্মণৰ আন এটা নাম হ'ল খাণ্ডবায়ন। শেষত পৰশুৰামে সমস্ত পৃথিৱী গুৰু কশ্যপক দান দিয়ে। তেওঁ নিজে মহেন্দ্ৰ পৰ্ব্বতত বসবাস কৰিবলৈ লয়।

পৰশুৰামে ভীষ্ম আৰু দ্ৰোণক অস্ত্ৰবিদ্যা শিকায়। বিশেষ বিশেষ অস্ত্ৰলাভৰ বাবে বহু বছৰ কাল মহাদেৱৰ তপস্যা কৰি মহাদেৱৰ পৰা তেওঁ তেজোময় পৰশু অস্ত্ৰ লাভ কৰে। নীচ জাতীয় বুলি দ্ৰোণাচাৰ্য্যই কৰ্ণক অস্ত্ৰ বিদ্যা শিকাবলৈ অমান্তি হোৱাত কৰ্ণই ব্ৰাহ্মণৰ বেশেৰে

পৰশুৰামৰ ওচৰত ব্ৰহ্মাস্ত্ৰৰ শিক্ষা লয়। এদিন কৰ্ণৰ আঠুত মূৰ থৈ পৰশুৰাম শুই আছিল। এনেতে অৰ্জুনৰ হিতকাঙ্ক্ষী ইন্দ্ৰই এটা কীটৰ ৰূপ লৈ কৰ্ণৰ আঠুত কামুৰি দিলেহি। গুৰুৰ নিদ্ৰাভঙ্গৰ আশঙ্কাত অসহ্য যন্ত্ৰণা সহ্য কৰিও অলৰ অচৰ হৈ কৰ্ণই নীৰৱে বহি ৰল। নিদ্ৰা-ভঙ্গৰ পাচত শিষ্যৰ সহিষ্ণুতা দেখি পৰশুৰামে কৰ্ণক সুধিলে—"তুমি নিশ্চয় ব্ৰাহ্মণ নোহোৱা। সচাঁ কোৱা! তুমি কোন?" কৰ্ণই নিজৰ পৰিচয় দিলত ক্ৰুদ্ধ হৈ পৰশুৰামে কৰ্ণক অভিশাপ দিলে—"কপট উপায়েৰে তুমি মোৰ পৰা ব্ৰহ্মাস্ত্ৰৰ শিক্ষা লৈছা। সেয়ে ৰথা সময়ত এই অমোঘ ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ কৰিবলৈ লওঁতে তোমাৰ বিস্মৃতি আহিব। কিয়নো বেদমন্ত্ৰযুক্ত অস্ত্ৰ অব্ৰাহ্মণৰ ওচৰত স্থায়ী নহয়।"

ৰামায়ণত আছে যে ৰামে হৰধনু ভঙ্গ কৰি সীতাক বিবাহ কৰি অযোধ্যালৈ ওভোটাৰ পথত পৰশুৰামৰ লগত সাক্ষাৎ হয়। পৰশুৰামে ক্ৰুদ্ধভাৱে ৰামক কলে—"তুমি হৰধনু ভঙ্গ কৰি ৰৰ মুনিষাই দেখুৱাইছা। মোৰ হাতত বৈষ্ণৱ ধনু আছে। ইয়াক ভাঙি তোমাৰ প্ৰকৃত বীৰত্ব দেখুওৱা। বৈষ্ণৱ ধনু ভাঙিব পাৰিলে মই তোমাৰ লগত দ্বন্দ-যুদ্ধত অৱতীৰ্ণ হম।" ৰামে তেওঁৰ হাতৰ পৰা বৈষ্ণৱ ধনু লৈ অনায়াসে তাত শৰ সংযোজনা কৰে আৰু পৰশুৰাম তপস্যা-অৰ্জ্জিত সমস্ত লোক বিনষ্ট কৰি পেলায়। এইদৰে পৰশুৰামৰ তেজ অপহৃত হোৱাত তেওঁ জড়বৎ নিবীৰ্য্য হৈ পৰে। পাচত ৰামক পূজা আৰু প্ৰদক্ষিণ কৰি তেওঁ মহেন্দ্ৰ পৰ্ব্বতলৈ গুচি যায়।

গণেশ একদন্ত হোৱাৰ মূলতেও পৰশুৰামেই। ব্ৰহ্ম-বৈৱৰ্ত্ত পুৰাণ মতে এদিন পৰশুৰাম মহাদেৱৰ লগত সাক্ষাৎ

কৰিবলৈ কৈলাশলৈ আহিল। সেই সময়ত শিৱ পাৰ্ব্বতী অন্তঃপুৰত নিদ্ৰিত আছিল। দ্বাৰ ৰক্ষক ৰূপে থকা গণেশে পৰশুৰামক ভিতৰলৈ যোৱাত বাধা দিয়ে। ফলত গণেশ আৰু পৰশুৰামৰ মাজত যুদ্ধ হয়। পৰশুৰামে কুঠাৰৰ আঘাতেৰে গণেশৰ এটা দাঁত সমূলে উভালি পেলায়। তেতিয়াৰে পৰা গণেশ একদন্ত।

পৰিস্বঙ্গ ঃ—দৈৱকীৰ আঠজন পুত্ৰৰ অন্যতম। কংসৰ হাতত তেওঁ প্ৰাণ হেৰুৱায়। (মৰীচি দ্ৰষ্টব্য)।

পৰীক্ষিত ঃ –এজন চন্দ্ৰ বংশীয় ৰজা। তেওঁ তৃতীয় পাণ্ডৱ অৰ্জ্জুন আৰু সুভদ্ৰাৰ পৌত্ৰ আৰু অভিমন্যু আৰু উত্তৰাৰ পুত্ৰ। কুৰুক্ষেত্ৰৰ যুদ্ধত দ্ৰোণ নিহত হোৱাত অশ্বত্থামাই পাণ্ডৱ নিৰ্ম্মূল কৰাৰ অভিযান চলাই দ্ৰৌপদীৰ পুত্ৰসকলক নিৰ্ম্মমভাৱে হত্যা কৰে। অশ্বত্থামাৰ প্ৰযোজিত ব্ৰহ্মাস্ত্ৰই পৰীক্ষিতকো মাতৃগৰ্ভতে মাৰি পেলায়। পিচত শ্ৰীকৃষ্ণই নিজৰ তেজৰ দ্বাৰা গৰ্ভতে তেওঁক পুনৰ্জীৱিত কৰে। সেয়ে পৰীক্ষিতৰ আন এটা নাম দেৱৰাৎ। পাণ্ডৱসকলৰ ক্ষয়প্ৰাপ্ত অৱস্থাত জন্ম পোৱা বাবে শ্ৰীকৃষ্ণই তেওঁৰ নাম পৰীক্ষিত থৈছিল। নিচেই লৰা কালতে তেওঁক ৰাজ্যভাৰ দি পাণ্ডৱসকলে মহাপ্ৰস্থান লৈ যাত্ৰা কৰে। সেই সময়ত কৃপাচাৰ্য্যই তেওঁৰ ৰক্ষক আৰু প্ৰতিনিধিৰূপে হস্তিনাৰ শাসন কাৰ্য্য চলায়। কৃপাচাৰ্য্যৰ পৰাই তেওঁ যাবতীয় শিক্ষা লাভ কৰে আৰু যথাসময়ত ৰাজ্যভাৰ লৈ কৃপাচাৰ্য্যকে পুৰোহিত বৰণ কৰি অশ্বমেধ যজ্ঞ কৰে। তেওঁৰ মহিষীৰ নাম মাদ্ৰৱতী। জন্মেজয় প্ৰমুখ্যে চাৰিজন পুত্ৰৰ তেওঁ পিতৃ আছিল।

এদিন মৃগয়ালৈ গৈ বাণবিদ্ধ হৰিণ এটাৰ পাচে পাচে খেদি খেদি ভোকনিয়াহত অস্থিৰ হৈ দুপৰীয়া তেওঁ

শমীক ঋষিৰ আশ্ৰমত উপস্থিত হয়। তপস্যাৰত মৌনব্ৰতী শমীকে তেওঁক সোধ পোচ নকৰা বাবে অপমানিত বোধ কৰি খঙতে ৰজাই ঋষিৰ ডিঙিত মৰা-সাপ এডাল পিন্ধাই দি গুচি আহে। শমীকৰ বালক পুত্ৰ শৃঙ্গীয়ে পিতাকৰ এই অপমানৰ কথা অৱগত হ'লত খঙত একো নাই হৈ অভিশাপ দিয়ে যে যিজনে তেওঁৰ নিৰপৰাধ পিতৃক এইদৰে অপমান কৰিলে তেওঁৰ সাতদিনৰ ভিতৰত তক্ষকৰ দংশনত মৃত্যু হব।

ব্ৰহ্মশাপ অব্যৰ্থ জানি ৰজা পৰীক্ষিত মৃত্যুলৈ সাজু হ'ল। মাত্ৰ এটা স্তম্ভৰ ওপৰত সুৰক্ষিত প্ৰাসাদ নিৰ্ম্মাণ কৰি সৰ্প-বিষ চিকিৎসকসকলৰ দ্বাৰা পৰিবৃত হৈ তেওঁ থাকিবলৈ ললে। ইফালে ব্ৰাহ্মণসকলে নানা ধৰ্ম্মকথা শুনাবলৈ ধৰিলে। শুকদেৱে তেওঁক ভাগৱৎ শুনালে। সাত দিনত সম্পূৰ্ণ ভাগৱত-শ্ৰৱণ শেষ হ'ল। সাত দিনৰ দিনা তক্ষকৰ আদেশত কেইটামান নাগে তপস্বীৰ বেশ লৈ আহি ৰজাক ফল-মূল উপহাৰ দিলে। ফল গ্ৰহণ কৰি তাৰে এটাত কামোৰ মৰা মাত্ৰকে তাৰপৰা সুতা যেন সাপ এডাল ওলাই তৎক্ষণাৎ তক্ষকৰ ৰূপ ধৰি ৰজাক দংশন কৰিলে। এইদৰে শৃঙ্গীৰ অভিশাপ ফলিয়ালে আৰু ৰজা পৰীক্ষিতৰ মৃত্যু হ'ল।

পশুপতি ঃ—মহাদেৱৰ আন এটা নাম। পশু অৰ্থাৎ সকলো জীৱৰে যিজনা গৰাকী বা পতি তেৱেঁই হ'ল পশুপতি। ৰুদ্ৰ বা মহাদেৱৰ যি কোনো মূৰ্ত্তিকে পশুপতি নামেৰে অভিহিত কৰা হয়।

প্ৰজাপতি ঃ—ব্ৰহ্মাৰ আন এটা নাম (ব্ৰহ্মা দ্ৰষ্টব্য)। বেদত ইন্দ্ৰ, সাবিত্ৰী, সোম, হিৰণ্য গৰ্ভ আৰু অন্যান্য দেৱতাকো প্ৰজাপতি বোলা হৈছে। ব্ৰহ্মাৰ পুত্ৰ বাবে আৰু দহজনা

ঋষিৰ সৃষ্টিকৰ্ত্তা বাবে স্বয়ম্ভূব মনুকো প্ৰজাপতি বোলা হয়। মৰীচি, অত্ৰি, অঙ্গীৰা, পুলসত্য, পুলহ, ক্ৰতু, বশিষ্ঠ, দক্ষ, ভৃগু আৰু নাৰদ—এই দহজন ব্ৰহ্মাৰ মানস পুত্ৰ। এওঁ লোকৰ পৰাই মানৱ প্ৰমুখ্যে জীৱসমূহৰ সৃষ্টি হৈছে। এওঁ লোকক প্ৰজাপতি বোলা হয়।

প্ৰদ্যুম্ন ঃ—ৰুক্মিনীৰ গৰ্ভজাত শ্ৰীকৃষ্ণৰ পুত্ৰ। শিৱৰ কোপানলত ভস্মীভূত হোৱা কামদেৱে শিৱৰ আশীৰ্ব্বাদতে প্ৰদ্যুম্ন ৰূপে জন্ম গ্ৰহণ কৰে আৰু কামদেৱ-পত্নী ৰতিয়ে মায়াৱতী হৈ জন্ম লয়। জন্মৰ সাতদিনৰ দিনা তেওঁক শম্বৰ নামৰ দৈত্য এজনে হৰণ কৰি লৈ যায়। শম্বৰৰ পত্নী মায়াৱতীয়ে তেওঁক তুলি আনি ডাঙৰ দীঘল কৰে; সেয়ে তেওঁৰ আন এটা নাম হয় শাম্ব। মায়াৱতীয়ে পিচত জানিব পাৰিলে যে এই নৱজাতকেই তেওঁৰ পূৰ্ব্ব জন্মৰ স্বামী। তেতিয়া দুয়োৰো মাজত প্ৰণয় গঢ়ি উঠে। প্ৰদ্যুম্নই শম্বৰক বধ কৰি মায়াৱতীক লৈ দ্বাৰকালৈ গুচি যায়। তেওঁ মায়াৱতীক বিয়া কৰায়। ইয়াৰ পাচত তেওঁ মোমায়েক ৰুক্মৰ কন্যা বৈদৰ্ভীৰ স্বয়ম্বৰ সভালৈ যাওঁতে বৈদৰ্ভীয়েও তেওঁক স্বামী বৰণ কৰে। বৈদৰ্ভীৰ গৰ্ভতে তেওঁৰ অনিৰুদ্ধ নামৰ পুত্ৰৰ জন্ম হয়। প্ৰদ্যুম্নই বজ্ৰ নামৰ অসুৰ এজনৰ কন্যা প্ৰভাৱতীকো বিয়া কৰায়। তেওঁ বৰ বীৰ আছিল আৰু ভালে কেইখন যুদ্ধত শ্ৰীকৃষ্ণৰ প্ৰধান সহায়ক হৈছিল। যদু-বংশৰ ধ্বংসৰ সময়ত তেওঁৰো বিনাশ হয়।

প্ৰমথ পতি ঃ—মহাদেৱৰ আন এটা নাম। তেওঁৰ অনুচৰ বা পাৰিষদসকলক প্ৰমথ বোলা হয়। এতেকে প্ৰমথসকলৰ পতিজনেই হ'ল প্ৰমথ পতি—এতেকে মহাদেৱ।

প্ৰলম্ব ঃ—কংসৰ আশ্ৰিত এজন প্ৰখ্যাত অসুৰ। এদিন শ্ৰীকৃষ্ণ আৰু বলোৰামে গোপ-বালকসকলৰ লগত খেলি থাকোতে

তেৱোঁ বালকৰ ৰূপ লৈ তেওঁলোকৰ লগত খেলিবলৈ ধৰে। কৃষ্ণই প্ৰলম্বৰ বেয়া অভিপ্ৰায়ৰ কথা বুজিব পাৰি তেওঁ-লোকে খেলা মালযুঁজৰ এনে নিয়ম কৰিলে যে পৰাজিত জনে বিজয়ীজনক কান্ধত লৈ ফুৰিব লাগিব। প্ৰলম্বই বলোৰামৰ লগত মালযুঁজ খেলি হাৰিল। গতিকে তেওঁ বলোৰামক কান্ধত তুলি লৈ ফুৰিব লগা হ'ল। প্ৰলম্বই বলোৰামক এফলীয়াকৈ লৈ গৈ মাৰি পেলোৱাৰ বুদ্ধি কৰিলে। তেওঁৰ কু-অভিপ্ৰায় বুজিব পাৰি বলোৰামে নিজৰ শৰীৰৰ ওজন ইমান বেচি কৰিলে যে প্ৰলম্বই আৰু সেইভাৰ কাঢ়িয়াব নোৱৰা হ'ল। বলোৰামক কান্ধৰপৰা পেলাই দি প্ৰলম্বই নিজ মূৰ্ত্তি ধাৰণ কৰি বলোৰামক আক্ৰমণ কৰিলে। দ্বন্দযুদ্ধত প্ৰলম্ব নিহত হ'ল।

পৱন :—বায়ুৰ আন এটা নাম। তেওঁ উত্তৰ পশ্চিম দিশ বা বায়ুকোণৰ অধিপতি। ঊনপঞ্চাশ বায়ু তেওঁৰ আশ্ৰিত। তেওঁৰ ঔৰসত আৰু বানৰশ্ৰেষ্ঠ কেশৰীৰ পত্নী অঞ্জনাৰ গৰ্ভত হনুমানৰ আৰু পাণ্ডুপত্নী কুন্তীৰ গৰ্ভত ভীমৰ জন্ম হয়। (বায়ু দ্ৰষ্টব্য)।

প্ৰসেনজিৎ :—যদু বংশীয় ৰজা নিঘ্নৰ পুত্ৰ। তেওঁৰ ককায়েকৰ নাম সত্ৰাজিত। সত্ৰাজিতে সূৰ্য্যৰপৰা এটা অতি প্ৰভাৱশালী মণি লাভ কৰে। মণিটো তেওঁ প্ৰসেনজিতক দান কৰে। মণিটো পিন্ধি প্ৰসেনজিৎ মৃগয়া কৰিবলৈ বনলৈ যায় আৰু তাতে এটা সিংহই তেওঁক বধ কৰি মণিটো লৈ যায়।

প্ৰহ্লাদ :—দৈত্যৰাজ হিৰণ্যকশিপু আৰু তেওঁৰ পত্নী কয়াধুৰ কনিষ্ঠ পুত্ৰ। হিৰণ্যকশিপুৰ গুৰু আছিল শুক্ৰাচাৰ্য্য। শুক্ৰাচাৰ্য্যৰ দুই পুত্ৰ ষণ্ড আৰু অমৰ্কই হিৰণ্যকশিপুৰ ৰাজপ্ৰাসাদতে থাকিছিল। প্ৰহ্লাদে ষণ্ড আৰু অমৰ্কৰ ওচৰত বিদ্যা শিক্ষা কৰে। তেওঁ একান্ত বিষ্ণুভক্ত

আছিল। কিন্তু হিৰণ্যকশিপু আছিল বিষ্ণু বিদ্বেষী। হিৰণ্যকশিপুৱে প্ৰহ্লাদক বিষ্ণুভক্তিৰ পৰা বিৰত কৰিবলৈ সকলো উপায় অৱলম্বন কৰি ব্যৰ্থ হয়। সেয়ে তেওঁ পুতেকক নানা ধৰণৰ শাস্তি দিয়ে। যেনে—খড়্গৰ দ্বাৰা কটায়, হাতীৰ দ্বাৰা গচকায়, অগ্নিত নিক্ষেপ কৰে, পৰ্ব্বতৰ ওপৰৰ পৰা সাগৰত পেলাই দিয়ে, সাপৰ বিষ প্ৰয়োগ কৰে-ইত্যাদি। কিন্তু প্ৰহ্লাদ অক্ষত হৈ ৰয়। দৈত্যৰাজে তেতিয়া প্ৰহ্লাদক কোনে ৰক্ষা কৰে বুলি সোধাত তেওঁ হৰিয়ে ৰক্ষা কৰে বুলি উত্তৰ দিয়ে। "হৰি ক'ত থাকে?" —দৈত্যৰাজৰ প্ৰশ্ন। "তেওঁ সকলোতে বিৰাজমান"—প্ৰহ্লাদৰ উত্তৰ। দৈত্যৰাজে তেতিয়া ৰাজ সভাৰ স্ফটিক-স্তম্ভ এটালৈ আঙুলিয়াই কলে—"ইয়াত তোৰ হৰি আছেনে?" প্ৰহ্লাদে উত্তৰ দিলে—"নিশ্চয় আছে।" হিৰণ্যকশিপুৱে তেতিয়া পদাঘাতেৰে স্তম্ভটো ভাঙি দিয়ে আৰু তাৰ পৰা ভগৱানে নৰসিংহ ৰূপে অৱতীৰ্ণ হৈ হিৰণ্য-কশিপুক বধ কৰে। পিতাকৰ মৃত্যুৰ পাচত প্ৰহ্লাদে বহুকাল ধৰি ৰাজত্ব কৰে। তেওঁৰ পুত্ৰৰ নাম বিৰোচন।

পাঞ্চজন্য ঃ—এজন দুৰ্দ্দান্ত অসুৰ। শ্ৰীকৃষ্ণই তেওঁক নিহত কৰে। তেওঁৰ হাৰৰ পৰাই শ্ৰীকৃষ্ণৰ পাঞ্চজন্য শংখ প্ৰস্তুত হয়।

পাণ্ডু ঃ—চন্দ্ৰবংশীয় শান্তনু নন্দন বিচিত্ৰবীৰ্য্যৰ দ্বিতীয় ক্ষেত্ৰজ পুত্ৰ। ব্যাসদেৱৰ ঔৰসত আৰু বিচিত্ৰবীৰ্য্যৰ পত্নী অম্বালিকাৰ গৰ্ভত তেওঁৰ জন্ম হয়। সঙ্গম কালত অম্বালিকাই ব্যাসদেৱৰ ঘোৰ মূৰ্ত্তি দেখি আতঙ্কত পাণ্ডুৰ অৰ্থাৎ শেতা পৰি যায়। মাকৰ এই দোষতে সন্তানটিও শেতা হয়। সেয়ে তেওঁৰ নাম ৰখা হয় পাণ্ডু। তেও বিখ্যাত ধনুৰ্দ্ধৰ আছিল। ককায়েক ধৃতৰাষ্ট্ৰ জন্মান্ধ

আছিল গুণে তেওঁ হস্তিনাৰ ৰক্ষা হয়। কুন্তীভোজৰ পালিতা কন্যা কুন্তীক তেওঁ স্বয়ম্বৰ সভাত লাভ কৰি বিয়া কৰায়। ইফালে ভীষ্মই মদ্ৰৰাজ শল্যৰ ভনীয়েক মাদ্ৰীকো বিয়া কৰাই আনে। পাণ্ডুৱে নানা দেশ জয় কৰি প্ৰভূত ধন-ৰত্ন আহৰণ কৰে আৰু পাঁচটা মহাযজ্ঞৰ আয়োজন কৰে। এবাৰ মৃগয়ালৈ গৈ তেওঁ মৈথুন-ৰত হৰিণ-হৰিণা এযুৰিক শৰবিদ্ধ কৰে। হৰিণটো আচলতে কিমিন্দম নামৰ এজন ঋষি আছিল। তেওঁ পত্নীৰে সৈতে হৰিণৰ ৰূপলৈ পুত্ৰাৰ্থে সেইদৰে ক্ৰিয়া কৰিছিল। ঋষিয়ে তেওঁকো অভিশাপ দিলে যে তেওঁ তেওঁৰ পত্নীৰ লগত সঙ্গম কৰিলেই মৃত্যু-মুখত পতিত হব। সেয়ে দুগৰাকীকৈ পত্নী থকা স্বত্ত্বেও সঙ্গম-বিমুখ হৈ তেওঁ অপুত্ৰক হৈ ৰল। সেয়ে বংশৰক্ষাৰ্থে পত্নী দুগৰাকীক তেওঁ আন উপায়ে পুত্ৰ উৎপাদন কৰিবলৈ অনুমতি দিলে। কুন্তীয়ে দুৰ্ব্বাসাৰপৰা এফাঁকি মন্ত্ৰ পাইছিল ( কুন্তী দ্ৰষ্টব্য। )। এই মন্ত্ৰৰ বলত তেওঁ যিকোনো দেৱতাকে যিকোনো সময়তে আহ্বান কৰিব পাৰিছিল। সেই মন্ত্ৰফাঁকিৰে তেওঁ বিভিন্ন সময়ত ধৰ্ম্ম, বায়ু আৰু ইন্দ্ৰক আহ্বান কৰি ক্ৰমে যুধিষ্ঠিৰ, ভীম আৰু অৰ্জ্জুনক পুত্ৰৰূপে পায়। পাণ্ডুৰ অনুৰোধত কুন্তীয়ে মাদ্ৰীকো মন্ত্ৰ ফাঁকি শিকায়। সেইমতেমাদ্ৰীয়ে অশ্বিনী কুমাৰ দুজনক আহ্বান কৰি নকুল আৰু সহদেৱক পুত্ৰ লাভ কৰে। এবাৰ বসন্তকালত মাদ্ৰীক নিৰ্জ্জনত পাই পাণ্ডু কামাতুৰ হৈ উঠে আৰু ব্ৰহ্মশাপৰ কথা পাহৰি আৰু মাদ্ৰীৰ অনুৰোধ উপেক্ষা কৰি বলেৰে মাদ্ৰীৰ লগত সহবাস কৰে। ফলত লগে লগে তেওঁৰ মৃত্যু হয়।

**পাৰ্থ**ঃ—অৰ্জ্জুনৰ আন এটা নাম। পৃথাৰ ( কুন্তীৰ ) পুত্ৰ বাবে ( পৃথা + ষ্ণ = পাৰ্থ ) তেওঁক এই নামেৰে মতা হয়।

আচলতে যুধিষ্ঠিৰ, ভীম আৰু অৰ্জ্জুনক—তিনিওকে পাৰ্থ বুলিব পাৰি যদিও অকল অৰ্জ্জুনকেহে বিশেষ ৰূপে পাৰ্থ বুলি অভিহিত কৰা হয়।

পাৰ্ব্বতী ঃ—মহাদেৱৰ মহিষী। পৰ্ব্বতৰাজ হিমালয় আৰু মেনকাৰ কন্যা। দক্ষকন্যা সতীয়ে অনিমন্ত্ৰিত অৱস্থাত উপযাচি পিতৃৰ যজ্ঞলৈ গৈ পতিনিন্দা শুনিব লগা হয়। পতিনিন্দা শুনিব নোৱাৰি তেওঁ দেহত্যাগ কৰে। পাচত তেওঁ হিমালয়ৰ ঔৰসত মেনকাৰ গৰ্ভত জন্ম লাভ কৰে। পৰ্ব্বতৰাজৰ জীয়ৰীবাবে তেওঁৰ নাম হয় পাৰ্ব্বতী। তপস্যা কৰি তেওঁ মহাদেৱকে পুনৰায় পতিৰূপে লাভ কৰে।

পীতাম্বৰ ঃ—বিষ্ণুৰ বা কৃষ্ণৰ আন এটা নাম। পীত শব্দৰ অৰ্থ হালধীয়া আৰু অম্বৰ শব্দৰ অৰ্থ কাপোৰ বা সাজ। হালধীয়া কাপোৰ কৃষ্ণৰ বৰ প্ৰিয় আছিল বাবে তেওঁৰ এই নাম হয়।

পুণ্ডৰীকাক্ষ ঃ—বিষ্ণুৰ আন এটা নাম। পুণ্ডৰীক শব্দৰ অৰ্থ পদুম ফুল। অক্ষি শব্দৰ অৰ্থ চকু। এতেকে পদুমৰ দৰে চকু যাৰ তেওঁ পুণ্ডৰীকাক্ষ।

পুৰন্দৰ ঃ—ইন্দ্ৰৰ আন এটা নাম। পুৰ মানে নগৰ আৰু দৃ মানে খণ্ড খণ্ড কৰা। অসুৰসকলৰ নগৰবোৰ খণ্ড খণ্ড কৰিছিল বাবে ইন্দ্ৰ পুৰন্দৰ নামে খ্যাত। সহজতে শত্ৰুৰ পুৰী আক্ৰমণ কৰিব পাৰিছিল বাবেও তেওঁক পুৰন্দৰ বুলি কোৱা হয়।

পুৰুষোত্তম ঃ—বিষ্ণুৰ অন্য এটা নাম। পুৰুষ+উত্তম=পুৰুষোত্তম; অৰ্থাৎ শ্ৰেষ্ঠ পুৰুষ।

পূতনা ঃ—এগৰাকী দানবী। বালিৰ কন্যা আৰু বকাসুৰৰ ভনীয়েক। তেওঁ কংসৰ অনুচৰী আছিল। কৃষ্ণক নিধন

আৰু অৱশেষত পলাব নোৱাৰা হৈ পৃথিৱী পৃথুৰ শৰণাপন্ন হ'ল। পৃথুৱে পৃথিৱীক প্ৰজাসকলৰ জীৱিকাৰ ব্যৱস্থা কৰিবলৈ আৰু নিজে তেওঁৰ কন্যাৰূপে থাকিবলৈ ধৰিলে। পৃথিৱীয়ে কলে যে প্ৰজাসকলৰ জীৱিকাৰ ব্যৱস্থা কৰিবলৈ হলে তেওঁক (পৃথিৱীক) দোহন কৰিব লাগিব। তাৰ বাবে এটি বৎস অৰ্থাৎ পোৱালীৰ প্ৰয়োজন। বৎস নহলে পৃথিৱীৰ পৰা দুগ্ধ নিঃসৃত নহব। তদুপৰি তেওঁক (পৃথিৱীক) সমতল কৰিব লাগিব। নহলে দুগ্ধ চতুৰ্দ্দিশে সিচৰিত হোৱাত বাধাপ্ৰাপ্ত হব। পৃথুৱে তেতিয়া নিজৰ ধনুৰ দ্বাৰা পৃথিৱীক উৎসাৰিত কৰাত ঠায়ে ঠায়ে পৰ্ব্বতৰ সৃষ্টি হল আৰু পৃথিৱী সমতল হ'ল। তাৰ পাচত পৃথুৱে স্বয়ম্ভুৰ মনুক বৎস কল্পনা কৰি নিজহাতে গাভীৰূপা পৃথিৱীক দোহন কৰিলে। সেই দোহনৰ ফলতে পৃথিৱীৰ প্ৰজাসকলে বিবিধ অন্ন আৰু খাদ্যদ্ৰব্য লাভ কৰি আজিও জীৱন ধাৰণ কৰি আছে।

মহাভাৰত মতে আকৌ বিষ্ণুৱে বিৰজা নামৰ এটি মানস পুত্ৰৰ সৃষ্টি কৰিছিল। তেওঁৰেই অধঃস্তন পুৰুষসকলৰ এজন আছিল বেণ। বেণ অতি অত্যাচাৰী আৰু প্ৰজাপীড়ক আছিল। সেয়ে ঋষিসকলে মন্ত্ৰপূত কুশৰ দ্বাৰা তেওঁক বধ কৰে। পাচত তেওঁলোকে বেণৰ দক্ষিণ উৰু মন্থন কৰিবলৈ ধৰিলে। মন্থনৰ পৰা এজন কদাকাৰ পুৰুষৰ উৎপত্তি হয়। ঋষিসকলে তেওঁক কলে— "নিষাদ!" (অৰ্থাৎ বহা)। এই পুৰুষজনৰ পৰাই নিষাদ আৰু ম্লেচ্ছবোৰৰ উৎপত্তি হ'ল। তাৰ পাচত বেণৰ সোঁহাত মন্থন কৰোঁতে কৰোঁতে ইন্দ্ৰসদৃশ ৰূপবান পুৰুষ এজনৰ উৎপত্তি হ'ল। তেৱেঁই পৃথু। ঋষিসকলে তেওঁক সমদৰ্শী হৈ বেদ আৰু দণ্ডনীতি সম্মত ধৰ্ম্ম পালন কৰিবলৈ আদেশ দিলে। পৃথু মাজি হোৱাত ঋষিসকল তেওঁৰ মন্ত্ৰী হ'ল। পৃথুৱে পৃথিৱীক সমতল কৰিলে। পৃথিৱীক দোহন কৰি তেওঁ

সোতৰ ৰকমৰ শস্য আৰু দ্ৰব্যৰ উৎপাদন কৰিলে। তেওঁৰ সময়তে সমস্ত ভূমণ্ডল প্ৰোথিত (খ্যাত) হোৱাবাবে তাৰ নাম হ'ল পৃথিৱী। দেৱতাসকলে তেওঁক ৰজা পাতিলে।

পৌণ্ড্ৰক :—কৰুষ দেশৰ ৰজা। নৰকাসুৰ, জৰাসন্ধ প্ৰভৃতি দানৱ সকল তেওঁৰ পৰম মিত্ৰ আছিল। শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰাৰ পাচত তাৰ প্ৰতিশোধ লবৰ মনেৰে তেওঁ এদিন ৰাতি শ্ৰীকৃষ্ণ নথকাত মনে মনে আহি দ্বাৰকাপুৰী অৱৰোধ কৰে। পিচদিনা যুদ্ধত শ্ৰীকৃষ্ণই তেওঁক বধ কৰে আৰু সৈন্যসামন্তবোৰ খেদি পঠায়।

বকাসুৰ :—(১) শ্ৰীমদ্ভাগৱতমতে কংসৰ অনুচৰ। শ্ৰীকৃষ্ণক নিহত কৰিবলৈ কংসই তেওঁক নিয়োগ কৰে। তেওঁ বগলী এটাৰ ৰূপ লৈ কৃষ্ণক গিলি পেলাবলৈ উদ্যত হয়। তেতিয়া তেওঁৰ তালুখন অগ্নিদগ্ধ হোৱাৰ দৰে জ্বলা পোৰা কৰিবলৈ ধৰে। অৱশেষত কৃষ্ণই তেওঁৰ ঠোঁট দুটা দুফালকৈ ফালি হত্যা কৰে।

(২) মহাভাৰত মতে এজন ৰাক্ষস। তেওঁৰ পিতৃৰ নাম ঋষ্যশৃঙ্গ। অলম্বুষ তেওঁৰ ভায়েক। তেওঁ একচক্ৰা নামৰ গাওঁ এখনত বাস কৰিছিল আৰু গাৱলীয়া প্ৰজাৰ ওপৰত বৰকৈ অত্যাচাৰ কৰিছিল। পাচত ৰাইজে নিতৌ প্ৰচুৰ অন্নব্যঞ্জনৰ লগতে দুটা ম'হ আৰু প্ৰতি ঘৰৰে পৰা একোটা মানুহ তেওঁৰ খাদ্যৰূপে আগ বঢ়াবলৈ চুক্তি কৰি তেওঁৰ অত্যাচাৰৰ হাত এৰাইছিল। বাৰণাৱত নগৰৰ জতুগৃহৰ পৰা মুক্তিলাভ কৰি গোপনে ঘূৰি ফুৰাৰ সময়ত পাণ্ডৱসকলে এদিন একচক্ৰা গাঁৱৰ ব্ৰাহ্মণ এঘৰত আলহী আছিল। সেই দিনাই বকাসুৰক নৰ-ভোজন দিয়াৰ পাল পৰিছিল সেই ব্ৰাহ্মণ পৰিয়ালৰ। মাত্ৰ তিনিটা প্ৰাণী পিতৃ, মাতৃ আৰু পুত্ৰৰ ভিতৰত কোন খাদ্যৰূপে যাব তাকে লৈ ঘৰখনত তৰ্ক-বিতৰ্ক হৈছিল আৰু

কান্দোনৰ বোল উঠিছিল। পাণ্ডৱ-জননী কুন্তীয়ে সেই কথা জানিব পাৰি গৃহস্থক সম্মত কৰাই নিজপুত্ৰ ভীমকে বকাসুৰৰ আহাৰ স্বৰূপে পঠিয়াই দিলে। ফলত ভীম আৰু বকাসুৰৰ মাজত ভয়ঙ্কৰ যুদ্ধ হ'ল আৰু বকাসুৰ নিহত হ'ল।

বনমালী :—কৃষ্ণৰ আন এটা নাম। বনমালা পৰিধান কৰোঁতা। বন শব্দৰ অৰ্থ হাবি ; মালা শব্দৰ অৰ্থ গঁথা ফুল। বনমালা মানে বন-ফুলৰ মালা। শ্ৰীকৃষ্ণৰ বিশেষ মালা এধাৰৰ নাম।

বৰাহ :—মহাপ্ৰলয়ৰ সময়ত পৃথিৱী জলমগ্না হ'লত থাকিবলৈ ঠাই নেপাই চৈধ্যজনা মনুৰ অন্যতম স্বায়ম্ভুৱ মনুৱে তেওঁৰেই স্ৰজন-কৰ্ত্তা ব্ৰহ্মাৰ ওচৰলৈ আহি আশ্ৰয় প্ৰাৰ্থনা কৰিলে। ব্ৰহ্মাই তেতিয়া জলমগ্না পৃথিৱীক উদ্ধাৰ কৰাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে। তেওঁ বিষ্ণুক স্মৰণ কৰি ভাবিলে যে যিজনা বিষ্ণুৱে তেওঁকো (ব্ৰহ্মাকো) সৃষ্টি কৰিলে সেইজনাই নিশ্চয় ইয়াৰ কিবা এটা উপায় দিব। এইদৰে নাক খজুৱাই খজুৱাই চিন্তা কৰি থাকোঁতে ব্ৰহ্মাই নিজৰ নাকৰ পৰা উলিয়াই অনা আঙুলি এটাৰ মূৰত সামান্য মলি লাগি আছিল। এই মলিখিনিয়ে থাউকতে এটা বুঢ়া আঙুলীৰ সমান বৰাহৰ (গাহৰীৰ) ৰূপ ললে। চাওঁতে চাওঁতে শিং এটা হাতীৰ সমান ডাঙৰ হৈ মদমত্ত হৈ পৰিল আৰু নিজৰ গৰ্জ্জনৰ দ্বাৰা চতুৰ্দ্দিশ প্ৰতিধ্বনিত কৰি তুলিলে। জনলোক, তপলোক, সত্যলোকবাসী তপস্বী আৰু মুনিসকলে বৰাহক বিষ্ণুৰ অৱতাৰ বুলি জানিব পাৰি বেদমন্ত্ৰৰ দ্বাৰা স্তুতি কৰিবলৈ ধৰিলে। বৰাহে মহাপ্ৰলয়ৰ গভীৰ জলধিত প্ৰৱেশ কৰিলে আৰু তাতে দৈত্য হিৰণ্যাক্ষক বধ কৰি নিজৰ দাঁতৰ আগত জলমগ্না পৃথিৱীক তুলি লৈ পানীৰ ওপৰলৈ ওলাই আহিল। বৰাহৰ ঔৰসত পৃথিৱীৰ গৰ্ভত প্ৰাগজ্যোতিষৰ ৰজা প্ৰবল প্ৰতাপী নৰকাসুৰৰ জন্ম হয়।

**বৰুণ** :—দশদিগপালৰ অন্যতম, জলৰ অধিপতি দেৱতা। কাশ্যপৰ ঔৰসত আৰু অদিতিৰ গৰ্ভত তেওঁৰ জন্ম হয়। মহাভাৰতৰ মতে তেওঁ কৰ্দ্দম ঋষিৰ পুত্ৰ আৰু পুষ্কৰৰ পিতৃ। স্বৰ্গ, মৰ্ত্ত্য আৰু পাতালক বৃষ্টিৰ দ্বাৰা তেওঁ সজীৱকৈ ৰাখে। যমৰ দৰে তেওঁ পাপ-পূন্যৰো বিচাৰক। ভাগৱতমতে ভৃগু আৰু বাল্মিকী বৰুণৰ পুত্ৰ। স্বৰ্গৰ অপ্সৰা উৰ্ব্বশীক দেখি বৰুণ আৰু মিত্ৰ (সূৰ্য্য) ৰ বীৰ্য্যপাত হয়। সেই মহা তেজঃশক্তিসম্পন্ন বীৰ্য কলহ এটাত ৰক্ষিত হোৱাৰ পাচত তাৰ পৰাই প্ৰথমে অগস্ত্য আৰু পাচত বশিষ্ঠ ঋষিৰ উৎপত্তি হয়। অগ্নিদেৱতা বৰুণৰ পৰম বন্ধু। খাণ্ডৱদাহনৰ সময়ত কৃষ্ণ আৰু অৰ্জ্জুনে অগ্নিক ৰোগমুক্ত হোৱাত সহায় কৰা বাবে বৰুণে কৃষ্ণক সুদৰ্শন চক্ৰ আৰু কৌমুদী নামৰ গদা আৰু অৰ্জ্জুনক গাণ্ডীৱ ধনু, অক্ষয় তূণ আৰু কপিধ্বজ ৰথ প্ৰদান কৰে। ৰাজৰ্ষি দেৱৰাতৰ হৰধনুখন বৰুণৰ পোৱাই পোৱা। ৰামে পৰশুৰামৰ দৰ্প চূৰ্ণ কৰাৰ পাচত পৰশুৰামৰ বৈষ্ণৱ ধনুখন বৰুণৰ হাততে থোৱা হয়। তেওঁ সদায় ব্যৱহাৰ কৰা অস্ত্ৰখনৰ নাম হল "পাশ"! তেওঁৰ বাসস্থান পানীৰ তলত। তেওঁৰ পুৰীখন বগা ৰঙৰ। তাত কামধেনু সুৰভীও থাকে। সমুদ্ৰ মন্থনৰ পৰা ওলোৱা বাৰুণীসুৰা বৰুণৰ উত্তম পানীয় আছিল। তেওঁৰ বাৰুণী নামৰ কন্যা এগৰাকী আছিল বুলিও উল্লেখ পোৱা যায়।

**বলভদ্ৰ** :—বলৰামৰ আন এটা নাম। নিজৰ বলবাহুৰ দ্বাৰা তেওঁ অতিশয় উচ্ছ্ৰিত হয় বাবে বলৰাম বলভদ্ৰ নামেৰেও খ্যাত হয়।

**বল্লভ** :— × ৩

**বলাই** :—বলৰামৰ ঘৰত মতা নাম। সেইদৰে শ্ৰীকৃষ্ণৰ কানাই। (হলীৰাম দ্ৰষ্টব্য)

বলি :—প্ৰহ্লাদৰ নাতি, বিৰোচনৰ পুত্ৰ। (বামন দ্ৰষ্টব্য)।

বলো :—বলৰাম বা হলীৰামৰ আন এটা নাম। (হলীৰাম দ্ৰষ্টব্য)।

বসু :—(১) ইন্দ্ৰৰ অনুচৰ আঠগৰাকী দেৱতা বিশেষ। গণদেৱতাৰূপে খ্যাতিমান এই অষ্টবসুৰ নাম হ'ল ধৰ, ধ্ৰুব, সোম, অনিল, অনল, প্ৰত্যুষ, প্ৰভাস, আৰু দ্যু। কোনো কোনোৰমতে তেওঁলোকৰ নাম হ'ল— বীৰ, ধ্ৰুব, সোম, বিষ্ণু, অনিল, অনল প্ৰত্যুষ আৰু প্ৰভাস। বিষ্ণুৰ নাম পবিত্ৰ আৰু বীৰৰ নাম অপ বুলিও উল্লিখিত আছে। মহৰ্ষি বশিষ্ঠৰ কামধেনু নন্দিনীক চুৰ কৰাৰ অপৰাধত বশিষ্ঠৰ অভিশাপত তেওঁলোকে মনুষ্যৰূপে জন্ম ধৰিব লগা হয়। তেওঁলোকৰ অনুৰোধমতে গঙ্গাদেৱীয়ে শান্তনু ৰজাৰ পত্নী হৈ তেওঁলোকক গৰ্ভত ধাৰণ কৰে। শান্তনুৰ লগত গঙ্গাৰ বিবাহৰ স্বৰ্ত্ত আছিল এই যে গঙ্গাৰ কামত শান্তনুৱে কোনো হকাঃবধা কৰিব নোৱাৰিব। গঙ্গাই ওপোজামাত্ৰকে তেওঁৰ সন্তানসকলক গঙ্গা নৈত পেলাই দিয়ে আৰু এইদৰে বসুসকলে মুক্তি লাভ কৰে। একমাত্ৰ দ্যু বসুৰ বেলিকাহে শান্তনুৱে সন্তানটি পানীত পেলাবলৈ গঙ্গাক বাধা দিলত সন্তানটি এৰি থৈ গঙ্গাই শান্তনুক ত্যাগ কৰে। এই সন্তানটিয়েই হ'ল মহাবীৰ, জ্ঞানীশ্ৰেষ্ঠ দেবব্ৰত ভীষ্ম।

(২) এজন চন্দ্ৰবংশীয় ৰজা। ক্ষত্ৰিয় ধৰ্ম্ম এৰি তেওঁ ব্ৰাহ্মনোচিত তপস্যা কৰিবলৈ লোৱাত ইন্দ্ৰই ভয় খাই তেওঁৰ লগত মিত্ৰতা কৰে আৰু তপস্যা এৰি ৰাজ্য শাসন কৰিবলৈ অনুৰোধ কৰে। ইন্দ্ৰই তেওঁক আকাশগামী বিমান আৰু বৈজয়ন্তী মালা দান কৰে। এই মালা পিন্ধি অক্ষত দেহে তেওঁ সকলোকে জয় কৰে আৰু বিমানত উঠি শূন্যত চাৰিও-কালে ঘূৰি ফুৰে। সেয়ে তেওঁৰ আন এটা নাম হ'ল উপৰিচৰ। °ইন্দ্ৰৰ পৰামৰ্শমতে চেদীৰাজ্য জয় কৰি তেওঁ তাত ৰাজধানী

পাতে। কোলাহল পৰ্ব্বতৰ জিয়ৰী গিৰিকাক তেওঁ বিয়া কৰায়। তেওঁৰ পাঁচজন পুত্ৰই বিভিন্ন দেশত ৰাজবংশ স্থাপন কৰে। এদিন মৃগয়ালৈ যাওঁতে ৰূপৱতী পত্নীৰ কথা মনলৈ আহিলত মৃগয়াথলীতে তেওঁৰ বীৰ্যপাত হয়। সেই বীৰ্যভাগ তেওঁ এজনী শেন চৰাইৰ দ্বাৰা ৰাণী গিৰিকালৈ পঠিয়াওঁতে চৰাইৰ ঠোটৰপৰা যমুনানৈত পৰি যায় আৰু মাছ ৰূপিনী আদ্ৰিকা নামৰ অপেচৰা এজনীয়ে গিলি পেলায়। ফলত মাছজনী গৰ্ভৱতী হয়। যথাসময়ত এজন ধীৱৰে মাছজনী জালত পায় আৰু মাছৰ পেটৰপৰা এটি লৰা আৰু এজনী কন্যা লাভ কৰে। ধীৱৰে শিশু দুটি ৰজা বসুক দিলত ৰজাই লৰাটি নিজে ৰাখে আৰু কন্যাটি ধীৱৰকে দি দিয়ে। কালত লৰাটি 'মৎসৰাজ' নামৰ মহা ধাৰ্ম্মিক ৰজা হয় আৰু গাত মাছৰ গোন্ধ থকা বাবে কন্যাটিৰ নাম হয় "মৎস্যগন্ধা"। পাচলৈ তেওঁ সত্যৱতী নামেৰে ব্যাসদেৱৰ জননী হয়।

বাসুদেৱ :—এগৰাকী যাদৱ। যদুবংশীয় সুৰশেনৰ ঔৰসত আৰু ভোজৰাজ দুহিতা মহিষীৰ গৰ্ভত তেওঁৰ জন্ম হয়। পঞ্চপাণ্ডৱৰ মাতৃ কুন্তীদেবী তেওঁৰ ভনীয়েক। তেওঁৰ চৈধ্য গৰাকী পত্নীৰ প্ৰথম গৰাকীৰ নাম ৰোহিনী। ৰোহিনীৰপৰা তেওঁৰ বলৰাম নামৰ পুত্ৰৰ জন্ম হয়। দ্বিতীয় গৰাকীৰ নাম দেৱকী। দেৱকীৰ গৰ্ভত শ্ৰীকৃষ্ণৰ জন্ম হয়। (ইয়াৰ পাছত কৃষ্ণ আৰু দেৱকী দ্ৰষ্টব্য) বাসুদেৱৰ প্ৰথম পত্নী ৰোহিনীৰ গৰ্ভত সুভদ্ৰা নামৰ এটি কন্যাও ওপজে। সুভদ্ৰাক অৰ্জুনে বিয়া কৰায়। অৰ্জুন আৰু সুভদ্ৰাৰ পুত্ৰ হল অভিমন্যু।

বসুন্ধৰী :—পৃথিবীৰ আন এটা নাম। বসু শব্দৰ অৰ্থ সুবৰ্ণ বা সোণ। পৃথিবীয়ে সুবৰ্ণ ধাৰণ কৰে বাবে তেওঁৰ নাম বসুধা, বসুন্ধৰা, বসুন্ধৰী ইত্যাদি।

বসুমতী :—পৃথিবীৰ আন এটা নাম। বসু মানে ধন, বস্তু, সুবৰ্ণ ইত্যাদি। পৃথিবীয়ে এই সকলোকে গৰ্ভত ধাৰণ কৰে বাবে

তেওঁৰ নাম বসুমতী।

বৎসাসুৰ :—কংসৰ বিশ্বস্ত অনুচৰ এজনা অসুৰ। শ্ৰীকৃষ্ণক বধ কৰিবলৈ কংসই তেওঁক নিয়োগ কৰে। বৃন্দাৱনত গোপ-বালক সকলৰ লগত কৃষ্ণই খেলি থাকোঁতে দামুৰীৰ ৰূপ ধৰি গৰুৰ জাকৰ মাজত সোমাই তেওঁ সুবিধা বিচাৰি থাকে। কৃষ্ণই এই কথা জানিব পাৰি দামুৰিটোক নেগুৰে সৈতে পাচকালৰ ঠেং দুখনত ধৰি শূণ্যত ঘূৰাই ঘূৰাই কপিথ গছৰ গাঁত আচাৰি আচাৰি হত্যা কৰে।

ব্ৰহ্ম :—সৃষ্টি আৰু স্থিতিৰ কৰ্ত্তা। তেওঁ অব্যয়, অব্যক্ত, চিৰন্তন, সৰ্ব্বব্যাপক, সৰ্ব্বসৃষ্টিকৰ্ত্তা আৰু স্বয়ম্ভূ। তেওঁ নাম চিহ্নৰ অতীত আৰু আপোন মহিমাৰে অদ্বিতীয়। তেওঁ অদৃশ্য, আদি-অন্তহীন, কাল আৰু সীমাৰ অতীত। সকলো তেওঁৰ পৰাই উদ্ভূত আৰু তেওঁতেই বিলীন হয়।

ব্ৰহ্মা :—সৃষ্টি-কৰ্ত্তা। মহাপ্ৰলয়ৰ শেষত সংসাৰখন এন্ধাৰেৰে পূৰ্ণ হৈছিল। তেতিয়া বিৰাট মহাপুৰুষ পৰম ব্ৰহ্মই নিজৰ তেজঃশক্তিৰ দ্বাৰা এন্ধাৰ দূৰ কৰি জলৰ সৃষ্টি কৰে। জলত বীজৰ উৎপত্তি হয়। বীজ পৰিণত হয় সুবৰ্ণ অণ্ডত (কণী)। এই অণ্ড দুভাগ কৈ এভাগ পৃথিৱীত আৰু আনভাগ আকাশত পৰিণত হয়। সেই সময়তে ব্ৰহ্মাই ৰূপ গ্ৰহণ কৰে। প্ৰলয় সমুদ্ৰত শেষ নাগৰ কোলাত বিষ্ণুৱে মনুষ্য দেহধাৰী নাৰায়ণৰূপে শায়িত হৈ থকা সময়ত বিষ্ণুৰ নাভি উদ্ভূত পদুম ফুলৰ পৰা ব্ৰহ্মাৰ উৎপত্তি হয়। তেওঁৰ মূৰ চাৰিটা, হাতো চাৰিখন। প্ৰথমতে তেওঁৰ মূৰ কিন্তু পাঁচটা আছিল। এসময়ত শিৱৰ প্ৰতি অপমান সূচক বাক্য প্ৰয়োগ কৰাত শিৱৰ তৃতীয় চকুৰ জুইত তেওঁৰ এটা মূৰ ভস্মীভূত হয়। তেওঁৰ পত্নীৰ নাম সাবিত্ৰী। সৰস্বতীও তেওঁৰ পত্নী। দেৱসেনা আৰু দৈত্যসেনা তেওঁৰ তনয়া। প্ৰথমতে তেওঁ নিজৰ মনৰ পৰাই দহজন মানস পুত্ৰৰ

সৃষ্টি কৰে। তেওঁলোক হ'ল মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্ৰতু, বশিষ্ঠ, ভৃগু, দক্ষ আৰু নাৰদ। তেওঁলোক প্ৰজাপতিৰূপে অভিহিত হয়। ব্ৰহ্মাই তেওঁলোকক প্ৰজাসৃষ্টি কৰিবলৈ আদেশ দিয়ে। তেওঁলোকৰ ন-জনে সমস্ত জীৱ-জন্তু, গ্ৰহ-নক্ষত্ৰ, উদ্ভিদ-প্ৰাণী, আদিৰ সৃষ্টি কৰে। কিন্তু ব্ৰহ্ম-সাধনাত ব্যাঘাত হোৱাৰ আশঙ্কা কৰি নাৰদ সৃষ্টি-কাৰ্য্যৰ পৰা আঁতৰি থাকে। আদেশ লঙ্ঘন কৰাৰাবে ব্ৰহ্মাই তেওঁক অভিশাপ দিয়ে। ফলত নাৰদে মনুষ্য আৰু গন্ধৰ্ব্বৰূপে জন্ম লব লগা হয়।

বাণ :—দৈত্যৰাজ বলিৰ এশ পুত্ৰৰ ভিতৰত বাণ জ্যেষ্ঠতম। শিৱক তপস্যাৰে তুষ্ট কৰি তেওঁ অজেয় হয় আৰু শোণিতপুৰত (অসমৰ তেজপুৰ) ৰাজধানী পাতি মহাপৰাক্ৰমেৰে ৰাজত্ব কৰিবলৈ ধৰে। দেৱতাসকলৰ ওপৰতো তেওঁ অত্যাচাৰ কৰিবলৈ আৰম্ভ কৰে। তেওঁৰ কন্যা উষাই সপোনত কৃষ্ণৰ নাতি (প্ৰদ্যুম্নৰ পুত্ৰ) অনিৰুদ্ধক দেখি প্ৰণয়াসক্ত হয়। উষাৰ সখীয়েক চিত্ৰলেখাই তামসী বিদ্যা আৰু ইন্দ্ৰজালৰ প্ৰভাৱেৰে অনিৰুদ্ধক শোণিতপুৰলৈ আনি উষাৰ সৈতে গোপনে গন্ধৰ্ব্ব বিবাহ সম্পন্ন কৰে। এই কথা বাণৰ কানলৈ গ'লত তেওঁ অনিৰুদ্ধক বধ কৰিবলৈ সৈন্যসকলক আদেশ দিয়ে : কিন্তু অনিৰুদ্ধৰ হাতত সমস্ত সৈন্যৰ পৰাজয় হয়। তেতিয়া বাণে নিজে যুদ্ধ কৰি নাগপাশেৰে অনিৰুদ্ধক বন্দী কৰে। যথাসময়ত এই সংবাদ দ্বাৰকালৈ গ'লত শ্ৰীকৃষ্ণই প্ৰদ্যুম্ন, বলোৰাম আদিক লগত লৈ শোণিতপুৰলৈ আহি বাণৰ লগত যুদ্ধ কৰে। স্বয়ং শিৱেও বাণক এই যুদ্ধত সহায় কৰিছিল। কাৰণ বাণ শিৱভক্ত আছিল। সেয়ে এই যুদ্ধক হৰি-হৰৰ যুদ্ধ বা শৈৱ আৰু বৈষ্ণৱৰ যুদ্ধ বুলি জনা যায়। অৱশেষত বাণ পৰাজিত হয়। কৃষ্ণৰ কৃপাত তেওঁ জীৱিতাৱস্থাতে মহাকাল নামেৰে খ্যাত হৈ মহাদেৱৰ পাৰিষদভুক্ত হয়। কৃষ্ণই তেওঁৰ ৰাজ্য বাণৰ মন্ত্ৰী কুম্ভাণ্ড বা

(কুষ্মাণ্ড) ক প্ৰদান কৰে।

বামণ :—বিষ্ণুৰ অৱতাৰ বিশেষ। প্ৰহ্লাদৰ পৌত্ৰ দৈত্যৰাজ বলি অত্যন্ত ক্ষমতাশালী হৈ দেৱতাসকলক স্বৰ্গৰাজ্যৰ পৰা নিৰ্ব্বাসন দিয়াত তেওঁলোক বিষ্ণুৰ শৰণাপন্ন হ'ল। বলিক দমন কৰি দেৱতাসকলক উদ্ধাৰ কৰিবলৈ বিষ্ণুৱে কাশ্যপ মুনিৰ ঔৰসত আৰু কাশ্যপজায়া অদিতিৰ গৰ্ভত বামণৰূপে জন্ম গ্ৰহণ কৰে। এবাৰ এটা মহাযজ্ঞৰ আয়োজন কৰি বলিয়ে প্ৰচাৰ কৰিলে যে— এই যজ্ঞোপলক্ষ্যে তেওঁৰ ওচৰত যেয়ে যি প্ৰাৰ্থনা কৰিব তাকে তেওঁ পূৰণ কৰিব। এজন নিমন্ত্ৰিত বামণে যজ্ঞস্থলিত উপস্থিত হৈ ৰজাক মাত্ৰ তিনিপাদ ভূমি প্ৰাৰ্থনা কৰিলে। ৰজাই ভাবিলে এই সাধাৰণ ব্ৰাহ্মণ এজনক তিনিপাদ ভূমি দান দিয়াটো নো কি ডাঙৰ কথা! সেয়ে তেওঁ প্ৰতিজ্ঞাবদ্ধ হ'ল। বিষ্ণুৰ উদ্দেশ্য বুজিব পাৰি দৈত্যগুৰু শুক্ৰাচাৰ্য্যই কিন্তু বলিক এই দানৰ বাবে প্ৰতিশ্ৰুত হ'বলৈ বাৰণ কৰিলে। বলিয়ে কলে তেওঁ এবাৰ প্ৰতিজ্ঞাবদ্ধ হ'ল যেতিয়া তাৰ পৰা আৰু পশ্চাৎপদ হ'ব নোৱাৰে। শুক্ৰাচাৰ্যই তেতিয়া সংকল্পৰ জল গ্ৰহণত বাধা দিবলৈ অদৃশ্যভাৱে জলৰ কমণ্ডলুত প্ৰৱেশ কৰি কমণ্ডলুৰ বিবৰ বন্ধ কৰি ধৰিলে। তেতিয়া বামনৰ পৰামৰ্শমতে কুশৰদ্বাৰা কমণ্ডলুৰ বিবৰ খুচৰি জল নিষ্কাষণ কৰা হয়। ফলত কুশবিদ্ধ হৈ শুক্ৰাচাৰ্য্যৰ এটা চকু বিনষ্ট হয়।

বলিৰ সংকল্প শেষ হোৱাৰ লগে লগে বামনে তিনিখন ভৰি (পাদ) সংযুক্ত এক বিৰাট পুৰুষত পৰিণত হৈ এখন ভৰিৰে পৃথিবী, শৰীৰটোৰে আকাশ আৰু হাত দুখনেৰে দশোদিশ আয়ত্ব কৰি লয়। দ্বিতীয়খন ভৰীৰে তেওঁ গোটেই স্বৰ্গ আয়ত্ব কৰে। তৃতীয়খন ভৰি থবলৈ ঠাই নেপাই বলিক ঠাই খুজিলত দানশীল বলিয়ে নিজৰ মুৰটো আগবঢ়াই দি তাতেই তেওঁৰ

ভৰিখন থবলৈ কয়। সেইমতে মূৰত পদস্থাপন কৰিলত বলি পাতাললৈ যায়। বলিৰ সত্যবাদিতা আৰু ভক্তিত পৰম প্ৰীত হৈ বিষ্ণুৱে এই ব্যৱস্থা কৰে যে সাবর্নি মন্বন্তৰত বলি ইন্দ্ৰৰূপে আৰ্বিভুৰ্ত হব আৰু এই মন্বন্তৰ নহালৈকে তেওঁ পাতালতে থাকিব লাগিব।

বালি :—কিস্কিন্ধ্যাৰ বান্দৰৰ ৰজা। এবাৰ মেৰু পৰ্ব্বতত যোগাসনত উপবিষ্ট হৈ থকা ব্ৰহ্মাৰ চকুৰ পৰা হঠাৎ অশ্ৰুপাত হ'ল আৰু এই অশ্ৰুৰ পৰা ঋৃক্ষৰাজ নামৰ এটা বান্দৰৰ উৎপত্তি হ'ল। মেৰু পৰ্ব্বতৰে এক সৰোবৰত স্নান কৰি বান্দৰটো এগৰাকী পৰমা সুন্দৰী নাৰীত পৰিণত হ'ল। নাৰী গৰাকীক দেখি ইন্দ্ৰ আৰু সূৰ্য্য অতি কামাতুৰ হৈ পৰিল আৰু উভয়ৰে বীৰ্য্য স্খলন হ'ল। ইন্দ্ৰৰ বীৰ্য্য নাৰীৰ মূৰত (চুলিত) পৰিল আৰু সূৰ্য্যৰ বীৰ্য্য পৰিল ডিঙিত। ইন্দ্ৰৰ বীৰ্য্যৰ পৰা বালিৰ (বাল বা চুলিৰপৰা উদ্ভুত বাবে) আৰু সূৰ্য্যৰ বীৰ্য্যৰ পৰা সুগ্ৰীৱৰ (ডিঙি বা গ্ৰীৱৰ পৰা উদ্ভূত বাবে) জন্ম হ'ল। ইন্দ্ৰই বালিক এধাৰ কাঞ্চনমালা দান কৰিলে। পুত্ৰ দুটিৰ জন্মৰ পিচত নাৰীয়ে পুনৰ বান্দৰৰ ৰূপ পৰিগ্ৰহ কৰে আৰু পুত্ৰ দুটিৰে সৈতে ব্ৰহ্মাৰ ওচৰত উপস্থিত হয় গৈ। ব্ৰহ্মাই তেতিয়া বালিক বিশ্বকৰ্মা নিৰ্মিত কিষ্কিন্ধ্যা ৰাজ্যৰ ৰজা পাতে। বালি বৰ শক্তিশালী আছিল। ভায়েক সুগ্ৰীৱৰ সহায়ত তেওঁ প্ৰবল প্ৰতাপেৰে ৰাজত্ব কৰিবলৈ ধৰে। দিগিজয় কৰি ফুৰোঁতে ৰাৱণ বালিৰ হাতত পৰাজিত হয়। এবাৰ দুন্দুভি নামৰ মহিষৰূপী অসুৰ এটাই বালিৰ লগত কেঁপেৰী পাতি যুঁজিবলৈ অহাত বালিয়ে তাৰ শিঙত ধৰি ওপৰলৈ তুলি ঘূৰাই ঘূৰাই তাক একযোজন দূৰৈত থকা ঋষ্যমুক পৰ্ব্বতৰ মাতঙ্গ মুনিৰ আশ্ৰমত পেলাই দিয়ে। দুন্দুভিৰ মৃত্যু হয়, কিন্তু তাৰ তেজ-মাংসৰ দ্বাৰা আশ্ৰম কলুষিত হোৱা বাবে মাতঙ্গই

বালিক অভিশাপ দিয়ে যে—ঋষ্যমুকত উঠিলেই তেওঁৰ মৃত্যু হব। দুন্দুভিৰ পুত্ৰ মায়াবীৰ লগত এক নাৰী সংক্ৰান্ত কাৰণ লৈ বালিৰ কাজিয়া লাগে। মায়াবীয়ে এদিন বালিক যুজলৈ আহ্বান জনায়। যুঁজি যুঁজি দুয়ো এটা প্ৰকাণ্ড গাঁতৰ ভিতৰত প্ৰৱেশ কৰে। সুগ্ৰীৱে গাঁতৰ মুখত পহৰা দি থাকে। এবছৰৰ ওপৰ কাল অপেক্ষা কৰাৰ পাচতো বালি উভতি নহা দেখি আৰু মুখত অসুৰৰ তৰ্জ্জন-গৰ্জ্জন শুনি আৰু গাঁতৰ পৰা তেজ বৈ অহা দেখি সুগ্ৰীৱে বালি মৰিল বুলি ঠাৱৰ কৰি কিষ্কিন্ধ্যাৰ সিংহাসনত বহিল। বালিৰ পত্নী তাৰাকো সুগ্ৰীৱে নিজৰ পত্নী-ৰূপে গ্ৰহণ কৰিলে। গাঁতৰ মুখত প্ৰকাণ্ড শিল এটা দি তেওঁ গাঁতটো বন্ধ কৰি থলে। কিন্তু বেছ কিছুদিন পাচত মায়াবীক বধ কৰি বালি উভতি আহিল আৰু ভায়েক সুগ্ৰীৱৰ কাণ্ড দেখি খঙত জ্বলি পকি সুগ্ৰীৱক সিংহাসনৰ পৰা নমাই দি ৰাজপাট দখল কৰিলে। আনকি সুগ্ৰীৱৰ স্ত্ৰীকমাকো নিজৰ পত্নী কৰি ললে। সুগ্ৰীৱে হনুমান আদি সঙ্গীসকলক লৈ ভয়তে বালিৰ অগম্য ঋষ্যমুক পৰ্ব্বতত আশ্ৰয় ললেগৈ। সীতাহৰণৰ পাচত ৰাম আৰু লক্ষ্মণে সীতাৰ অন্বেষণত ঋষ্যমুক পৰ্ব্বত পায়গৈ আৰু সুগ্ৰীৱৰ লগত মিত্ৰতা কৰে। সুগ্ৰীৱক ৰাজ্য আৰু পত্নী ঘূৰাই পোৱাৰ প্ৰতিশ্ৰুতি দি ৰামে সুগ্ৰীৱক বালিৰ লগত যুদ্ধত প্ৰবৃত্ত হবলৈ পৰামৰ্শ দিয়ে। বালি আৰু সুগ্ৰীৱৰ যুদ্ধ আৰম্ভ হয়। প্ৰথম দিনৰ যুদ্ধত সুগ্ৰীৱ পৰাস্ত হয়। ৰামে আৰালৰ পৰা সেই যুদ্ধ চাই থাকে। বালি আৰু সুগ্ৰীৱৰ আকৃতি-প্ৰকৃতি, বেশ-ভূষা একে বাবে ৰামে প্ৰথম দিনা একো কৰিব নোৱাৰিলে। দ্বিতীয় দিনা যুদ্ধৰ আগে আগে ৰামৰ পৰামৰ্শ মতে লক্ষ্মণে সুগ্ৰীৱৰ গাত গজপুষ্পী লতা এডাল বান্ধি দিয়ে আৰু তাকেই চিন স্বৰূপে লৈ ৰামে সেইদিনা আৰালৰ পৰা একেপাত শৰেৰে বালিক বধ কৰে। বালিৰ

পুত্ৰৰ নাম অঙ্গদ।

বাসৱ :—দেৱৰাজ ইন্দ্ৰৰ আন এটা নাম।

বাসুদেৱ : - শ্ৰীকৃষ্ণৰ আন এটা নাম। বসুদেৱ+ষ্ণ = বাসুদেৱ। বসুদেৱৰ পুত্ৰ বাবে তেওঁৰ এই নাম।

বায়ু :—বায়ু এজন দেৱতা। বেদত তেওঁৰ বিষয়ে বহুতো ঋকমন্ত্ৰ ৰচিত হৈছে। বিষ্ণু পুৰাণমতে বায়ু গন্ধৰ্ব্বসকলৰ ৰজা। ৰামায়ণমতে বায়ু হনুমানৰ পিতৃ। সূৰ্য্যৰ বৰত বানৰ ৰাজ কেশৰীৰ পত্নী অঞ্জনাৰ গৰ্ভত আৰু বায়ুৰ ঔৰসত হনুমানৰ জন্ম হয়। দুৰ্ব্বাসাৰ আহ্বান মন্ত্ৰৰ বলত আহুত হৈ তেওঁ কুন্তীৰ গৰ্ভত ভীমৰ জন্ম দিয়ে। এবেলি বায়ুয়ে কুশনাভৰ এশগৰাকী কন্যাৰ ৰূপত মুগ্ধ হৈ তেওঁলোকৰ লগত সঙ্গম কামনা কৰে। কিন্তু তেওঁলোক অমাম্ভি হোৱাত বায়ুৱে তেওঁলোকক কুঁজা হবলৈ অভিশাপ দিয়ে। পাচত কাম্পিল্যা নগৰৰ ৰজা ব্ৰহ্মদত্তই এই কুঁজী কন্যাসকলক বিয়া কৰোৱাত তেওঁলোকৰ কুঁজ দুৰ হয়। এইবাবেই কুশনাভৰ ৰাজ্য পাচলৈ কান্যকুব্জ নামে অভিহিত হয়।

ব্যাস :—ব্যাস কৃষ্ণ দ্বৈপায়ণ নামে বিখ্যাত আৰু বেদ বিভাজক। তেওঁ বশিষ্ঠৰ প্ৰপৌত্ৰ, শক্তিৰ পৌত্ৰ, পৰাশৰৰ পুত্ৰ আৰু শুকদেৱৰ পিতা। সত্যৱতী তেওঁৰ মাক। যমুনা দ্বীপত তেওঁৰ জন্ম আৰু গাৰ বৰণ কলা (কৃষ্ণ) বাবে তেওঁৰ নাম কৃষ্ণ দ্বৈপায়ণ। বেদ সংগ্ৰহ কৰি বিভক্ত কৰে বাবে তেওঁৰ নাম বেদব্যাস। তেওঁ মহাভাৰত, অষ্টাদশ মহাপুৰাণ, বেদান্ত দৰ্শন আৰু ভাগৱতৰ ৰচয়িতা। তেওঁৰ সহবাসত অম্বিকাৰ গৰ্ভত ধৃতৰাষ্ট্ৰ আৰু অম্বালিকাৰ গৰ্ভত পাণ্ডুৰ জন্ম হয়। দাসী গৰ্ভজাত বিদুৰ তেওঁৰেই পুত্ৰ। পাতঞ্জল দৰ্শনৰ উৎকৃষ্ট টীকাও তেওঁ প্ৰণয়ণ কৰে।

কথিত আছে যে মহাভাৰত লিখাৰ সময়ত ব্যাসে ব্ৰহ্মাৰ পৰা উপদেশ লবলৈ যাওঁতে ব্ৰহ্মাই গনেশক মহাভাৰতৰ লিপি-কাৰৰূপে মনোনীত কৰে। গনেশ এই স্বৰ্ত্তত লিপিকাৰ হবলৈ মান্তি হয় যে লিখাৰ সময়ত কেতিয়াও তেওঁৰ লিখনী স্তব্ধ হব নোৱাৰিব। ব্যাসে ভাবিলে যে তেওঁৰ ৰচনাত আঠ হেজাৰ আঠ শ এনে শ্লোক আছে যে— যাৰ অৰ্থ স্বয়ং গণেশেও বুজি পাব নে নেপায় সন্দেহ। সেইবাবে ব্যাসেও গণেশক এটা স্বৰ্ত্ত দিলে যে ব্যাসে যি কব তাৰ সম্পূৰ্ণ অৰ্থ নুবুজাকৈ গণেশেও লিখিব নোৱাৰিব। গণেশ সম্মত হ'ল। গণেশ সৰ্ব্বজ্ঞ হলেও কঠিন শ্লোক সমূহ লিখিবৰ সময়ত তেওঁ কিছু চিন্তা কৰিব লগা হয় আৰু সেই সুযোগতে ব্যাসে মনে মনে বহুতো নতুন শ্লোক ৰচনা কৰে।

ব্যাসৰ জন্ম কাহিনী এনে :— এদিন মৎস্যগন্ধা সত্যবতীয়ে পিতৃৰ আদেশত যমুনাত মানুহ পাৰ কৰিছিল। এনেতে ঋষি পৰাশৰ নৈ পাৰ হবলৈ নাৱঁত উঠিলহি। ৰূপৱতী মৎস্যগন্ধাক দেখি পৰাশৰ অতিকৈ কামাতুৰ হৈ পৰিল আৰু তেওঁৰ সঙ্গম প্ৰাৰ্থনা কৰিলে। তেনে সময়ত আৰু মুকলি পৰিস্থিতিত মৎস্যগন্ধাই তেনে কাম কৰিবলৈ আপত্তি কৰিলত পৰাশৰে কুৰঁলীৰ সৃষ্টি কৰিলে আৰু কলে যে সেই সঙ্গমৰ ফলত মৎস্যগন্ধাৰ কুমাৰীত্ব কলঙ্কিত নহয়। তেওঁ আৰু বৰ দি কলে যে মৎস্যগন্ধা সুগন্ধাযুক্ত হব। এই মিলনৰ ফলতে কৃষ্ণ দ্বৈপায়নৰ জন্ম। মৎস্যগন্ধা পাচলৈ সত্যৱতীৰূপে পৰিচিতা হয়। মাতৃৰ অনুমতি লৈ ওপোজাৰ পাচৰে পৰা কৃষ্ণ দ্বৈপায়ণ তপস্যাত ৰত হয়। তেওঁ মাকক কয় যে প্ৰয়োজন হলেই তেওঁ মাকৰ ওচৰত উপস্থিত হবহি।

সত্যৱতীৰ সৈতে মহাৰাজ শান্তনুৰ বিয়া হয়। তেওঁ-লোকৰ পুত্ৰ চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য্য নিঃসন্তান অৱস্থাত স্বৰ্গী

হলত সত্যৱতীৰ অনুৰোধত ব্যাসে অম্বিকা আৰু অম্বালিকাৰ গৰ্ভত ধৃতৰাষ্ট্ৰ আৰু পাণ্ডুক জন্ম দিয়ে। সঙ্গম কালত ব্যাসৰ উজ্জল চকু, কৃষ্ণ বৰ্ণ আৰু পিঙ্গল জঁটা দেখি ভয়তে অম্বিকাই চকু মুদি দিয়ে; ফলত ধৃতৰাষ্ট্ৰ অন্ধ হয়। অম্বালিকাও ভয়তে শেতা পৰি যোৱা বাবে পাণ্ডুও শেতা (পাণ্ডুৰ) হয়। সত্যৱতায়ে অম্বিকাক পুনৰ ব্যাসৰ ওচৰলৈ যাবলৈ কোৱাত ভয়তে অম্বিকাই নিজে নগৈ ৰূপহী দাসী এজনীক পঠিয়াই দিয়ে। ব্যাসে দাসীৰ গৰ্ভত বিদুৰক উৎপাদন কৰে। এবাৰ এগৰাকী অপ্সৰাক দেখি ব্যাসদেৱৰ ৰেতঃপাত হয়। অপ্সৰাই ভয়তে শুক পক্ষীৰ আকাৰ ধাৰণ কৰি পলায়ণ কৰে। এই ৰেতঃপাতৰ পৰাই শুকদেৱৰ জন্ম হয়। ৰেতঃপাতৰ পাচতে তেওঁ শুক পক্ষীক দেখা বাবে পুত্ৰৰ নাম ৰাখিছিল শুকদেৱ।

মহাভাৰতৰ নানা ঘটনাৰ লগত ব্যাস জড়িত। তেওঁৰ বিধান মতেই পঞ্চপাণ্ডৱে দ্ৰৌপদীক বিয়া কৰায়। তেওঁৰ বৰতে সঞ্জয়ে দিব্য চকু লাভ কৰে আৰু কুৰুক্ষেত্ৰৰ যুদ্ধক্ষেত্ৰলৈ নোযোৱাকৈও ধৃতৰাষ্ট্ৰক যুদ্ধৰ ঘটনাৱলী বৰ্ণাই কৰলৈ সমৰ্থ হয়। ধৃতৰাষ্ট্ৰ আদিৰ প্ৰাৰ্থনাত তেওঁ যোগবলেৰে যুদ্ধত নিহত হোৱা ভীষ্ম আদিক দৰ্শন কৰাই তেওঁলোকৰ পিতৃ-মাতৃ আৰু পত্নীসকলৰ প্ৰীতিসাধন কৰে আৰু ধৃতৰাষ্ট্ৰক দিব্য চকু দান দিয়ে। পুৰাণমতে ব্যাসদেৱ কৃষ্ণৰ অংশ স্বৰূপ। বিভিন্ন পুৰাণ আলোচনা কৰিলে দেখা যায় যে ভিন্ন ভিন্ন কল্পত কৃষ্ণ দ্বৈপায়ণ ভিন্ন ভিন্ন ব্যাসৰূপে আবিৰ্ভূত হৈছিল। তেওঁলোক প্ৰত্যেককে বিষ্ণু বা ব্ৰহ্মাৰ স্বৰূপ বোলা হয়।

বেদক ৰক্ষা কৰিবলৈ, তেওঁ বেদ বিভাগ কৰে। বেদ বিভাগ কৰি তেওঁ সুমন্তু, জৈমিনী, পৈল, বৈশম্পায়ণ আৰু পুত্ৰ শুকদেৱক অধ্যয়ণ কৰায়। মহাভাৰত সম্বন্ধেও তেওঁ তেওঁলোকক উপদেশ দিয়ে। পাচত তেওঁ লোমহৰ্ষণ মুনিক

ইতিহাস আৰু পুৰাণ পাঠৰ শিষ্যৰূপে গ্ৰহণ কৰে। তেওঁ চিৰঞ্জীৱিসকলৰ অন্যতম।

**বিদ্যাধৰ** :—ইন্দ্ৰৰ অনুচৰ বিশেষ। আকাশ আৰু পৃথিবীৰ মধ্য-স্থলত তেওঁলোকে বাস কৰে। তেওঁলোকে সংগীতৰ অধিকাৰী। ইন্দ্ৰৰ অনুচৰ যদিও তেওঁলোকৰ নিজৰ ৰজা আছিল। মানুহৰ লগতো তেওঁলোকে বৈবাহিক সম্বন্ধ কৰিছিল বুলি জনা যায়।

**বিদ্যাধৰী** :—ইন্দ্ৰৰ বিশেষ অনুচৰী। (বিদ্যাধৰ দ্ৰষ্টব্য)।

**বিদুৰ** :—ব্যাসদেৱৰ পুত্ৰ। ৰজা বিচিত্ৰবীৰ্য্যৰ পত্নী অম্বিকাৰ এজনী অতি ৰূপৱতী দাসীৰ গৰ্ভত ব্যাসদেৱৰ ঔৰসত তেওঁৰ জন্ম হয়। (ব্যাস দ্ৰষ্টব্য)। কথিত আছে যে অনীমাণ্ডৱ ঋষিক লঘু পাপত গুৰু দণ্ড দিয়াত ঋষিয়ে যম ৰজাক অভিশাপ দিয়ে আৰু সেই শাপৰ ফলতে যমে বিদুৰৰূপে জন্ম গ্ৰহণ কৰে। দেৱক ৰজাৰ এজনী শূদ্ৰা পত্নীৰ গৰ্ভত এজন ব্ৰাহ্মণৰ ঔৰসজাতা কন্যাৰ লগত তেওঁৰ বিয়া হয়। দুৰ্য্যোধনৰ জন্মৰ সময়ত নানান দুৰ্লক্ষণ দেখি তেওঁ দুৰ্য্যোধনক পৰিত্যাগ কৰিবলৈ ধৃতৰাষ্ট্ৰক পৰামৰ্শ দিছিল। তেৱেঁই পাণ্ডৱ-সকলক জতুগৃহৰ পৰা ৰক্ষা পৰাৰ উপায় দিছিল। পাণ্ডৱক আধা ৰাজ্য দিব লাগে বুলি তেঁৱেই নিৰ্ভীকভাৱে ৰাজসভাত মত প্ৰকাশ কৰিছিল। বিজিতা দ্ৰৌপদীক চুলিত ধৰি টানি আনিবলৈ দুৰ্য্যোধনে তেওঁক দিয়া আদেশ প্ৰত্যাখ্যান কৰি তেওঁ সভাৰ মাজতে দুৰ্য্যোধনক কঠোৰ তিৰস্কাৰ কৰিছিল। পাণ্ডৱৰ বনবাসৰ সময়ত তেওঁ কুন্তীক আশ্ৰয় দিছিল। পাণ্ডৱসকল বনলৈ যোৱাৰ পাচত ধৃতৰাষ্ট্ৰই বিদুৰৰ পৰামৰ্শ বিচৰাত তেওঁ দুৰ্য্যোধনে পাণ্ডৱৰ ওচৰত ক্ষমা মাগি তেওঁ-লোকক আধা ৰাজ্য দিব লাগে বুলি পৰামৰ্শ দিছিল। তেতিয়া ধৃতৰাষ্ট্ৰই বিদুৰক ৰাজ্যৰ পৰা বাহিৰ কৰি দিয়াত

তেওঁ গৈ কাম্যক বনত থকা পাণ্ডৱৰ লগত মিলিত হৈছিল। কিন্তু সঞ্জয়ক পঠিয়াই ধৃতৰাষ্ট্ৰই তেওঁক ওভোটাই আনে। কুৰুক্ষেত্ৰৰ যুদ্ধৰ প্ৰাক্‌কালত তেওঁ এই যুদ্ধ নেপাতিবলৈ ধৃতৰাষ্ট্ৰক অশেষ বুজনি দিছিল। সন্ধিৰ দূত হৈ শ্ৰীকৃষ্ণ হস্তিনাপুৰলৈ আহোতে কৌৰৱৰ আতিথ্য দলিয়াই দি বিদুৰৰ ঘৰতহে আলহী হৈছিল। কুৰুক্ষেত্ৰৰ যুদ্ধৰ শেষত পুত্ৰশোকত জৰ্জ্জৰিত ধৃতৰাষ্ট্ৰক তেওঁ নানাভাৱে সান্ত্বনা দিছিল। যুদ্ধৰ শেষত তেওঁ যুধিষ্ঠিৰৰ আশ্ৰয়ত পোন্ধৰ বছৰ কাল আছিল আৰু ধৰ্ম আৰু ব্যৱহাৰ বিষয়ক কাৰ্য্যাৱলী পৰিদৰ্শন কৰিছিল। ধৃতৰাষ্ট্ৰই বানপ্ৰস্থ অৱলম্বন কৰিলত বিদুৰো তেওঁৰ সঙ্গী হয়। বহুকাল তেওঁ আহাৰ আৰু বাক্য পৰিহাৰ কৰি কাঠ এটুকুৰা মুখত লৈ যোগাভ্যাস কৰে আৰু সেই অৱস্থাতে তনুত্যাগ কৰে।

বিদুৰথ— ★ ৪

বিধাতা :—ব্ৰহ্মাৰ আন এটা নাম। প্ৰাণীৰ বিধান কৰ্ত্তা নাইবা জগত ৰক্ষাৰ নাইবা কাৰ্য্যৰ নাইবা সৃষ্টিৰ বিধান কৰে বাবে তেওঁৰ এই নাম।

বিধি :—ব্ৰহ্মাৰ আন এটা নাম। (বিধাতা দ্ৰষ্টব্য)।

বিভীষণ :—লঙ্কেশ্বৰ ৰাবণৰ ভায়েক। মহৰ্ষি বিশ্ৰবা আৰু নিকষা বা কৈকেষীৰ কণিষ্ঠ পুত্ৰ। তপস্যা কৰি ব্ৰহ্মাৰ পৰা বৰ লোৱাৰ সময়ত(ৰাবণ দ্ৰষ্টব্য) তেওঁ ধাৰ্ম্মিক হোৱাৰ বৰ লাভ কৰে। ৰাবণ লঙ্কাৰ ৰজা হোৱাৰ পাচত তেওঁ ককায়েকৰ সৈতে লঙ্কাতে থাকে। ৰাবণে সীতাক হৰণ কৰি অনাত তেওঁ মনত বৰ আঘাত পায়। ৰামে সসৈন্যে লঙ্কাত প্ৰবেশ কৰিলত তেওঁ সসম্মানে সীতাক ওভোটাই দি ৰামৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিবলৈ ককায়েকক খাটনি ধৰে। ৰাবণে তেওঁৰ কথাতো নুশুনিলেই আনহাতে তেওঁক পদাঘাত কৰি

লঙ্কাৰ পৰা বাহিৰ কৰি দিলে। ককায়েকৰ ব্যৱহাৰত ক্ৰুদ্ধ হৈ তেওঁ ৰামৰ আশ্ৰয় গ্ৰহণ কৰে আৰু ৰাৱণ পক্ষৰ বহুতো গুপ্ত কথাৰ সম্ভেদ দি সবংশে ৰাৱণক নিধন কৰাত ৰামক সহায় কৰে। তেওঁৰ সহায়তেই ৰাৱণৰ পুত্ৰ ইন্দ্ৰজিতক লক্ষ্মণে যজ্ঞশালত নিহত কৰে। ৰাৱণৰ মৃত্যুৰ পাচত তেওঁ লঙ্কাৰ ৰজা হয় আৰু ৰাৱণৰ পত্নী মন্দোদৰীকো পত্নীৰূপে গ্ৰহণ কৰে। তেওঁৰ প্ৰথমা পত্নীৰ নাম হ'ল সৰমা। তেওঁ শৈলূষৰ কন্যা। ৰামৰ মহাপ্ৰস্থানৰ সময়ত তেওঁ অযোধ্যাত উপস্থিত আছিল। ব্ৰহ্মাৰ বৰৰ প্ৰভাৱত তেওঁ মহাপ্ৰলয় পৰ্য্যন্ত জীয়াই থাকে।

বিৰাধ :—এজন পৰাক্ৰমী ৰাক্ষস। তেওঁৰ পিতৃৰ নাম যৱ আৰু মাতৃৰ নাম শতহ্ৰদা। পূৰ্ব্বে তেওঁ তুম্বুৰু নামৰ এজন গন্ধৰ্ব্ব আছিল। অপসৰা ৰম্ভাৰ প্ৰতি আসক্তি বশতঃ কৰ্ত্তব্যত অৱহেলা কৰা বাবে কুবেৰৰ শাপত তেওঁ ৰাক্ষসৰূপে জন্ম লয়। ব্ৰহ্মাৰ পৰা তেওঁ অস্ত্ৰৰ দ্বাৰা নিহত নোহোৱাৰ বৰ লাভ কৰিছিল। ৰামে সীতা আৰু লক্ষ্মণৰ লগত দণ্ড-কাৰণ্যত বনবাস খাটি থাকোঁতে তেওঁ সীতাক হৰণ কৰি-বলৈ উদ্যোগ কৰে। ৰাম-লক্ষ্মণৰ লগত তেওঁৰ যুদ্ধ হয়। সেই সময়ত ৰামক তেওঁৰ পূৰ্ব্বৰ কথা জনায় আৰু ৰামৰ হাতত মৃত্যু হ'লেই তেওঁৰ কুবেৰ দত্ত অভিশাপ খণ্ডিব বুলি কয়। বিৰাধৰ নিৰ্দ্দেশমতেই ৰামে তেতিয়া তেওঁৰ হাত ভৰি কাটি গাঁত এটাত পেলাই থয় আৰু সেইদৰেই মৃত্যুৰ মুখত পৰি তেওঁ মুক্তিলাভ কৰে।

বিৰূপাক্ষ :—(১) মহাদেৱৰ আন এটা নাম। বিৰূপ বা কুৎসিৎ যাৰ অক্ষি বা চকু তেওঁ বিৰূপাক্ষ।

(২) পুৰাকালে পৃথিৱীক ধাৰণ কৰি থকা হাতীটোৰ নাম। এই হাতীয়ে গা-মূৰ জোকাৰিলে ভূমিকম্প হয়।

(৩) ৰাৱণৰ অন্যতম অনুচৰ। হনুমানে লঙ্কাৰ অশোক বন লণ্ড-ভণ্ড কৰাৰ পাচত ৰাৱণে হনুমানক বধ কৰিবলৈ তেওঁক পঠাইছিল। কিন্তু হনুমানৰ হাতত হে তেওঁৰ মৃত্যু হয়।

বিৰোচন :— (১) প্ৰহ্লাদৰ পুত্ৰ। ৰাক্ষসৰাজ বৃষপৰ্ব্বাৰ কন্যা সুৰুচিক তেওঁ বিয়া কৰায়। তেওঁলোকৰ বলি নামৰ পুত্ৰৰ জন্ম হয়।

২) মৎস্যপুৰাণমতে বেনৰ পুত্ৰ পৃথুৱে পৃথিবীক দোহন কৰাৰ পাচত আৰু বহুতে এই কাম কৰিছিল। অসুৰ সকলে যেতিয়া পৃথিবীক দোহন কৰে তেতিয়া দ্বিমূৰ্দ্ধা নামৰ অসুৰ এজনে দোগ্ধা আৰু বিৰোচন নামৰ অসুৰ এজন পোৱালী হৈছিল।

(৩) ধৃতৰাষ্ট্ৰৰ এশজন পুত্ৰৰ এজনৰ নাম আছিল বিৰোচন।

বিশ্বকৰ্ম্মা :— শিল্পবিদ্যা বিশাৰদ দেৱশিল্পী। বেদত পৃথিবীৰ সৃষ্টি-কৰ্ত্তাকো বিশ্বকৰ্ম্মা বুলি কোৱা হয়। তেওঁ উপবেদ স্থাপত্য বেদ আদিৰ প্ৰকাশক আৰু চৌষষ্ঠী কলাৰ অধিষ্ঠাতা। মৎস্য-পুৰাণ আৰু বিষ্ণুপুৰাণমতে তেওঁ অষ্টবসুৰ অন্যতম প্ৰভাসবসুৰ ঔৰসত আৰু বৃহস্পতিৰ ভগ্নী যোগসিদ্ধাৰ গৰ্ভত জন্মগ্ৰহণ কৰে। তেওঁ প্ৰাসাদ, ভৱন, উদ্যান, নগৰ আদিৰ শিল্প প্ৰজাপতি। তেওঁৰ কৃপাতে মানুহে শিল্প-কলাত পাৰদৰ্শিতা লাভ কৰে। ঋগ-বেদমতে তেওঁ সৰ্ব্বদৰ্শী ভগবান। তেওঁৰ চকু, মুখ, বাহু আৰু ভৰি সৰ্ব্বদিশ ব্যাপি আছে। স্বৰ্গ আৰু মৰ্ত্ত্যৰ তেওঁ নিৰ্ম্মাতা। লংকাপুৰী, জগন্নাথ মূৰ্ত্তি আদি তেৱেঁই নিৰ্ম্মাণ কৰে। ৰামৰ দ্বাৰা সেতুবন্ধন কালত তেওঁ নৰ-বান্দৰৰ সৃষ্টি কৰিছিল। কোন পুৰাণমতে তেওঁ বৈদিক ত্বষ্টা দেৱতাৰ কৰ্মশক্তি আত্মসাৎ কৰিছিল ; সেয়ে তেওঁ ত্বষ্টা নামে অভিহিত। আগ্নেয় অস্ত্ৰ সমূহো তেওঁৰ দ্বাৰাই নিৰ্ম্মিত। বৃত্ৰাসুৰ বধৰ বাবে দধীচি মুনিৰ অস্থিৰে তেৱেঁই অস্ত্ৰ নিৰ্ম্মাণ কৰে। মহাভাৰত

মতে তেওঁ সমস্ত শিল্পৰ আবিষ্কাৰক আৰু সকলো প্ৰকাৰৰ কাৰুকাৰ্য্যৰ নিৰ্ম্মাতা। তেওঁ নিজৰ কন্যা সংজ্ঞাক সূৰ্য্যৰ লগত বিয়া দিয়ে; কিন্তু সংজ্ঞাই সূৰ্য্যৰ প্ৰখৰ তাপ সহিব নোৱাৰা বাবে তেওঁ শান চক্ৰৰদ্বাৰা সূৰ্য্যৰ এক অষ্টমাংশ উজ্জ্বলতা কাটি পেলায়। এই কৰ্ত্তিত অংশটোৰে তেওঁ বিষ্ণুৰ সুদৰ্শন চক্ৰ, শিৱৰ ত্ৰিশূল, কুবেৰৰ অস্ত্ৰ, কাৰ্ত্তিকৰ বল্লম আৰু অন্যান্য দেৱতাসকলৰ অস্ত্ৰ শস্ত্ৰাদি নিৰ্ম্মাণ কৰে।

বিষ্ণু:— হিন্দু ধৰ্ম্ম আৰু হিন্দু শাস্ত্ৰ অনুসৰি নিৰূপিত হোৱা প্ৰধান দেৱতা তিনি গৰাকীৰ অন্যতম। তেওঁ জগতৰ পালক। প্ৰজাপতি কশ্যপৰ ঔৰসত আৰু অদিতিৰ গৰ্ভত বিষ্ণুৰ জন্ম হয়। তেওঁ চতুৰ্ভুজ, চাৰিখন হাতত পাঞ্চজন্য শঙ্খ সুদৰ্শন চক্ৰ, কৌমদকী গদা আৰু পদ্ম ফুল ধাৰণ কৰে। তেওঁৰ ধনুখনৰ নাম শাৰ্ঙ্গ, তৰোৱালখনৰ নাম নন্দক, বাহন গৰুড়, বাসস্থান বৈকুণ্ঠ। তেওঁৰ বুকুত কৌস্তুভ মণি আৰু শ্ৰীবৎস নামৰ এটা অদ্ভুত চিন। তেওঁৰ বাহুত স্যমন্তক মণি। লক্ষ্মী আৰু সৰস্বতী তেওঁৰ পত্নী। কামদেৱ তেওঁৰ পুত্ৰ। পৃথিবীৰ কল্যাণৰ বাবে আৰু দেৱতাসকলৰ ৰক্ষা আৰু সাহায্যৰ বাবে তেওঁ অসংখ্য অৱতাৰ ধাৰণ কৰিছে। পুৰাণ মতে তেওঁৰ প্ৰধান অৱতাৰ দহটা। যেনে—মৎস্য, কূৰ্ম্ম, বৰাহ, নৃসিংহ, বামন, ৰাম, পৰশুৰাম, হলীৰাম, বুদ্ধ আৰু কল্কি। তেওঁ অসংখ্য দৈত্য দানৱক নিহত কৰিছে। যেনে- মধু, ধন্ধুক, পুতনা, যমলাৰ্জ্জুন, কালনেমি, হয়গ্ৰীৱ, শকট, অৰিষ্ট, কৈটভ, কংস, কেশী, শাল্ব, বান, কালীয়, নৰক, বলি, শিশুপাল আদি। তেওঁ পৰমাত্মা, পুৰুষ, অব্যয়, ঈশ্বৰ, বিশ্ব-ব্যাপক আৰু প্ৰভু। মনুষ্যৰ দেহ লৈ নাৰায়ণ ৰূপে তেওঁ প্ৰলয়সমুদ্ৰত শেষ নাগৰ কোলাত শুইছিল। তেওঁৰ নাভি-উদ্ভূত পদ্ম ফুলৰ পৰা সৃষ্টি-কৰ্ত্তা ব্ৰহ্মাৰ জন্ম হয়।

জগত সৃষ্টিৰ সময়ত তেওঁ মধু আৰু কৈটভ নামৰ দুই দানৱক বধ কৰি সিহঁতৰ মেদৰ পৰাই পৃথিবীৰ সৃষ্টি কৰিছিল। সেয়ে পৃথিবীৰ আন এটা নাম মেদিনী।

বুদ্ধ :—বিষ্ণুৰ নৱম অৱতাৰ। তেওঁ পৃথিবীৰ অন্যতম ধৰ্ম বৌদ্ধ-ধৰ্মৰ প্ৰৱৰ্ত্তক আৰু সমাজ সংস্কাৰক। ৫৬০ খৃঃপূৰ্বত কপিলাবস্তুৰ ওচৰত লুম্বিনীত বহাগ মাহৰ পূৰ্ণিমা তিথিত তেওঁৰ জন্ম হয়। পিতৃ শুদ্ধোধন আছিল শাক্য বংশীয় আৰু কপিলাবস্তুৰ ৰজা। জন্মৰ অলপ পাচতে তেওঁৰ মাতৃ মায়াদেবীৰ মৃত্যু হয়, গতিকে মাহীমাক গৌতমীয়ে তেখেতক লালন পালন কৰে। লৰা-কালৰে পৰা সুখ-সম্পদৰ প্ৰতি তেখেতৰ স্বভাবিক বিৰাগ আছিল। আৰু সেইবাবেই এজন জৰাগ্ৰস্ত, এজন ব্যাধিগ্ৰস্ত মানুহ আৰু মৃতদেহ এটা দেখি তেওঁ মানুহৰ জীৱনৰ অৱশ্যম্ভাবী শেষ পৰিনতিৰ কথা উপলব্ধি কৰি শিয়ঁৰি উঠে আৰু সংসাৰ ত্যাগ কৰিবলৈ সংকল্প লয়। তেওঁৰ ২৯ বছৰ বয়সত পুত্ৰ ৰাহুল উপজিলত আৰু বিলম্ব নকৰি তেওঁ গৃহত্যাগ কৰে। ছবছৰ কাল কঠিন তপস্যা আৰু সাধনা কৰাৰ পাচত ৩৫ বছৰ বয়সত গয়াৰ কাষৰ উৰুবিল্ল গাঁৱত বোধিদ্ৰুমৰ পাদমূলত গভীৰ ধ্যানত মগ্ন হৈ থকা অৱস্থাত তেওঁৰ বুদ্ধত্ব-প্ৰাপ্তি ঘটে। সাৰনাথৰ মৃগদাং নামৰ উদ্যানত তেওঁ প্ৰথমে ধৰ্ম প্ৰচাৰ কৰে। প্ৰথমতে তেওঁৰ শিষ্য আছিল মাত্ৰ পাঁচ জন। ৪৮০ খৃঃপূৰ্ব্বৰ বহাগ মাহৰ পূৰ্ণিমা তিথিত সমাধি যোগে তেওঁ মহাপৰিনিৰ্ব্বাণ লাভ কৰে।

বুদ্ধ অৱতাৰত ভগবানে জীৱ-ক্ষয়স্কৰ হিংসা নিৰোধ কৰিছিল বুলি ব্যাখ্যা দিয়া হয়। "অহিংসা পৰম ধৰ্ম" — এয়েই আছিল বুদ্ধ ধৰ্মৰ প্ৰধান মত। বুদ্ধৰ মতে সম্যক দৃষ্টি; সৎ বাক্য, সৎ কৰ্ম, সৎ সংকল্প, সৎ জীৱন, সম্যক চেষ্টা, সম্যক স্মৃতি আৰু সম্যক সমাধি এই অষ্টাঙ্গিক মাৰ্গ বা পথ অনুসৰণ কৰিলে মানুহে সকলো ধৰণৰ ক্লেশৰ পৰা নিষ্কৃতি

লাভ কৰি নিৰ্ব্বাণ লাভ কৰিবলৈ সমৰ্থ হব পাৰে। অহিংসা, সত্যবাদিতা, ব্ৰহ্মচৰ্য্য, অনাশক্তি আদিত নিয়ত ৰত থাকিবলৈও তেওঁ সভতে উপদেশ দিছিল।

শ্ৰীমন্ত শঙ্কৰে তেৰাৰ অৱতাৰ বৰ্ণনত বুদ্ধৰ বিষয়ে এইদৰে লিখিছে:—"বুদ্ধ অৱতাৰে বেদ পথ কৰি ছন।

বামানয় শাস্ত্ৰে মুহি আছা অজ্ঞজন॥
নিশ্চিন্তে চৰন নাম নলয়ে তোমাৰ।
সদায়ে প্ৰমত্ত লোক পাষণ্ড আচাৰ।"

"বামানয়" শব্দৰ অৰ্থ হল বেদৰ চলিত মতৰ বিৰুদ্ধ। শ্ৰীমন্ত শঙ্কৰদেৱে কীৰ্ত্তনত ভগবানে বুদ্ধ অৱতাৰৰ দ্বাৰা পূৰ্ব্বাপৰ চলি অহা বেদ শাস্ত্ৰোক্ত ধৰ্ম্মপথ উচ্ছন্ন কৰি বামানয় শাস্ত্ৰৰ দ্বাৰা অৰ্থাৎ বেদৰ চলিত খণ্ডৰ বিৰুদ্ধবাদী শাস্ত্ৰৰ দ্বাৰা অজ্ঞজনৰ মন মোহিত কৰিছে বুলি প্ৰকাৰান্তৰে বুদ্ধ অৱতাৰৰ বিৰূপ সমালোচনাহে কৰিছে যেন লাগে।

বৃকোদৰ:— ★ ১

বৃষকেতু:—মহাদেৱৰ আন এটা নাম। বৃষ শব্দৰ অৰ্থ হল ষাঁড়। কেতু শব্দৰ অৰ্থ হল চিন। বৃষ মহাদেৱৰ বাহন বা সেয়ে তেওঁৰ চিন। সেইবাবেই তেওঁ বৃষকেতু।

বৃষধ্বজ:— মহাদেৱৰ আন এটা নাম। বৃষ মানে ষাঁড় গৰু। ধ্বজ মানে গতিকৰ। গতিকে বৃষধ্বজ মানে বৃষৰ ওপৰত উঠি যেয়ে গতি কৰে। এতেকে মহাদেৱ।

ব্যোমাসুৰ:—এজন অসুৰ। গোপৰ ৰূপ ধৰি তেওঁ গোপ-শিশু সকলক চুৰ কৰি নি এটা গহ্বৰত লুকাই থৈছিল। পাচত শ্ৰীকৃষ্ণই তেওঁক বধ কৰি গোপ-শিশুসকলক উদ্ধাৰ কৰে।

ভদ্ৰা:—শ্ৰীকৃষ্ণৰ আঠ গৰাকী প্ৰধানা আৰু প্ৰিয়তমা মহিষীৰ অন্যতমা। তেওঁ বসুদেৱৰ ভগিনী শ্ৰুতকীৰ্ত্তিৰ কন্যা। তেওঁৰ ককায়েকৰ নাম সন্তৰ্দন। সৰুৰে পৰা তেওঁ শ্ৰীকৃষ্ণক স্বামী ৰূপে পাবলৈ বাঞ্ছা কৰিছিল। তেওঁ সদায় কৃষ্ণৰ গুণগান কৰিছিল। শ্ৰুতকীৰ্ত্তিয়ে এই কথা জানিছিল আৰু কন্যা বিবাহযোগ্যা হলত কৃষ্ণৰ ওচৰলৈ পুতেকক পঠিয়াই তেওঁক

মাতি আনি কন্যা-সম্প্ৰদান কৰিছিল।

ভানু :—এজন শক্তিশালী যাদৱ। তেওঁৰ কন্যাৰ নাম ভানুমতি। নিকুম্ভ নামৰ দৈত্য এজনে ভানুমতীক হৰণ কৰে। পাচত শ্ৰীকৃষ্ণই নিকুম্ভক বধ কৰি ভানুমতীক উদ্ধাৰ কৰে। পাচত পঞ্চম পাণ্ডৱ সহদেৱে ভানুমতীক বিয়া কৰায়।

ভীম :—দ্বিতীয় পাণ্ডৱ। পাণ্ডু ৰজাৰ পত্নী কুন্তীৰ গৰ্ভত আৰু বায়ুৰ ঔৰসত তেওঁৰ জন্ম হয়। সৰুৰে পৰা তেওঁ মহাবলী আৰু ভোজন বিলাসী আছিল। কৃপাচাৰ্য্য, দ্ৰোণাচাৰ্য্য আৰু বলোৰামৰ ওচৰত তেওঁ যুদ্ধবিদ্যা শিকে। গদা-চালনাত তেওঁ বৰ নিপুণ আছিল। ভোজন বিলাসী বাবে তেওঁৰ আন এটা নাম আছিল বৃকোদৰ (বৃক নামৰ অগ্নি যাৰ উদৰত অৱস্থিত) সৰু কালৰে পৰা তেওঁ কৌৰৱসকলৰ ভয়ৰ কাৰণ হৈ উঠে। বাল্যকালতে তেওঁক বধ কৰিবৰ বাবে দুৰ্য্যোধনে পাণ্ডৱ সকলক খেলাৰ চলেৰে গঙ্গাৰ তীৰলৈ মাতি নি বিষ মিহলি পায়স খুৱাই ভীমক অজ্ঞান কৰে আৰু লতাৰে হাত ভৰি বান্ধি গঙ্গাত পেলাই দিয়ে। তেওঁ নাগলোক পায়গৈ আৰু নাগসকলে তেওঁক কামোৰাৰ ফলত তেওঁৰ বিষ ক্ষয় হয়। নাগৰাজ বাসুকীৰ অনুগ্ৰহত তেওঁ ঘৰলৈ ঘূৰি আহে। জতুগৃহ দাহৰ পৰা তেৱেঁই মাক আৰু ভায়েক-ককায়েক সকলক ৰক্ষা কৰে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ সময়ত তেওঁ কৃষ্ণ আৰু অৰ্জ্জুনেৰে সৈতে মগধলৈ গৈ জৰাসন্ধক বধ কৰে। যুধিষ্ঠিৰ পাশাখেলত হৰাৰ পাচত দুঃশাসনে দ্ৰৌপদীক চুলিত ধৰি টানি আনি আৰু দুৰ্যোধনে উৰুত বহুৱাই লম বুলি অপমান কৰাৰ প্ৰতিশোধ ৰূপে তেওঁ কুৰুক্ষেত্ৰৰ যুদ্ধত দুঃশাসনৰ ৰক্ত পান আৰু দুৰ্যোধনৰ উৰুভংগ কৰে। হিৰিম্ব ৰাক্ষসক বধ কৰি তেওঁ ৰাক্ষসৰ ভনীয়েক হিৰিম্বাক বিয়া কৰাই। ঘটোৎকচ তেওঁৰ হিৰিম্বাৰ গৰ্ভজাত পুত্ৰ। দ্ৰৌপদীৰ গৰ্ভ সম্ভূত তেওঁৰ পুত্ৰৰ নাম সুতসোম। চেদীৰাজ শিশুপালৰ

ভনীয়েক এজনীকো তেওঁ বিয়া কৰায়। বনবাসৰ সময়ত কাম্যকবনত তেওঁ বকাসুৰ ৰাক্ষসক বধ কৰে। দ্ৰৌপদীৰ স্বয়ম্বৰৰ সময়ত তেওঁ শল্যক পৰাস্ত কৰে। যুধিষ্ঠিৰৰ ৰাজ-সুয় যজ্ঞৰ আগতে ধন আহৰণৰ বাবে পাণ্ডৱসকলে দিগ্বিজয় কৰিবলৈ স্থিৰ কৰিলত তেওঁ পূৱ দিশলৈ গৈ পাঞ্চাল, বিদেহ, দশাৰ্ন, চেদি, কোশল, অযোধ্যা প্ৰভৃতি দেশ জয় কৰি প্ৰভূত ধন বস্ত্ৰ আহৰণ কৰে। অজ্ঞাত বাসৰ সময়ত তেওঁ বিৰাট ৰজাৰ ঘৰত ৰান্ধনী ৰূপে কটায় আৰু বিৰাটৰ সেনাপতি কীচকে দ্ৰৌপদীক অপমান কৰা বাবে কীচকক বধ কৰে। কুৰুক্ষেত্ৰৰ যুদ্ধৰ অন্তত পাণ্ডৱসকলে পোন্ধৰ বছৰ কাল ৰাজত্ব কৰিছিল। পাচত তেওঁলোকে মহাপ্ৰস্থান কৰে। অতি ভোজন আৰু আত্ম-প্ৰশংসাৰ বাবে তেওঁ স-শৰীৰে স্বৰ্গলৈ যাব নোৱাৰিলে। বাটতে তেওঁৰ মৃত্যু হয়। (ভীমৰ কাহিনী অতি দীঘলীয়া ; ইয়াত চমুকৈ কিছু কথা দিয়া হৈছে)।

ভীষ্ম :— মহাৰাজ শান্তনুৰ পুত্ৰ। গঙ্গা তেওঁৰ মাতৃ। সেয়ে তেওঁ গাঙ্গেয় নামেও খ্যাত। বশিষ্ঠৰ শাপত গঙ্গাৰ গৰ্ভজাত অষ্টবসুৰ তেওঁ শেষৰজন [বসু দ্ৰষ্টব্য]। তেওঁৰ আন এটা নাম সত্যব্ৰত। তেওঁ বশিষ্ঠৰ ওচৰত বেদ অধ্যয়ণ আৰু পৰশুৰামৰ ওচৰত অস্ত্ৰ শিক্ষা কৰে। তেওঁ সেইকালৰ সৰ্ব্বশ্ৰেষ্ঠ বীৰৰূপে পৰিগণিত হয়।

ধীবৰ ৰাজকন্যা সত্যৱতীৰ ৰূপত মোহিত হৈ শান্তনু সত্যৱতীৰ পাণিপ্ৰাৰ্থী হৈছিল। কিন্তু সত্যব্ৰতৰ দৰে এজন উপযুক্ত কুমাৰ থকাত ভৱিষ্যতলৈ তেওঁৰ নাতিনীয়েকহঁতে ৰাজ সিংহাসন নেপাব বুলি কাৰণ দেখুৱাই ধীবৰ ৰাজে প্ৰস্তাৱ প্ৰত্যাখ্যান কৰে। কথাটো জানিব পাৰি সত্যব্ৰতে নিজেই পিতাকৰ বাবে সত্যৱতীক খোজে গৈ। তেওঁ ৰজাৰ ওচৰত প্ৰতিজ্ঞা কৰে যে তেওঁ কেতিয়াও সিংহাসন গ্ৰহণ

নকৰিব আৰু ভৱিষ্যতলৈও ৰজাৰ নাতিয়েকহঁতৰ বাবে সিংহাসন নিষ্কণ্টক কৰিবলৈ তেওঁ আজীৱন চিৰকুমাৰ হৈ থাকিব। তেতিয়া ধীবৰৰাজ মান্তি হয়। পিতৃৰ বাবে তেওঁ সকলো সাংসাৰিক সুখ পৰিত্যাগ কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হোৱা বাবে ভীষ্ম নামে খ্যাত হয়। ৰজা শান্তনুৱে পুত্ৰৰ কাৰ্য্যত পৰম প্ৰীত হৈ ভীষ্মক ইচ্ছামৃত্যুৰ বৰ দিয়ে। সত্যৱতীৰ গৰ্ভত শান্তনুৰ চিত্ৰাঙ্গদ আৰু বিচিত্ৰবীৰ্য্য নামৰ দুই পুত্ৰৰ জন্ম হয়। পুত্ৰ দুটিৰ নাবালক অৱস্থাতে শান্তনুৰ মৃত্যু হলত ভীষ্মই চিত্ৰাঙ্গদক সিংহাসনত থাপে। কিন্তু অলপ দিনৰ পিছতে এজন গন্ধৰ্ব্বৰ লগত হোৱা দ্বৈৰথ যুদ্ধত চিত্ৰাঙ্গদৰ মৃত্যু হোৱাত তেওঁ বিচিত্ৰবীৰ্য্যক সিংহাসনত বহুৱায়।

বিচিত্ৰবীৰ্য্যৰ বিয়াৰ বয়স হলত তেওঁ কাশীৰাজৰ তিনি কন্যা অম্বা, অম্বিকা আৰু অম্বালিকাক স্বয়ম্বৰ সভাৰ পৰা জোৰকৈ লৈ আহে। পাচত তেওঁ অম্বাক গোপনে ৰজা শাল্বৰ ওচৰলৈ পঠিয়াই দিয়ে। বাকী দুগৰাকী কন্যাক তেওঁ ভায়েক বিচিত্ৰবীৰ্য্যৰ লগত বিয়া দিয়ে। ইফালে ভীষ্মৰদ্বাৰা অপহৃতা হোৱা বাবে শাল্বই অম্বাক গ্ৰহণ নকৰিলে। কাশীৰাজেও তেওঁক আশ্ৰয় নিদিলে। উপায় নেপাই অম্বা ভীষ্মৰ গুৰু পৰশুৰামৰ শৰণাপন্ন হ'ল। গোটেই ঘটনাটো বিচাৰ কৰি পৰশুৰামে ভীষ্মক অম্বাক গ্ৰহণ কৰিবলৈ আদেশ দিলে। চিৰকুমাৰব্ৰত পালক ভীষ্মই গুৰুৰ আদেশ পালন কৰিবলৈ অপাৰগ হলত গুৰু-শিষ্যৰ মাজত যুদ্ধ হ'ল। দুই-তিনিদিন যুদ্ধ কৰাৰ পাচত ভীষ্মৰ হাতত পৰশুৰাম হাৰিল। অম্বাই ভীষ্ম-নিধনৰ অৰ্থে যমুনাৰ পাৰত মহাদেৱৰ তপস্যা আৰম্ভ কৰিলে। সন্তুষ্ট হৈ মহাদেৱে কলে যে পিচৰ জনমত অম্বাই দ্ৰুপদ ৰাজৰ কন্যা শিখণ্ডি ৰূপে জন্ম গ্ৰহণ কৰি ভীষ্ম বধৰ কাৰণ হব। অম্বাই অগ্নিত জপিয়াই প্ৰাণ ত্যাগ কৰে।

অপুত্ৰক অৱস্থাত ক্ষয়ৰোগত বিচিত্ৰবীৰ্য্য ঢুকায়। তেতিয়া সত্যৱতীয়ে বংশ ৰক্ষাৰ্থে অম্বিকা আৰু অম্বালিকাৰ গৰ্ভত পুত্ৰ উৎপাদন কৰিবলৈ ভীষ্মক অনুৰোধ কৰে। পূৰ্ব্বৰ প্ৰতিজ্ঞা সুঁৱৰি ভীষ্ম মান্তি নহ'ল। তেতিয়া সত্যৱতীয়ে তেওঁৰ কুমাৰী কালীন পুত্ৰ কৃষ্ণ দ্বৈপায়ন ব্যাসক এই অনুৰোধ কৰে। (ব্যাস দ্ৰষ্টব্য)। ধৃতৰাষ্ট্ৰ আৰু পাণ্ডুক তেওঁ নিজৰ পুত্ৰৰ দৰে ডাঙৰ দীঘল কৰি কৃপাচাৰ্য্য আৰু দ্ৰোণাচাৰ্য্যৰ দ্বাৰা অস্ত্ৰ শিক্ষা দিয়ায়। কালক্ৰমত কুৰু-পাণ্ডৱৰ মাজত জ্ঞাতি বৈৰিতা আৰম্ভ হলত তাক নিবাৰণ কৰিবলৈ অশেষ চেষ্টা কৰি তেওঁ ব্যৰ্থ হয়। পাচত কুৰু-পাণ্ডৱৰ যুদ্ধ অৱশ্যম্ভাৱী হৈ উঠাত পৰিণামৰ প্ৰতি অতি সচেতন হৈও তেওঁ কৌৰৱৰ অন্নেৰে প্ৰতিপালিত হোৱা বাবে কৌৰৱৰ পক্ষ অৱলম্বন কৰিলেও এই যুদ্ধ বন্ধ কৰিবলৈ তেওঁ ধৃতৰাষ্ট্ৰক অশেষ পৰামৰ্শ দিছিল। কুৰু-পাণ্ডৱৰ যুদ্ধত তেওঁ প্ৰথম সেনাপতি হৈছিল আৰু প্ৰথম দহদিনৰ যুদ্ধত দিনে দহ হেজাৰকৈ পাণ্ডৱ সৈন্য নিধন কৰিছিল। তেওঁ নিৰস্ত্ৰ, স্ত্ৰী আৰু ক্লীৱৰ প্ৰতি অস্ত্ৰ প্ৰয়োগ নকৰিছিল। সেইবাবে শ্ৰীকৃষ্ণৰ কূট পৰামৰ্শমতে দ্ৰুপদৰ ক্লীৱ পুত্ৰ শিখণ্ডীক ৰথৰ আগত ভুলি লৈ অৰ্জুনে তেওঁৰ লগত ৰণ কৰিছিল। শিখণ্ডীক দেখা মাত্ৰেই তেওঁ ধনু-শৰ ত্যাগ কৰিলে। সেই সুযোগতে অৰ্জুনে অসংখ্য শৰ মাৰি তেওঁক ৰথৰ পৰা বগৰাই পেলালে। তেওঁ মাটিত নপৰি শৰৰ ওপৰতে শুই থাকিল। তেতিয়া সূৰ্য্যৰ দক্ষিণায়ণ আছিল বাবে ইচ্ছামৃত্যুৰ অধীন ভীষ্মই শৰশয্যাতে উত্তৰায়ণ লৈ বাট চাই ৰল। সেই সময়তে যুধিষ্ঠিৰ প্ৰমুখ্যে কৌৰৱ-পাণ্ডৱৰ সমস্ত বীৰে তেওঁৰ পৰা নানা অমূল্য উপদেশ লাভ কৰিলে। ৫৮ টা নিশা শৰশয্যাত থকাৰ পাচত মাঘ মাহৰ শুক্ল পক্ষৰ অষ্টমী তিথিত তেওঁ প্ৰাণত্যাগ কৰে।

শৌর্য্য-বীর্য্য, জ্ঞান, ৰাজনীতি, দৃঢ়তা, ধৰ্ম্ম পৰায়ণতা আৰু ইন্দ্রিয় সংযমত তেওঁৰ দৰে মহাপুৰুষ দুৰ্ল্লভ।

ভীষ্মক :— বিদৰ্ভ ৰাজ্যৰ ৰজা। এই ৰাজ্য অসমৰ সদিয়া অঞ্চলত আছিল। তেওঁৰ পুত্ৰ আছিল পৰম বিক্ৰমশালী ৰুক্মী আৰু কন্যা আছিল ৰুক্মিনী। শ্ৰীকৃষ্ণই ৰুক্মিনীক হৰি নি বিয়া কৰায়। ভীষ্মক যদুকুল সমুদ্ভূত হলেও জৰাসন্ধৰ বৰ বন্ধু আছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত পঞ্চম পাণ্ডৱ সহদেৱৰ সতে যুদ্ধ কৰি তেওঁ পৰাস্ত হয়। শেষত যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ বাবে তেওঁ কৰ প্ৰদান কৰে।

ভূতনাথ :— মহাদেৱৰ আন এটা নাম। ভূতসকল যাৰ পাৰিষদ তেওঁ ভূতনাথ।

ভৃগু :— এজনা ঋষি। তেওঁ ব্ৰহ্মাৰ মানস পুত্ৰ আৰু প্ৰজাপতি সকলৰ অন্যতম। তেওঁৰ কাহিনী এনে ধৰণৰ :- ব্ৰহ্মাই ৰুদ্ৰৰ যজ্ঞ কৰিছিল। যজ্ঞলৈ অহা ৰূপৱতী দেৱপত্নী আৰু দেৱকন্যা সকলক দেখি ব্ৰহ্মাৰ ৰেতঃপাত হয়। তেওঁ সেই বীৰ্য্যভাগ অগ্নিত পেলাই দিয়ে। বীৰ্য্য অগ্নিত পৰা মাত্ৰেই জুই বেছিকৈ জ্বলি উঠিল। সেই জুইৰ শিখাৰ পৰা ভৃগুৰ, খৰিৰ পৰা অঙ্গিৰাৰ আৰু আঙঠাৰ পৰা কৱি নামৰ মুনিৰ উৎপত্তি হ'ল। শেষত এই সন্তান তিনিটিৰ পিতৃত্বৰ বাবে ৰুদ্ৰ, অগ্নি আৰু ব্ৰহ্মাৰ মাজত কাজিয়া লাগিল। ৰুদ্ৰই ক'লে যে তেওঁৰ যজ্ঞত উৎপত্তি বাবে ল'ৰা তিনিটি তেওঁৰ। অগ্নিয়ে ক'লে যে তেওঁৰ আশ্ৰয়ত উৎপত্তি হৈছে বাবে তেওঁহে গৰাকী। ব্ৰহ্মাই ক'লে যে তেওঁৰ বীৰ্য্যৰ পৰা জন্ম হৈছে বাবে তেওঁহে ল'ৰাহঁতৰ পিতৃ হব লাগে। শেষত দেৱতা সকলে মিলি ভৃগুক মহাদেৱক, অঙ্গিৰাক অগ্নিক আৰু কৱিক ব্ৰহ্মাক দি কাজিয়াৰ ওৰ পেলালে। ভৃগুৱে দক্ষকন্যা খ্যাতিক বিয়া কৰায়। ধাতা আৰু বিধাতা তেওঁৰ পুত্ৰ, লক্ষ্মী তেওঁৰ কন্যা

তেওঁৰ পৰাই ধনুৰ্ব্বিদ্যাৰ প্ৰচলন হয়। ব্ৰহ্মা, বিষ্ণু আৰু মহাদেৱৰ ভিতৰত শ্ৰেষ্ঠত্ব নিৰূপণ কৰাৰ ভাৰ ঋষি-মুনি সকলে ভৃগুক দিয়ে। তেওঁ প্ৰথমতে ব্ৰহ্মাৰ ওচৰলৈ গৈ ব্ৰহ্মাক কোনো সন্মান নেদেখুৱাত কুপিত হৈ ব্ৰহ্মাই তেওঁক গালি পাৰিবলৈ ধৰে। তেতিয়া স্তৱ-স্তুতি কৰি তেওঁ ব্ৰহ্মাক সন্তুষ্ট কৰে। তাৰ পাচত তেওঁ মহাদেৱৰ ওচৰলৈ গৈ ইচ্ছা কৰিয়েই তেওঁক কোনো সন্মান প্ৰদৰ্শন নকৰে। মহাদেৱে অসন্তুষ্ট হৈ তেওঁক অভিশাপ দিবলৈ ধৰাত তেওঁকো স্তৱ-স্তুতিৰে শান্ত কৰে। তাৰ পাচত তেওঁ বিষ্ণুৰ ওচৰলৈ যায়। বিষ্ণু সেই সময়ত নিদ্ৰিত আছিল। সোধ-পোচ নাই,— ভৃগুৱে বিষ্ণুৰ বুকুত গোৰ এটা মাৰি দিলে গৈ। বিষ্ণুৱে সাৰ পাই উঠি বহিল আৰু কৰৰাত দুঃখ পালে নেকি বুলি সুধি ভৃগুৰ ভৰিখন পিটিকিবলৈ ধৰিলে। অনুতপ্ত হৈ ভৃগুৱে তেতিয়া বিষ্ণুক স্তুতি কৰিবলৈ ধৰিলে আৰু প্ৰচাৰ কৰিলে যে ভগবান বিষ্ণুৱে শ্ৰেষ্ঠ দেৱতা। বিষ্ণুৱে কিন্তু চিৰকাললৈ বুকুত ভৃগুৰ পদচিহ্ন অলঙ্কাৰৰূপে ধাৰণ কৰি থাকিল।

মৎস্য :— ভগবানৰ প্ৰথম অৱতাৰ। বিবস্বত অৰ্থাৎ সূৰ্য্যৰ পুত্ৰ সপ্তম মনু বৈৱস্বতৰ বিষয়ে মহাভাৰতত এইদৰে বৰ্ণিত আছে যে তেওঁ বদৰিকাশ্ৰমত দহ হেজাৰ বছৰ কঠোৰ তপস্যা কৰিছিল। চিৰিনী নদীৰ পাৰত তপস্যা কৰি থাকোতে এদিন এটা অতি ক্ষুদ্ৰ মাছে তেওঁৰ আশ্ৰয় ভিক্ষা কৰি ক'লে যে ডাঙৰ মাছ এটাই তাক খাবলৈ খেদি আহিছে। বৈৱস্বতে মাছটোক আশ্ৰয় দি এটা সৰু পাত্ৰত তাক জীয়াই থলে। লাহে-লাহে ডাঙৰ হৈ মাছটো পাত্ৰত নধৰা হোৱাত তাক এটা ডাঙৰ পাত্ৰত থোৱা হ'ল। ক্ৰমে তাতো নধৰা হোৱাত তাক এটা পুখুৰীত এৰি দিয়া হ'ল। লাহে-লাহে পুখুৰীতো সি নধৰা হৈ আহিল। তেতিয়া তাক নি গঙ্গাত মেলি দিয়া হ'ল। অৱশেষত গঙ্গা নদীয়েও তাক নোৰোৰা হোৱাত সাগৰত

তাৰ বসবাসৰ ব্যৱস্থা কৰা হ'ল। বৈৱস্বতৰ ব্যৱস্থাত প্ৰীত হৈ মাছে কলে —"আপুনি মোৰ বাবে যথেষ্ট কৰিলে। এতিয়া মই আপোনাৰ বাবে কিবা এটা কৰাৰ সময় আহিল। সম্প্ৰতি প্ৰলয় কাল আসন্ন। স্থাবৰ, জঙ্গম সমস্তই অলপতে জলমগ্ন হব। আপুনি বজ্জু-যুক্ত নাঁও এখনত সপ্তৰ্ষিসকল আৰু আপোনাৰ সমুদায় বীজেৰে সৈতে (সৃষ্টিৰ মূল) উঠি এই প্ৰলয়ৰ বাবে সাজু হওক।" সচাকৈয়ে কেইদিনমান পাচতে মহাপ্ৰলয় আৰম্ভ হ'ল। জল-স্থল পানীয়ে বুৰাই পেলালে। মাছটোৰ সঁকিয়নি মতে বৈৱস্বতে আগৰে পৰা নাৱঁত উঠি সাজু হৈ আছিল। মাছে তাৰ শিঙেৰে নাঁৱখনৰ বজ্জুত ধৰি সেই আন্দোলিত মহা জলাধিৰ মাজত ইকালৰ পৰা সিকাললৈ নাওঁখন চলাই নি সপ্তৰ্ষিসকলেৰে সৈতে বৈৱস্বতক নিশ্চিত পতনৰ পৰা ৰক্ষা কৰিলে। বহুবছৰ কাল সেই প্ৰলয় জলত মাছ আৰু মনু উপস্থি থাকিল। শেষত মাছৰ উপদেশ মতে বৈৱস্বতে হিমালয় পৰ্ব্বতৰ শৃংগ এটাত নাঁৱখন বান্ধিলে। হিমালয়ৰ এই শৃংগটোৰ নামেই হ'ল "নৌ-বন্ধন" শৃংগ। পিচত মাছে আত্ম পৰিচয় দি কলে যে তেৱেঁই ভগবান বিষ্ণু। তেওঁলোকক বিপদ মুক্ত কৰাই তেওঁৰ এই মৎস্যৰূপ ধাৰণৰ কাৰণ। এতিয়া আৰু কোনো ভয় নাই। এতিয়া বৈৱস্বত দেবাসুৰ, মানুহ, প্ৰাণী, স্থাবৰ, জঙ্গম আদি সৃষ্টিৰ কাৰ্য্যত নিযুক্তি হওক। এইবুলি মাছ অন্তৰ্দ্ধান হ'ল। তপস্যাত সিদ্ধি লাভ কৰি বৈৱস্বতেও সৃষ্টিৰ কাৰ্য্যত আত্ম-নিয়োগ কৰিলে। মনুৰ দ্বাৰা সৃষ্ট বুলিয়েই মানুহৰ আন এটা নাম মানৱ। বেদ আদি শাস্ত্ৰ সমূহো মহাপ্ৰলয়ৰ সময়ত বৈৱস্বত মনুৰ নাঁৱত আছিল। বৈৱস্বত মনুৰ আন এটা নাম সত্যব্ৰত।

মদন :— কামদেৱৰ আন এটা নাম। জগতৰ সকলোকে মত্ত কৰে বাবে তেওঁ এই নাম পায়।

মধুসূদন :— বিষ্ণুৰ আন এটা নাম। বিষ্ণুৰেই কানৰ মলিৰ পৰা উদ্ভূত হোৱা মধু নামৰ দৈত্যক বধ কৰি তেওঁ "মধুসূদন" আৰু কৈটভ নামৰ দৈত্যক বধ কৰি "কৈটভাৰি" নাম লয়। উপজিয়েই এই দৈত্যহালে ব্ৰহ্মাক বধ কৰিবলৈ উদ্যত হৈছিল।

মনু :— ব্ৰহ্মাৰ পুত্ৰ। তেওঁলোক সংখ্যাত চৈধ্যজন (মৎস্য পুৰাণ মতে) —যেনে - (১) স্বায়ম্ভুৱ, (২) স্বাৰোচিৰ, (৩) ঔত্তমী, (৪) তামস, (৫)বৈৱতঃ, (৬) চক্ষুষ, (৭) বৈবস্বত, (৮)সাবৰ্নি, (৯) ৰৌচ্য, (১০) ভৌত্যঃ, (১১) মেৰু-সাবৰ্ণি, (১২) ঋভু, (১৩) ঋভুধাযা আৰু (১৪) বিষ্বকসেন। এজন মনুৱে এক এক মন্বন্তৰকাল ৰাজত্ব কৰে। এক মন্বন্তৰত মুঠ সময় হ'ল— ৪,৩২০,০০০ (চাৰি নিযুত তিনিলাখ কুৰি হেজাৰ) বছৰ। একো একোটা মন্বন্তৰক এক এক কল্প বুলিও কোৱা হয়। বৰ্ত্তমানে বৈৱস্বত মনুৰ অধিকাৰ কাল চলি আছে। আন এটা কাহিনীমতে ব্ৰহ্মাই নিজৰ পৰাই শতৰূপা নামৰ নাৰীৰ সৃষ্টি কৰে আৰু এই কন্যাৰ লগত হোৱা ব্যভিচাৰৰ ফলত মনুৰ জন্ম হয়। মনুৱে আকৌ শতৰূপাকে (মাতৃ) পত্নীৰূপে গ্ৰহণ কৰে। তেওঁলোকৰ প্ৰিয়ব্ৰত আৰু উত্তানপাদ নামে দুই পুত্ৰ আৰু আকুতি, দেবাহুতি, আৰু প্ৰসূতি নামে তিনি কন্যাৰ জন্ম হয়। এই পুত্ৰ-কন্যা সকলৰ পৰাই মানৱ জাতিৰ বিস্তাৰ হয়। মনুসকলৰ প্ৰতিজনেই ধৰ্ম্মশাস্ত্ৰ প্ৰণেতা আৰু সংহিতাকাৰ। প্ৰথম মনু স্বায়ম্ভুৱে মানৱ ধৰ্ম্মশাস্ত্ৰ মনুসংহিতা ৰচনা কৰে। ইয়াত হিন্দুধৰ্ম্মৰ অৱশ্য পালনীয় কৰ্ত্তব্য সমূহ, হিন্দুৰ আচাৰ-ব্যৱহাৰ, ক্ৰিয়া-কলাপ আদিৰ বিষয় লিপিবদ্ধ আছে। ৰজাৰ আৰু লোকসাধাৰণৰ ধৰ্ম্ম, সমাজ, গাৰ্হস্থ্য-জীৱন সম্বন্ধেও ইয়াত বিশদভাৱে লিখা আছে। এই সংহিতা হিন্দু আইনৰ ভেটি স্বৰূপ।

(২) ৰামায়ণ মতে মনু কশ্যপ প্ৰজাপতিৰ পত্নীহে। কশ্যপৰ তেৰ গৰাকী পত্নীৰ তেওঁ অন্যতমা আৰু মানৱ জাতিৰ আদি মাতৃ।

মন্দৰ :-- এখন পৰ্ব্বত। দেৱতা আৰু অসুৰসকলে সাগৰ মন্থন কৰাৰ সময়ত এই পৰ্ব্বতক মথন-দণ্ডৰূপে ব্যৱহাৰ কৰিছিল। এই পৰ্ব্বত পৃথিৱীৰ গৰ্ভত এঘাৰ হেজাৰ যোজন গভীৰতালৈ সোমাই আছিল। দেৱতাসকলে ইয়াক উভালিবলৈ অসমৰ্থ হলত বিষ্ণুৰ প্ৰতি প্ৰাৰ্থনা জনোৱাত বিষ্ণুৱে ইয়াক তুলি লৈ গৰুড়ৰ কান্ধত স্থাপন কৰে আৰু গৰুড়ে অপ্ৰয়াসে ইয়াক ক্ষীৰ সাগৰৰ পাৰলৈ লৈ আহে।

মন্মথ :— কামদেৱৰ আন এটা নাম। মন শব্দৰ অৰ্থ চিত্ত আৰু মথ শব্দৰ অৰ্থ সঞ্চালিত কৰা। এতেকে মন্মথ হ'ল — যেয়ে চিত্তত আলোড়ন তোলে।

মৰীচি :— ব্ৰহ্মাই পোন প্ৰথমে সৃজন কৰা দহজন প্ৰজাপতিৰ অন্যতম। বাকী নজন হ'ল — অত্ৰি, অঙ্গিৰা, পুলস্ত্য' পুলহ, ক্ৰতু, বশিষ্ঠ, প্ৰচেতা বা দক্ষ, ভৃগু আৰু নাৰদ। এই প্ৰজাপতি-সকলেই হ'ল জীৱসমূহৰ স্ৰষ্টা, আৰু পূৰ্ব্বপুৰুষ। এওঁলোক প্ৰত্যেকেই বেদ-বেদাঙ্গ, শাস্ত্ৰবিদ। এওঁলোকৰ পৰাই আন সাতজন মনু, অন্য দেৱতা, যক্ষ, পিশাচ, নাগ, পক্ষী আৰু পিতৃসকলৰ উৎপত্তি হয়।

মৰীচিৰ ছয়জন পুত্ৰৰ নাম হ'ল — স্মৰ, পৰিষ্ক, উদ্গীথ, পতঙ্গ, ক্ষুদ্ৰভ্ৰক, আৰু ঘৃনি। এওঁলোকৰ প্ৰতিজনেই ষড়-ৰিপু বিজেতা মহাপুৰুষ আছিল। কামাশক্ত হৈ ব্ৰহ্মাই নিজৰ দুহিতাৰ সৈতে ক্ৰীড়াতৎপৰ হব খোজাত এওঁলোকে তেওঁক নিন্দা আৰু উপহাস কৰে। তেতিয়া ব্ৰহ্মাই এওঁলোকক অসুৰ যোনিত জন্ম গ্ৰহণ কৰিবলৈ অভিশাপ দিয়ে। ফলত এওঁ-লোকে হিৰণ্যকশিপুৰ পুত্ৰৰূপে জন্ম গ্ৰহণ কৰে। পাঁচত

এওঁলোকে দৈৱকীৰ পুত্ৰৰূপে জন্ম গ্ৰহণ কৰে আৰু ওপজাৰ লগে লগে কংসৰ হাতত প্ৰাণ হেৰুৱাই। শেষত দৈৱকীৰ অনুৰোধত কৃষ্ণ আৰু বলৰামে তেওঁলোকক পাতালৰ বলিৰ ৰাজ্যৰ পৰা উদ্ধাৰ কৰি দৈৱকীক প্ৰত্যৰ্পণ কৰে। ইয়াৰ পাচত এওঁলোক শাপমুক্ত হৈ স্বৰ্গলৈ যায়।

মহাদেৱ :— হৰৰ আন এটা নাম। (হৰ দ্ৰষ্টব্য)।

মহেন্দ্ৰ :— ইন্দ্ৰৰ আন এটা নাম। মহা শব্দৰ অৰ্থ হ'ল শ্ৰেষ্ঠ আৰু ইন্দ্ৰ হ'ল স্বৰ্গৰ ৰজা।

মহেশ্বৰ :— হৰৰ আন এটা নাম। মহা + ঈশ্বৰ = মহেশ্বৰ। মহা শব্দৰ অৰ্থ হ'ল শ্ৰেষ্ঠ আৰু ঈশ্বৰ শব্দৰ অৰ্থ হ'ল সৃষ্টিকৰ্ত্তা বা জগতৰ অধিকাৰী।

ময়দানৱ :— এজন দানৱ। তেওঁ নমুচি দানৱৰ ভায়েক আছিল। দানৱ সকলৰ ভিতৰত তেওঁ অদ্বিতীয় শিল্পী আছিল। এহেজাৰ বছৰ ধৰি ব্ৰহ্মাৰ তপস্যা কৰি তেওঁ শুক্ৰাচাৰ্য্যৰ সমস্ত শিল্প বিদ্যাৰ অধীশ্বৰ হয়। দৈত্যৰাজ বলিয়ে স্বৰ্গ জয় কৰিবলৈ যোৱাৰ সময়ত তেওঁ বলিৰ সংগী আছিল। দেৱশিল্পী বিশ্বকৰ্ম্মাক তেওঁ যুদ্ধত পৰাস্ত কৰে। কৃষ্ণ আৰু অৰ্জ্জুনে খাণ্ডৱ বন দাহন কৰাৰ সময়ত তেওঁ তাতে আছিল। পলাৰ খোঁজোতেই কৃষ্ণৰ দ্বাৰা তেওঁ আক্ৰান্ত হয়। কিন্তু অৰ্জ্জুনে তেওঁক ৰক্ষা কৰে। কৃতজ্ঞতাৰ চিন স্বৰূপে তেওঁ পাচলৈ ইন্দ্ৰপ্ৰস্থত যুধিষ্ঠিৰৰ সভা ঘৰটো সজাই পৰাই দিয়ে। "ময়মত" নামৰ গৃহ-নিৰ্ম্মাণ সম্পৰ্কীয় শিল্প-গ্ৰন্থখনৰ প্ৰণেতা বুলি তেওঁৰ প্ৰসিদ্ধি আছে। হেমা নামৰ অপ্সৰা এগৰাকীৰ ৰূপত মুগ্ধ হৈ তেওঁ তেওঁক বিয়া কৰায়। হেমাৰ গৰ্ভত তেওঁৰ দুন্দুভি আৰু মায়াৱী নামৰ দুই পুত্ৰ আৰু মন্দোদৰী নামে এক কন্যাৰ জন্ম হয়। মন্দোদৰীক লঙ্কাৰ ৰজা ৰাৱণলৈ বিয়া দিয়া হয়। হেমাৰ প্ৰতি আসক্ত হোৱাৰ অপৰাধত ইন্দ্ৰই বজ্ৰেৰে আঘাত কৰি তেওঁক নিহত কৰে।

মাগধ :— জৰাসন্ধৰ আন এটা নাম। মগধ + অ = মাগধ। মগধৰ ৰজা বাবে তেওঁক এই নামেৰে মতা হয়।

মাধৱ :— বিষ্ণুৰ আন এটা নাম। মধু নামৰ দানৱক নিহত কৰি তেওঁ এই নাম পায়। আনহাতে মা শব্দৰ অৰ্থ লক্ষ্মী আৰু ধৱ শব্দৰ অৰ্থ স্বামী। এতেকে লক্ষ্মীৰ স্বামী — অৰ্থাৎ নাৰায়ণ।

মান্ধাতা :— সূৰ্য্যবংশীয় মহাপৰাক্ৰমী ৰজা। তেওঁৰ পিতৃৰ নাম যুৱনাশ্ব। অপুত্ৰক যুৱনাশ্বই পুত্ৰলাভাৰ্থে ঋষিসকলৰ হতুৱাই যজ্ঞ কৰে। দোভাগ ৰাতি যজ্ঞ শেষ হলত মন্ত্ৰপূত জলৰ কলহ যজ্ঞবেদীত থৈ ঋষিসকল শুই থাকিল। কথা আছিল যে সেই জল ৰাণীয়ে খালে ৰাণীৰ গৰ্ভত সন্তান উৎপাদন হব। যুৱনাশ্বও ৰাতি যজ্ঞশালাতে শুই আছিল। ৰাতি তেওঁৰ ৰবকৈ পিয়াহ লাগিলত ৰাণীলৈ থোৱা সেই জল তেওঁ পি খাই শেষ কৰিলে। গতিকে ঋষিসকলৰ বিধান-মতে ৰজাই সন্তান গৰ্ভত ধাৰণ কৰিব লগা হ'ল। কিন্তু তেওঁ গৰ্ভধাৰণৰ কোনো লেশ নেপালে। এশ বছৰ গৰ্ভধাৰণ কৰাৰ পাচত যুৱনাশ্বই কাষলতিৰে এটি সূৰ্য্যসম তেজস্বী পুত্ৰৰ জন্ম দিলে। এই ঘটনাত ৰজাৰ শৰীৰৰ কোনো অঘটন নঘটিল। কিন্তু সমস্যা হল - মাতৃস্তন ব্যাতি-ৰেকে সন্তানটি কেনেকৈ জীয়াই থাকিব ? এনে সময়তে ইন্দ্ৰই সন্তানটি জীয়াই ৰখাৰ দায়িত্ব ললে। তেওঁ শিশুটিৰ এটা আঙুলী অমৃতোপম ৰসযুক্ত কৰি দিলে ; আৰু সেই আঙুলীটো চুহি চুহি অতি অলপ দিনৰ ভিতৰতে শিশুটি ডাঙৰ দীঘল হ'ল। ইন্দ্ৰই কোৱা—"ধাস্যতি মাময়ং"—অৰ্থাৎ "মোৰ সহায়ত ই জীয়াই থাকিব" কথা অনুসৰি শিশুটিৰ নাম মান্ধাতা ৰখা হয়। যথাসময়ত পিতৃ-সিংহাসনত অধিষ্ঠিত হৈ মান্ধাতাই পৃথিৱী জয় কৰিবলৈ অভিযান চলায়। সুমেৰু পৰ্বতত ৰাৱণৰ

লগত তেওঁৰ ভীষণ যুদ্ধ হয়; কিন্তু কোনেও কাকো বলে নোৱাৰি দুয়ো মিত্ৰতাৰ সূত্ৰত বান্ধ খায়। পাচত স্বৰ্গ জয় কৰিবলৈ যোৱাৰ সময়ত মধু ৰাক্ষসৰ পুত্ৰ লৱণৰ হাতত শূলবিদ্ধ হৈ তেওঁ নিহত হয়। শশবিন্দুৰ কন্যা বিন্দুমতীক তেওঁ বিয়া কৰাইছিল। তেওঁলোকে পুৰুকুৎস, অম্বৰীষ আৰু মুচুকুন্দ নামে তিনিটি পুত্ৰ আৰু পাঁচজনী কন্যা লাভ কৰে। মতান্তৰে মান্ধাতাৰ কন্যাৰ সংখ্যা পঞ্চাশজনী।

মাৰীচ :— এজন পৰাক্ৰমী ৰাক্ষস। হিৰণ্যকশিপুৰ বংশত সুন্দ অসুৰৰ ঔৰসত আৰু তাৰকা ৰাক্ষসীৰ গৰ্ভত তেওঁৰ জন্ম হয়। তেওঁ ৰাৱণৰ বিশেষ অনুচৰ আছিল। ঋষি বিশ্বামিত্ৰৰ অনুৰোধক্ৰমে আৰু দশৰথৰ আদেশত ৰামে বিশ্বামিত্ৰৰ যজ্ঞ ৰক্ষা কৰিবলৈ গৈ তাৰকাক বধ কৰে। মাৰীচো কোনোমতেহে ৰক্ষা পায়। পাচত ৰামে সীতা আৰু লক্ষ্মণেৰে সৈতে দণ্ডকাৰণ্যত বনবাস খটাৰ সময়ত মাৰীচে পূৰ্ব-শত্ৰুতালৈ সুঁৱৰি প্ৰতিশোধ লবৰ মনেৰে আৰু দুজন ৰাক্ষসৰ সৈতে দীঘল শিঙৰ পশুৰ ৰূপে ৰাম লক্ষ্মণ সীতাক আক্ৰমণ কৰে। ৰামে তিনিপাত শৰ নিক্ষেপ কৰি লগৰ ৰাক্ষস দুজনক বধ কৰে যদিও মাৰীচ পলাই যায়। পাচত সীতাহৰণৰ সময়ত ৰাৱণৰ অনুৰোধ মতে মাৰীচে স্বৰ্ণমৃগৰ ৰূপ ধাৰণ কৰে। সীতাৰ কথা ৰাখি ৰামে মৃগটো খেদি খেদি কুটীৰৰ পৰা বহু দূৰৈত মৃগটো বধ কৰে। মৃত্যুৰ সময়ত মাৰীচে ৰাৱণে শিকাই দিয়া মতে সীতা আৰু লক্ষ্মণক ৰামৰ মাতেৰে মাতি মাতি প্ৰাণ ত্যাগ কৰে। মাত শুনি ৰামৰ কিবা বিপদ হোৱা বুলি ভাবি সীতাই সাহায্যাৰ্থে লক্ষ্মণক পঠিয়াই দিয়ে। সেই সুযোগতে অকলশৰীয়া সীতাক ৰাৱণে হৰণ কৰে।

মায়া :— মায়া বা মহামায়া শ্ৰীশ্ৰীদুৰ্গাৰ আন এটা নাম। ব্ৰহ্মাৰ দেহৰ পৰা আধা নৰ আৰু আধা নাৰী মূৰ্ত্তিৰ প্ৰকাশ হয়।

সেই অৰ্দ্ধ নাৰীয়ে ব্ৰহ্মাৰ আদেশত নিজৰ শৰীৰ ভাগ ভাগ কৰি স্বাহা, স্বধা, মহামায়া প্ৰভৃতি নামেৰে খ্যাত হয়। তেওঁ বিশ্বৰ সৃষ্টি, পালন আৰু সংহাৰৰ অধিকাৰিণী। জীৱৰ কামনা বাসনা তেৱেঁই পূৰণ কৰে।

মিত্ৰবিন্দা :— শ্ৰীকৃষ্ণৰ আঠ গৰাকী প্ৰধানা আৰু প্ৰিয়তমা পত্নীৰ অন্যতমা। তেওঁ বসুদেৱৰ ভনীয়েকৰ কন্যা। বালিকা কালৰে পৰা তেওঁ শ্ৰীকৃষ্ণক স্বামী বৰণ কৰি আছিল। বিবাহযোগ্যা হলত দুয়োজন ককায়েক — বিন্দ আৰু অনুবিন্দই ভনীয়েকক শ্ৰীকৃষ্ণলৈ বিয়া দিবলৈ অসন্মত হ'ল। তেওঁলোক দুয়ো দুৰ্য্যোধনৰ দলৰ আছিল। তেওঁলোকে মিত্ৰবিন্দাৰ স্বয়ম্বৰ পাতিলে। সকলো কথা জানিব পাৰি শ্ৰীকৃষ্ণই স্বয়ম্বৰ সভাৰ পৰা মিত্ৰবিন্দাক হৰণ কৰি দ্বাৰকালৈ লৈ যায় আৰু বিধিমতে বিয়া কৰায়।

মুকুন্দ :— বিষ্ণুৰ আন এটা নাম। মুকু শব্দৰ অৰ্থ মুক্তি আৰু দা শব্দৰ অৰ্থ প্ৰদান কৰা। যেয়ে মুক্তি দিয়ে তেৱেঁই মুকুন্দ।

মুচুকুন্দ : - ইক্ষাকু বংশীয় মহাৰাজ মান্ধাতাৰ পুত্ৰ। তেওঁ বৰ বীৰ আছিল আৰু দেৱাসুৰৰ যুদ্ধত দেৱ - সেনাপতিৰূপে অসুৰ সকলৰ ধ্বংস-সাধন কৰিছিল। কাৰ্ত্তিক দেৱ-সেনাপতি নিযুক্ত হলত তেওঁ অৱসৰ লয়। সন্তুষ্ট হৈ দেৱতাসকলে তেওঁক বৰ দিব খুজিলত তেওঁ বহু দিন যুদ্ধ কৰি কৰি ভাগৰ পলুওৱাৰ বাবে শুই থাকিবলৈ ইচ্ছা কৰি এই বৰ ললে যে যেয়ে তেওঁৰ টোপনিত ব্যাঘাত কৰিব, চকু মেলি চোৱা মাত্ৰকে সেইজন যেন ভস্ম হৈ যায়। বৰ লৈ হিমালয়ৰ এটা গুহাৰ ভিতৰত শুই শুই তেওঁ যুগ-যুগান্তৰ পাৰ কৰি দিয়ে। এনে সময়তে জৰাসন্ধৰ অনুৰোধমতে যৱনৰাজ মহাপৰাক্ৰমী কালযৱনে যাদৱসকলৰ বিৰুদ্ধে অভিযান কৰে। শিৱৰ বৰত কাল-যৱন যাদৱসকলৰ অবধ্য আছিল। ভয় খাই, কৃষ্ণৰ

পৰামৰ্ষমতে যাদবসকল মথুৰাৰ পৰা দ্বাৰকালৈ গুচি যায়। কৃষ্ণ অকলে কালযবনৰ সন্মুখীন হয়, আৰু পলোৱাৰ ছলেৰে তেওঁ গৈ মুচুকুন্দ শুই থকা সেই গুহাটোত সোমাই লুকাই থাকে। কৃষ্ণক অনুসৰণ কৰি কালযবনেও সেই গুহাত সোমাই- হি আৰু কৃষ্ণ বুলি ঠাৱৰ কৰি শুই থকা মুচুকুন্দৰ গাত গোৰ সোধায়। মুচুকুন্দই সাৰ পাই কালযবনৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰা মাত্ৰকে কালযবন ভস্ম হৈ যায়। প্ৰীত হৈ কৃষ্ণই মুচুকুন্দক বৰ দিয়ে যে তেওঁ উৰ্দ্ধলোকত যতে ততে বিচৰণ কৰিব পাৰিব আৰু সকলো ধৰণৰ স্বৰ্গীয় আমোদ প্ৰমোদ উপভোগ কৰিব পাৰিব। গুহাৰ পৰা নিজৰ পুৰীলৈ গৈ মুচুকুন্দই নিজৰ আত্মীয় পৰিজনতো কাকো নেপালেই আনকি নিজ ঠাইৰ পূৰ্ব্ব পৰিচিত জীৱজন্তুও একো নেদেখিলে। যুগ পৰিবৰ্ত্তনৰ ফলত সেয়া ঘটিছে বুলি ঠাৱৰ কৰি মনৰ দুঃখত তেওঁ হিমালয়ত তপস্যা কৰি কৰি প্ৰাণত্যাগ কৰে।

মুষ্টিক :— এজন দৈত্য। তেওঁ মথুৰাৰ কংস ৰজাৰ মাল আছিল। কংসই ধনুৰ্যজ্ঞলৈ কৃষ্ণ বলোৰামক মতাই নি চানূৰ, মুষ্টিক আদি মল্লবীৰৰ হতুৱাই তেওঁলোকক বধ কৰাৰ খুজিছিল। মালযুঁজত বলোৰামৰ হাতত মুষ্টিকৰ মৃত্যু হয়। (চানূৰ দ্ৰষ্টব্য)।

মুৰাৰি :— বিষ্ণুৰ আন এটা নাম। মুৰ+অৰি=মুৰাৰি। মুৰ নামে অসুৰক বিনাশ কৰা বাবে তেওঁ এই নাম পায়।

মেদিনী :— পৃথিবীৰ আন এটা নাম। মৎস্যপুৰাণ আৰু হৰিবংশমতে বিষ্ণুৰ কানৰ মলিৰ পৰা জন্ম পোৱা দৈত্য মধু আৰু কৈটভ শেষত বিষ্ণুৰ হাতত্তে নিহত হয়। মধু আৰু কৈটভৰ শৰীৰৰ মেদ বা তেলৰ পৰা পৃথিবীৰ উৎপত্তি হৈছিল। সেয়ে পৃথিবীৰ নাম মেদিনী।

মৈত্ৰেয় :— এজনা ঋষি। তেওঁ কাম্যক বনলৈ তীৰ্থৰ উদ্দেশ্যে আহি বনবাসত থকা যুধিষ্ঠিৰ আদিক দেখা কৰে। সেই সময়ত্তে ধৃতৰাষ্ট্ৰই বিদুৰক নিৰ্ব্বাসিত কৰি পাচত অনুতপ্ত হৈ ওভোতাই আনিছিল। ধৃতৰাষ্ট্ৰৰ অস্থিৰতাৰ কথা জানিব পাৰি ব্যাস আৰু

মৈত্ৰেয়ই দুৰ্য্যোধনক পাণ্ডৱসকলৰ লগত বিবাদ কৰিবলৈ নিষেধ কৰে। দুৰ্য্যোধনে কোনো উত্তৰ নিদি নিজৰ আঠুত বাৰে বাৰে আঘাত কৰি মৈত্ৰেয়ক উপেক্ষা কৰে। তাতে ক্ৰুদ্ধ হৈ মৈত্ৰেয়ই অভিশাপ দিয়ে যে — গদাযুদ্ধত ভীমে দুৰ্য্যোধনৰ উৰুভঙ্গ কৰিব।

মোহিনী :— বিষ্ণুৰ এক অৱতাৰ বিশেষ। শ্ৰীমদ্ভাগৱতমতে দেবাসুৰে অমৃত মন্থন কৰাৰ পাচত যেতিয়া ধন্বন্তৰিসহ অমৃত উত্থিত হ'ল তেতিয়া দৈত্যসকলে অমৃতৰ ঘট কাঢ়ি লৈ আতৰি গ'ল। ইয়াতে দেৱতাসকলে বৰ বেজাৰ পালে। স্বাভাৱিকতে দেৱতাসকলে দৈত্যসকলক বলে নোৱাৰে। এইবেলি যদি তেওঁলোকে অমৃত পান কৰি লয় তেন্তে তেওঁলোকক কোনে পাৰিব? ইয়াৰ এটা বিহিত কৰিবলৈ দেৱতাসকলে বিষ্ণুক প্ৰাৰ্থনা জনালে। দেৱতাসকলক আশ্বাস দি বিষ্ণুৱে এগৰাকী অতি ৰূপৱতী গাভৰুৰ বেশ লৈ এখুজি দুখুজিকৈ দৈত্য শিবিৰৰ কালে যাবলৈ ধৰিলে।

ইতিমধ্যে দৈত্যৰ মাজত অমৃতক লৈ কঢ়া আজোৰা আৰম্ভ হৈ গৈছে। কোনে বেচিকৈ খাব, কোনে আনৰ ভাগো নিজে খাব পাৰিব ইত্যাদি লৈ দৈত্যৰ মাজত প্ৰচণ্ড হুলস্থূল। মোহিনী দৈত্যসকলৰ মাজত ওলালত তেওঁলোক কঁাহ পৰি জীন গ'ল। মোহিনীৰ মায়াত আচ্ছন্ন হৈ দৈত্যসকলে অমৃতৰ ঘট দেৱতাসকলৰ হাতত তুলি দি দেৱাসুৰৰ মাজত ভগাই দিবলৈ খাটিলে। মোহিনীয়েও—"নিজৰ ইচ্ছামতে অমৃত বিতৰণ কৰিব, ইয়াত কাৰো হকা-বধা বা আপত্তি নচলিব " এই স্বৰ্ত্তত অমৃত বিতৰণ কৰিবলৈ মান্তি হ'ল। দেৱতা আৰু দৈত্যক দুশাৰীত বহুৱাই লৈ তেওঁ মাথোন দেৱতাসকলকহে অমৃত দিবলৈ ধৰিলে। মোহ মায়াচ্ছন্ন দৈত্যসকলে সকলো দেখিও নেদেখাৰ দৰে হৈ মাত্ৰ মোহিনীৰ ৰূপসুধাকে পান কৰিবলৈ ধৰিলে।

তেওঁলোকৰ ভিতৰত একমাত্ৰ ৰাহুৱেহে দেৱতাৰ বেশেৰে দেৱতাসকলৰ মাজত বহি অমৃত পান কৰিছিল। চন্দ্ৰ আৰু সূৰ্য্যই এইটো গম পাই বিষ্ণুক লগাই দিলত বিষ্ণুৱে চক্ৰেৰে ৰাহুৰ ডিঙিটো কাটি পেলায়। কিন্তু তথাপিতো অমৃত খোৱা গুণে ৰাহুৰ মৃত্যু নহ'ল। ৰাহুৰ কটা মূৰটোৱে ব্ৰহ্মাৰ শৰণ ললেগৈ। ব্ৰহ্মাই তাক আশ্বস্ত কৰি বৰ দি তাকো গ্ৰহৰাজিৰ ভিতৰত স্থান দিলে। সেই সময়ৰ পৰা চন্দ্ৰ সূৰ্য্য ৰাহুৰ শত্ৰু হৈ পৰিল। সেইবাবে চন্দ্ৰ সূৰ্য্যক ৰাহুৱে গ্ৰাস কৰে।

মোহিনী বেশেৰে দেৱতাসকলক অমৃত পান কৰাই বিষ্ণু বৈকুণ্ঠলৈ গুচি যায়। মোহিনী বেশেৰেই তেওঁ শঙ্কৰৰো দৰ্প চূৰ্ণ কৰে।

যজ্ঞ :— বিষ্ণুৰ অৱতাৰ বিশেষ। স্বয়ম্ভূৱ মনুৰ এগৰাকী কন্যাৰ নাম আছিল কাকুতি। প্ৰজাপতি ৰুচিৰ লগত কাকুতিৰ বিয়া হয়। কাকুতিৰ গৰ্ভত যজ্ঞ নামেৰে এটি পুত্ৰ আৰু দক্ষিণা নামেৰে এটি কন্যাৰ জন্ম হয়। যজ্ঞই নিজৰ ভগিনী দক্ষিণাকে বিয়া কৰায়। দক্ষিণাৰ গৰ্ভত যজ্ঞৰ যমকে প্ৰমুখ্যে বাৰজন পুত্ৰৰ জন্ম হয়। যজ্ঞ সম্বন্ধে বিষ্ণুপুৰাণ, কূৰ্মপুৰাণ, ব্ৰহ্মাণ্ডপুৰাণ আৰু গৰুড়পুৰাণ আদিত উল্লেখ আছে।

যদু :— চন্দ্ৰবংশীয় ৰজা আৰু সুবিখ্যাত যাদৱ বংশৰ আদি পুৰুষ। মহাৰাজ যযাতি তেওঁৰ পিতৃ আৰু শুক্ৰাচাৰ্য্যৰ কন্যা দেৱযানি তেওঁৰ মাতৃ। তুৰ্ব্বসু তেওঁৰ ভায়েক। যযাতিৰ অন্য পত্নী শৰ্মিষ্ঠাৰ গৰ্ভজাত অনু দ্ৰুহ্য আৰু পুৰু তেওঁৰ বৈমাত্ৰেয় ভায়েক। শুক্ৰাচাৰ্য্যৰ শাপত যযাতি অকালতে জড়গ্ৰস্ত হয়। কিন্তু প্ৰাৰ্থনাত সন্তুষ্ট হৈ শুক্ৰাচাৰ্য্যই ইচ্ছামতে আনৰ যৌৱনৰ লগত নিজৰ জৰা অৱস্থা সলনি কৰিব পাৰিব বুলি তেওঁক বৰ দিয়ে। যযাতিয়ে প্ৰথমতে জ্যেষ্ঠপুত্ৰ যদুকে তেওঁৰ জৰা গ্ৰহণ কৰিবলৈ কলে; কিন্তু যদু সন্মত নহ'ল। ইয়াতেই ক্ৰুদ্ধ

হৈ যযাতিয়ে যদুক অভিশাপ দিলে যে যদুৰ বংশধৰ সকলৰ কোনেওৰজা হব নোৱাৰিব। শেষত ৰাজ্যৰ দক্ষিণ অংশত যদু ৰজা হয় যদিও শ্ৰীকৃষ্ণৰ দেহত্যাগৰ আগে আগে এই বংশটো ধ্বংস হৈ যায়। শ্ৰীকৃষ্ণ এই বংশতে উপজিছিল।

যদুপতি :— শ্ৰীকৃষ্ণৰ আন এটা নাম। শ্ৰীকৃষ্ণ জন্ম গ্ৰহণ কৰা বংশটোৰ আদি পুৰুষ আছিল যদু। যদুৰ পৰাই এই বংশটোৰ নাম যদুবংশ আৰু এই বংশত জন্ম গ্ৰহণ কৰা লোকসকলৰ নাম যাদৱ হৈছিল। যাদৱ সকলৰ ভিতৰত শ্ৰীকৃষ্ণই আছিল সৰ্ব্বশ্ৰেষ্ঠ। সেয়ে তেওঁক যদুপতি যদুশ্ৰেষ্ঠ; যদুনাথ আদি বোলা হৈছিল।

যদুমণি :— শ্ৰীকৃষ্ণৰ অন্য নাম। মণি শব্দৰ অৰ্থ ৰত্ন। যদু বংশৰ তেওঁ সৰ্ব্বশ্ৰেষ্ঠ ৰত্ন-সদৃশ। সেয়ে যদুমণি।

যদুৰায় :— শ্ৰীকৃষ্ণৰ আন এটা নাম। ৰায় শব্দৰ অৰ্থ নেতা। যদুবংশৰ নেতা, এতেকে যদুৰায়।

যম :— এজনা দিকপাল আৰু প্ৰাণীসকলৰ পাপ-পুণ্যৰ বিচাৰকৰ্ত্তা। সূৰ্য্যৰ ঔৰসত আৰু সংজ্ঞাৰ গৰ্ভত তেওঁৰ জন্ম হয়। তেওঁৰ ভনীয়েকৰ নাম যমুনা। মাহীমাক ছায়াক পদাঘাত কৰাৰ অপৰাধত তেওঁৰ ভৰি দুখনত ঘা হয় আৰু পোক লাগে। এই দুৰ্দ্দশাৰ কথা পিতাক সূৰ্য্যক জনালত সূৰ্য্যই তেওঁৰ ভৰিৰ ঘা চেলেকিবলৈ এটা কুকুৰ দিয়ে। ঘা চেলেকি চেলেকি কুকুৰটোৱে তেওঁক সুস্থ কৰে। কিন্তু তেওঁৰ ভৰি দুখন ৰব নিশকতীয়া হৈ ৰয়। সেয়ে তেওঁ মহ এটা তেওঁৰ বাহন স্বৰূপে লয়। তেওঁ থকা ঠাইৰ নাম যমলোক, যমপুৰী বা সংযমনী। ই মনুষ্যলোকৰ পৰা ৮৬,০০০ মাইল দূৰৈত অৱস্থিত। ই দীঘলে চাৰি হেজাৰ আৰু পথালিয়ে দুহেজাৰ যোজন বিস্তৃত। উচ্চ সুবৰ্ণময় গড়েৰে ই পৰিবেষ্টিত (গৰুড়পুৰাণ)। পাপ-পুণ্যৰ বিচাৰ ৰক্ষক মন্ত্ৰী চিত্ৰগুপ্তৰ

সহায়ত যমে জীৱৰ পাপ-পুণ্যৰ বিচাৰ কৰে। পুণ্যবান লোক-সকলক তেওঁ নাৰায়ণৰূপে দেখা দিয়ে আৰু পাপীসকলক দেখা দিয়ে ভীষন-ৰূপ ধৰি। অনীমাণ্ডব্য মুনিক লঘু পাপত গুৰু শাস্তি দিয়া বাবে মুনিয়ে তেওঁক শাপ দিয়ে। ফলত তেওঁ হস্তিনাপুৰত মানুহ হৈ জন্ম ধৰিব লগা হয়। তেঁৱেই বিদুৰ। পতিব্ৰতা সাবিত্ৰীৰ স্তুতিত সন্তুষ্ট হৈ তেওঁ মৃতপত্নী সত্যবানক জীৱনদান দিয়ে আৰু সাবিত্ৰীৰ অন্ধ আৰু ৰাজ্য ভ্ৰষ্ট শহুৰেকক চকু আৰু ৰাজ্য ঘূৰাই দিয়ে। দক্ষৰ তেৰজনী কন্যাক তেওঁ বিয়া কৰায়। তেওঁলোকৰ গৰ্ভত একো একোটা কৈ সন্তানৰ জন্ম হয়। যেনে—শ্ৰদ্ধাৰ গৰ্ভত সত্য. মৈত্ৰীৰ গৰ্ভত প্ৰসাদ, দয়াৰ গৰ্ভত অভয়, শান্তিৰ গৰ্ভত গৰ্ব্ব, ক্ৰিয়াৰ গৰ্ভত যোগ. উন্নতিৰ গৰ্ভত দৰ্প, বুদ্ধিৰ গৰ্ভত অৰ্থ, মেধাৰ গৰ্ভত স্মৃতি, তিতিক্ষাৰ গৰ্ভত মঙ্গল, লজ্জাৰ গৰ্ভত বিনয় আৰু মুক্তিৰ গৰ্ভত নৰনাৰায়ণ ইত্যাদি। কুন্তীৰ গৰ্ভত যমৰ যুধিষ্ঠিৰৰ জন্ম হয়। ত্ৰিলোকসংহাৰী, মৃত্যু আৰু অগ্নিতুল্য কালদণ্ড তেওঁৰ নিত্যসহচৰ; সেয়ে তেওঁৰ আন এটা নাম দণ্ডধৰ। দেৱতা সকলৰ ভিতৰত তেঁৱেই সবাতকৈ পুণ্যবান; সেয়ে তেওঁৰ নাম ধৰ্ম্ম বা ধৰ্ম্মৰাজ। শাস্তি বা নিবৃত্তি আনয়ন কৰে বাবে তেওঁৰ নাম শমন। অন্ত আনে বাবে তেওঁৰ নাম কৃতান্ত বা অন্তক। পিতৃ পুৰুষৰ ওপৰত তেওঁৰ প্ৰাধান্য আছে বাবে তেওঁৰ নাম পিতৃপতি। কেঁচা আৰু কুকুৰ তেওঁৰ প্ৰধান দূত। ইহঁতে প্ৰাণীৰ পাচে পাচে ঘূৰি ফুৰে আৰু তেওঁক খা-খবৰ দিয়ে।

যমুনা :— যমৰ ভনীয়েক। মাৰ্কণ্ডেয় পুৰাণমতে সূৰ্য্যৰ ঔৰসত আৰু সংজ্ঞাৰ গৰ্ভত যম আৰু যমী নামেৰে এহাল যঁজা ল'ৰা -ছোৱালীৰ জন্ম হয়। যমীয়েই যমুনা। এবাৰ মত্ত অৱস্থাত বলৰামে যমুনাক স্নান কৰিবলৈ কাষলৈ আহ্বান কৰে!

যমুনাই তেওঁৰ কথা নুশুনাত ক্রুদ্ধ হৈ তেওঁ নাঙলেৰে যমুনাক কাষলৈ টানি আনে আৰু ইচ্ছামতে যলৈকে তলৈকে নি নগুৰ-নাগতি কৰে। পাচত বলৰামক ক্ষমা খুজিহে যমুনাই ৰক্ষা পায়।

(২) এখন নদী। কালিন্দ পৰ্ব্বতৰ পৰা ইয়াৰ উৎপত্তি হয়।

যশোদা :— নন্দজায়া। সতীয়ে দেহত্যাগ কৰাৰ পাচত দক্ষ আৰু প্রসুতীয়ে ভগৱতীক আকৌ কন্যাৰূপে পাবলৈ তপস্যা কৰে। আন হাতে ব্ৰহ্মবৈবৰ্ত্ত পুৰাণমতে বসুজ্যেষ্ঠ দ্ৰোণ আৰু তেওঁৰ পত্নী ধৰাই ভগবানুৰ দৰ্শন পাবৰ আশাত গন্ধমাদন পৰ্ব্বতত কঠোৰ তপস্যা কৰে। বিষ্ণুৱে প্রীত হৈ তেওঁলোকৰ বাসনা পূর্ণ হব বুলি বৰ দিয়ে। এই দুই আকাঙ্ক্ষাৰ ফল স্বৰূপে দক্ষ আৰু দ্ৰোণে নন্দৰূপে আৰু প্রসূতী আৰু ধৰাই যশোদাৰূপে দ্বাপৰৰ শেষত জন্মগ্রহণ কৰে। যশোদা গোকুলৰ নন্দঘোষৰ পত্নী। শ্ৰীকৃষ্ণ ওপজাৰ দিনাই ভগৱতীয়ে যোগমায়াৰূপে তেওঁৰ গৰ্ভত জন্মগ্রহণ কৰে। সালসলনিৰ পাচত কৃষ্ণৰ মাতৃৰূপে তেওঁ কৃষ্ণৰ লালন পালন কৰে। কৃষ্ণৰ প্রতি তেওঁৰ বাৎসল্য স্নেহৰ তুলনা নাই।

যাদব :— শ্ৰীকৃষ্ণৰ আন এটা নাম। যদু+ষ্ণ=যাদব। যদু বংশত জন্ম গ্রহণ কৰি সেই বংশৰ সৰ্ব্বশ্ৰেষ্ঠ পুৰুষ হিচাবে তেওঁ সেই নামৰ অধিকাৰী হয়।

যুধিষ্ঠিৰ :— পঞ্চপাণ্ডৱৰ সৰ্ব্বজ্যেষ্ঠ। আন চাৰিজন হ'ল ক্রমে ভীম, অৰ্জ্জুন, নকুল আৰু সহদেৱ। শতশৃংগ পৰ্ব্বতত যম বা ধৰ্ম্মৰ লগত কৰা সঙ্গমৰ ফলত তেওঁৰ জন্ম হয়। (কুন্তী দ্রষ্টব্য)। সেয়ে তেওঁৰ আন এটা নাম ধৰ্মৰাজ বা ধৰ্মপুত্ৰ। পাণ্ডুৰ মৃত্যুৰ পাচত অন্যান্য ভায়েকসকলৰ লগতে তেওঁ ধৃতৰাষ্ট্ৰ আৰু ভীষ্মৰ ওচৰত ডাঙৰ দীঘল হয় আৰু দ্ৰোণাচাৰ্য্য আৰু কৃপাচাৰ্য্যৰ ওচৰত অস্ত্ৰশিক্ষা লাভ কৰে। অস্ত্ৰ চালনাত তেওঁ অতি পটু আছিল যদিও তেওঁ আছিল সত্যবাদী আৰু

মহা ধাৰ্ম্মিক। শিক্ষাকাল শেষ হোৱাত ধৃতৰাষ্ট্ৰই তেওঁক হস্তিনাপুৰৰ যুৱৰাজ পাতে। ইয়াতে অসন্তুষ্ট হৈ দুৰ্য্যোধনে পাণ্ডৱৰ বিপক্ষে নানা চক্ৰান্ত কৰিবলৈ ধৰে। বাৰনাৱতত জতুগৃহ সজাই পাণ্ডৱক পুৰি মাৰিবলৈ চেষ্টা কৰা হয়। কিন্তু বিদুৰৰ পৰা আগতে জানিব পাৰি তেওঁলোক ৰক্ষা পায় আৰু ছদ্মবেশ ধৰি চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰে। সেই সময়তে অৰ্জুনে লক্ষ্য ভেদ কৰি দ্ৰৌপদীক লাভ কৰে আৰু কুন্তীৰ ভ্ৰমাত্মক আদেশত আৰু ব্যাসৰ বিধানমতে পাঁচোজন পাণ্ডৱে দ্ৰৌপদীক বিয়া কৰায়। পাণ্ডৱসকল জীৱিত থকাৰ সংবাদ পাই ধৃতৰাষ্ট্ৰই তেওঁলোকক মাতি নিয়ে আৰু ৰাজ্যখন ইন্দ্ৰপ্ৰস্থ আৰু হস্তিনাপুৰ নামে দুভাগত ভগাই যুধিষ্ঠিৰক ইন্দ্ৰপ্ৰস্থৰ ৰজা পাতে। তেওঁ মহা পৰাক্ৰমেৰে ৰাজ্য শাসন কৰিবলৈ ধৰে। ভায়েকসকলৰ হতুৱাই নানা দেশ জয় কৰাই তেওঁ বিস্তৰ ধন-সোণ সংগ্ৰহ কৰে। নাৰদৰ পৰামৰ্শমতে সেই সময়তে তেওঁ এটা ৰাজসূয় যজ্ঞ পাতে আৰু পাণ্ডৱসকলৰ হতুৱাই নানা দেশৰ ৰজাসকলক বশ্যতা স্বীকাৰ কৰোৱাই মহা সমাৰোহেৰে যজ্ঞ সমাপন কৰে। তেওঁৰ ঐশ্বৰ্য্য আৰু পৰাক্ৰমত দুৰ্য্যোধন অতি ঈৰ্ষান্বিত হৈ পৰে আৰু কূট পাশা খেলৰ আয়োজন কৰি শকুনিৰ হতুৱাই দুবেলিও তেওঁক পৰাস্ত কৰায়। দ্বিতীয়বাৰৰ খেলত ৰাজ্য ধন সকলোকে হেৰুৱাই তেওঁ ভায়েক আৰু পত্নীসহ বাৰ বছৰ বনবাস আৰু এবছৰ অজ্ঞাত বাস খাটে। তেওঁলোকে প্ৰথমতে কাম্যকবন আৰু পাচত দ্বৈতবনত থাকিবলৈ লয়। পাচত অৰ্জুনে দিব্যাস্ত্ৰ সংগ্ৰহৰ বাবে দেৱলোকলৈ যাত্ৰা কৰিলত যুধিষ্ঠিৰে বাকী কেইজনৰে সৈতে নৈমিষাৰণ্য, প্ৰয়াগ, বদৰিকাশ্ৰম, ভৃগুতীৰ্থ, গঙ্গাসাগৰ সঙ্গম, মহেন্দ্ৰপৰ্ব্বত, প্ৰভাসতীৰ্থ প্ৰভৃতি ভ্ৰমণ কৰে। বনবাসৰ একাদশ বছৰত যমুনানদীৰ

উৎপত্তিস্থল বিশ্রানয় উপবনত বাস কৰাৰ সময়ত সৰ্পৰূপী নহুষে ভীমক আক্ৰমণ কৰে, তেতিয়া যুধিষ্ঠিৰে নহুষৰ কেবাটাও প্ৰশ্নৰ উত্তৰ দি ভীমক ৰক্ষা কৰে আৰু লগে লগে নহুষেও মুক্তি লাভ কৰে। ইয়াৰ পাচত যুধিষ্ঠিৰ পুনৰ দ্বৈতবনলৈ আহে আৰু গন্ধৰ্ব্বৰাজ চিত্ৰসেনৰ দ্বাৰা বন্দী হোৱা দুৰ্য্যোধন আদিক মোকোলাই। বনবাসৰ দ্বাদশ বছৰত তেওঁ যক্ষৰূপী যমৰ কেবাটাও প্ৰশ্নৰ উত্তৰ দি কেবাটাও বৰ লাভ কৰে। অজ্ঞাতবাসৰ সময়ত তেওঁ কঙ্ক নামেৰে পাশাখেল নিপুণ ব্ৰাহ্মণ আৰু যুধিষ্ঠিৰৰ সখা বুলি পৰিচয় দি বিৰাটৰজাৰ বয়স্য ৰূপে কটায়। অজ্ঞাতবাসৰ অন্তত বিৰাটৰজাৰ ৰাজ্যৰ পৰাই তেওঁ ইন্দ্ৰপ্ৰস্থ ঘুৰাই পাবলৈ দুৰ্য্যোধনৰ ওচৰলৈ দূত পঠায়। কিন্তু দুৰ্য্যোধনে বিনাযুদ্ধে বেজী এটাৰ আগত উঠা পৰিমাণে মাটিও নিদিয়ে বুলি উত্তৰ দিয়াৰ ফলত কুৰু-পাণ্ডৱৰ যুদ্ধ আৰম্ভ হয়। সেই যুদ্ধত পাণ্ডৱৰে জয় হয় যদিও একমাত্ৰ শল্য ৰজাক পৰাজিত কৰাৰ বাহিৰে যুধিষ্ঠিৰে আন বিশেষ একো কৰা নাছিল। যুদ্ধত জয়ী হৈ তেওঁ হস্তিনাপুৰৰ ৰজা হয়। ইয়াৰ পাচতো তেওঁ বত্ৰিশ বছৰ (মতান্তৰে পোন্ধৰ বছৰ) ৰাজত্ব কৰে আৰু জ্ঞাতি আৰু ভাতৃ-হত্যা আদি মনস্তাপ নাশৰ বাবে অশ্বমেধ যজ্ঞ কৰে। পাচত যদুবংশ ধ্বংস হোৱা আৰু শ্ৰীকৃষ্ণই দেহত্যাগ কৰা বুলি শুনি তেওঁৰ মনত বৈৰাগ্য উপজে আৰু অভিমন্যুৰ পুত্ৰ পৰীক্ষিতক ৰাজ্য-ভিষিক্ত কৰি চাৰি ভায়েক আৰু দ্ৰৌপদীসহ মহাপ্ৰস্থান যাত্ৰা কৰে। দ্ৰৌপদী আৰু ভায়েক চাৰিজনে বাটতে দেহত্যাগ কৰে। অকল তেঁৱেহে সাধনাৰ বলত স্বৰ্গলৈ গৈ দেৱসঙ্গ লাভ কৰিবলৈ সমৰ্থ হয়। অহিংসা, দয়া, সত্যবাদিতা আৰু সত্যৰক্ষা তেওঁৰ চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্য আছিল। তেওঁৰ দ্ৰৌপদীগৰ্ভসম্ভূত পুত্ৰৰ নাম আছিল প্ৰতিবিন্ধ্য। তদুপৰি দেৱাসনৰ কন্যা দেৱীকাকো স্বয়ম্বৰ সভাত লাভ কৰি তেওঁ বিয়া

কৰাইছিল। দেৱকীকাৰ গৰ্ভত তেওঁৰ যৌধেয় নামৰ পুত্ৰৰ জন্ম হয়।

যোগমায়া :—লক্ষ্মী যোগমায়া ৰূপে প্ৰসিদ্ধা। নাৰায়ণে ৰাম ৰূপে জন্মগ্ৰহণ কৰাৰ সময়ত তেওঁ সীতাৰূপে জন্ম গ্ৰহণ কৰে। তেওঁ মহাশক্তি। দ্বাপৰৰ শেষত ভগৱান বিষ্ণুৱে দৈৱকীৰ গৰ্ভত কৃষ্ণৰূপে জন্মগ্ৰহণ কৰাৰ সময়ত যশোদাৰ গৰ্ভত তেওঁ যোগমায়াৰূপে জন্ম লয়। বসুদেৱে কৃষ্ণৰ জগত যোগমায়াৰ সালসলনি কৰে। কংসই যোগমায়াক দৈৱকীৰ অষ্টম গৰ্ভজাত সন্তান বুলি শিলত আকালি মাৰিব খোজোঁতেই তেওঁ আকাশলৈ উঠি অদৃশ্য হৈ বিন্ধ্যাচললৈ গুচি যায়। যাওঁতে তেওঁ কংসক সাৱধানবাণী শুনাই থৈ যায় যে কংসৰ নিধনকাৰী অন্যত্ৰ উপজিছেই।

যোগেশ্বৰ :— যোগেশ্বৰ বা যোগেশ শিৱ আৰু বিষ্ণু উভয়ৰে অন্যতম নাম। যোগৰ অধিপতি বা ঈশ্বৰ অথবা মহাযোগী অৰ্থত এই নাম ব্যৱহৃত হয়।

ৰঘুনাথ :—শ্ৰীৰামচন্দ্ৰৰ আন এটা নাম। ৰামে ৰঘুবংশত (ৰজা ৰঘুৰ পৰা নাম লোৱা) জন্মগ্ৰহণ কৰিছিল। এই বংশৰ ৰজা সকলৰ ভিতৰত তেঁৱেই শ্ৰেষ্ঠতম আছিল গুণে তেওঁক ৰঘুনাথ, ৰঘুপতি, ৰঘু-নন্দন, ৰাঘৱ আদি নামেৰে ভূষিত কৰা হয়।

ৰঘুপতি :— শ্ৰীৰামচন্দ্ৰৰ অন্যতম নাম। (ৰঘুনাথ দ্ৰষ্টব্য)।

ৰতি :— দক্ষৰ কন্যা আৰু কন্দৰ্পৰ পত্নী। মহাদেৱৰ কোপত কন্দৰ্প ভস্মীভূত হোৱাৰ পাচত ৰতিয়ে স্বামীক পুনৰ পাবৰ বাবে মহাদেৱক স্তুতি কৰে। সন্তুষ্ট হৈ মহাদেৱে ৰতিক বৰ দিয়ে যে দ্বাপৰ যুগত শ্ৰীকৃষ্ণৰ ঔৰসত আৰু ৰুক্মিণীৰ গৰ্ভত কন্দৰ্পই পুনৰ জন্মগ্ৰহণ কৰিব। এইমতে কন্দৰ্পই কৃষ্ণপুত্ৰ প্ৰদ্যুম্ন নামেৰে জন্ম গ্ৰহণ কৰে আৰু ৰতি মায়াৱতী নামেৰে প্ৰদ্যুম্নৰ পত্নী হয়। (কন্দৰ্প দ্ৰষ্টব্য)।

ৰাঘৱ :— শ্ৰীৰামচন্দ্ৰৰ আন এটা নাম। ৰঘু + ষ্ণ = ৰাঘৱ। অৰ্থাৎ

ৰঘু বংশত জন্ম লোৱা বাবে তেওঁৰ এই নাম হ'ল।

ৰাৱণ :— ৰাক্ষসৰাজ আৰু লঙ্কাৰ অধিপতি। বিশ্ৰবা মুনিৰ ঔৰসত আৰু কৈকেসী বা নিকষাৰ গৰ্ভত তেওঁৰ জন্ম হয়। কুম্ভকৰ্ণ আৰু বিভীষণ তেওঁৰ ভায়েক আৰু শূৰ্পনখা তেওঁৰ ভনীয়েক। বিশ্ৰবাৰ অন্যতমা পত্নী ইলবিলাৰ পুত্ৰ কুবেৰ তেওঁৰ বৈমাত্ৰেয় ভায়েক। সতিনীৰ পুত্ৰ কুবেৰ অতি ঐশ্বৰ্য্যশালী হোৱা বাবে কৈকেসীয়ে তেওঁৰ পুত্ৰ তিনিজনক ব্ৰহ্মাৰ তপস্যা কৰিবলৈ পঠায়। সন্তুষ্ট হৈ ব্ৰহ্মাই বৰ দিব খুজিলত ৰাৱণে অমৰত্ব প্ৰাৰ্থনা কৰে। ব্ৰহ্মাই সেই বৰ দিবলৈ অমান্তি হোৱাত তেওঁ তেতিয়া দেৱতা, দানৱ; দৈত্য, যক্ষ, ৰক্ষ আদিৰ হাতত অজেয় আৰু অৱধ্য হোৱাৰ বৰ মাগে। মানুহক তৃণজ্ঞান কৰি তেওঁ মানুহৰ কথা পাহৰি গ'ল। কুম্ভকৰ্ণই শুই শুই জীৱন কটোৱাৰ বৰ ললে। বৰ পাই ৰাৱণ ত্ৰিভুৱন জয় কৰিবলৈ লাগি গ'ল। প্ৰথমতে তেওঁ কুবেৰক পৰাজিত কৰি লঙ্কা অধিকাৰ কৰে। ত্ৰিজগতৰ ঐশ্বৰ্য্যেৰে তেওঁ ৰাজকোষ পৰিপূৰ্ণ কৰে। তেওঁ মাত্ৰ বালি, কাৰ্ত্তবীৰ্য্যাৰ্জ্জুন আৰু মান্ধাতাৰ ওচৰতহে পৰাজিত হৈছিল। দৈত্যৰাজ বলিৰ পৰাও তেওঁ ভীষণ অপমান পাইছিল। নাৰদৰ প্ৰৰোচনাত তেওঁ যমৰ লগতো যুদ্ধ কৰে, পাচত ব্ৰহ্মাই সেই যুদ্ধ থমায়। তেওঁৰ ৰথৰ নাম আছিল পুষ্পক। এবাৰে তেওঁ ৰথেৰে কৈলাশৰ ওচৰেৰে যাওতে হঠাৎ ৰথৰ গতি ৰুদ্ধ হ'ল। তেতিয়া নন্দীয়ে কলে যে তাত হৰ-পাৰ্ব্বতী আছে। সেই ঠাই সাধাৰণৰ অগম্য। নন্দীৰ বান্দৰৰ দৰে মুখখন দেখি ৰাৱণে ঠাট্টা কৰি হহাত বান্দৰৰ হাততে বংশ লোপ পাব বুলি নন্দীয়ে ৰাৱণক অভিশাপ দিলে। ৰাৱণে তেতিয়া বাহুৰে কৈলাশ উত্তোলন কৰিবলৈ ধৰিলে। পাৰ্ব্বতীয়ে ভয়তে মহাদেৱক সাৱটি ধৰাত মহাদেৱে ভৰিৰ বুঢ়া আঙুলীৰে ৰাৱণকহেচুকি দিলে। তাতে ৰাৱণে

ত্ৰিলোক কপাই গৰজিবলৈ ধৰিলে। পাচত মন্ত্ৰীসকলৰ পৰামৰ্শমতে ৰাৱণে মহাদেৱৰ স্তুত্ৰ কৰাত মহাদেৱে ৰাৱণক মুক্তি দিয়াৰ লগতে চন্দ্ৰহাস নামৰ তৰোৱালখনো দিলে। অতিকৈ ৰৱ অৰ্থাৎ চিঞৰ বাখৰ কৰা যাবে তেওঁৰ নাম ৰাৱণ হ'ল। তেওঁৰ মূৰ দহোটা, হাত কুৰিখন, বৰণ ঘোৰ কলা আৰু ওঠ ৰঙা।

ইন্দ্ৰ আৰু অন্যান্য দেৱতাসকলৰ লগতো ৰাৱণে যুদ্ধ কৰে আৰু পুত্ৰ মেঘনাদে ইন্দ্ৰক বন্দী কৰি লঙ্কালৈ লৈ আহে। পাচত ব্ৰহ্মাৰ অনুৰোধত ইন্দ্ৰক মুক্তি দিয়ে। তেওঁ ক্ৰমে অত্যাচাৰী হৈ উঠে। সুন্দৰী নাৰী দেখিলেই তেওঁ চলে বলে লঙ্কালৈ আনি উপপত্নী কৰি লৈছিল। মহৰ্ষি কুশধ্বজৰ কন্যা তপোমগ্না বেদৱতীক হৰণ কৰিবলৈ উদ্যত হওঁতে বেদৱতীয়ে অগ্নিত আত্মাহুতি দিয়ে আৰু কোনো ধৰ্ম্মাত্মাৰ অযোনিজা কন্যাৰূপে জন্ম গ্ৰহন কৰি ৰাৱণ-বধৰ কাৰণ হব বুলি ৰাৱণক অভিশাপ দিয়ে। ৰাৱণে ৰজা মৰুত্তৰ যজ্ঞলৈ আহি আমন্ত্ৰিত ঋষিসকলক খাই পেলায়। সুৰথ, বাধি, গয়, গুৰুকৰা প্ৰভৃতি ৰজাসকলক তেওঁ পৰাস্ত কৰে। অযোধ্যাৰ ৰজা অনৰণ্যক যুদ্ধত নিহত কৰাৰ সময়ত তেওঁৰ বংশজাত সন্তানেই ৰাৱণক নিধন কৰিব বুলি অভিশপ্ত হয়। নলকুবেৰৰ ওচৰলৈ যাওঁতে অপসৰা ৰম্ভাক সবলে ধৰ্ষণ কৰাৰ অপৰাধত নলকুবেৰে ৰাৱণক অভিশাপ দিয়ে যে কোনো নাৰীক বল-প্ৰয়োগ কৰাৰ ফলস্বৰূপে ৰাৱণৰ মৃত্যু হয়।

ৰাৱণে সাগৰত প্ৰবেশ কৰি নাগসকলক পৰাস্ত কৰে আৰু নিবাতকবচ নামৰ দৈত্যৰ লগত ঘোৰতৰ যুদ্ধ কৰে। ব্ৰহ্মাৰ দ্বাৰা উভয়ৰে মাজত সন্ধি স্থাপিত হয়। পাচত নিবাত কবচৰ পৰা তেওঁ বহুতো মায়াবিদ্যা শিক্ষা কৰে। বৰুণৰ পুত্ৰ সকলোকো তেওঁ পৰাজিত কৰে। অশ্মনগৰত চাৰিশ

কালকেয় দানবৰ লগত যুদ্ধ কৰাৰ সময়ত ৰাৱণে ভুলতে ভনীজোৱায়েক (শূৰ্পনখাৰ স্বামী) বিদ্যুৎজীহ্বাকো বধ কৰে। একমাত্র ভনীয়েক বিধবা হলত তেওঁক সান্ত্বনা দিবলৈ ৰাৱণে শূৰ্পনখাক দণ্ডকাৰণ্য দান কৰি তাত সংস্থাপিত কৰে। সেই সময়তে ৰজা ৰামচন্দ্ৰই পিতৃসত্য পালি লক্ষ্মণ আৰু সীতাৰে সৈতে দণ্ডকাৰণ্যৰ পঞ্চবটী বনত আছিল। শূৰ্পনখাই ৰামৰ প্ৰণয়িনী হৈ সীতাক গ্ৰাস কৰিব খোজাত লক্ষ্মণে তাইৰ নাক-কান কাটি লঘু-লাঞ্ছনা কৰে। ৰাৱণে এই খবৰ পাই প্ৰতিশোধ লোৱাৰ অৰ্থে পঞ্চবটীলৈ আহে আৰু মাৰীচৰ সহায়ত সীতাক হৰণ কৰি লঙ্কালৈ লৈ যায়। ৰামে বানৰ-ৰাজ সুগ্ৰীৱৰ সহায়ত লঙ্কালৈ গৈ ধৰ্ম্মপ্ৰাণ বিভীষণৰ পৰামৰ্শমতে সবংশে ৰাৱণক নিধন কৰি সীতাক উদ্ধাৰ কৰে।

দানৱশিল্পী ময়দানৱৰ কন্যা মন্দোদৰীৰ লগত ৰাৱণৰ বিবাহ হয়। মন্দোদৰীৰ গৰ্ভত তেওঁৰ মেঘনাদ, অক্ষয়কুমাৰ প্ৰভৃতি পুত্ৰসকলৰ জন্ম হয়।

ৰাম :— অযোধ্যাৰ ৰজা (শ্ৰীৰাম দ্ৰষ্টব্য)।

ৰুক্ম :— ৰুক্ম বা ৰুক্মী বিদৰ্ভৰাজ ভীষ্মকৰ জ্যেষ্ঠ পুত্ৰ আৰু ৰুক্মিণীৰ ককায়েক। ৰুক্মিণীৰ হৰণৰ সময়ত নিজৰ ৰাজ্যত শ্ৰীকৃষ্ণক বাধা দিব নোৱাৰি তেওঁ আন বাটেৰে গৈ নৰ্মদাৰ পাৰত কৃষ্ণৰ বাট আগচি ধৰিছিল। কিন্তু যুদ্ধত কৃষ্ণৰ হাতত পৰাজিত হৈ লাজতে তেওঁ আৰু বিদৰ্ভলৈ উভতি নাহিল। নৰ্ম্মদাৰ পাৰত ভোজকট নামে এখন ৰাজ্য স্থাপন কৰি তেওঁ তাতে ৰাজত্ব কৰিবলৈ ধৰে। কুৰুক্ষেত্ৰৰ যুদ্ধত এক অক্ষৌহিনী সেনা লৈ তেওঁ পাণ্ডৱ পক্ষত যোগ দিয়াৰ কথা আছিল, কিন্তু যুৱকত তেওঁ কৌৰৱ পক্ষত যোগ দিবলৈ স্থিৰ কৰাত দুয়োপক্ষৰেই অপ্ৰিয় ভাজন হৈ পৰে। কৃষ্ণদ্বেষী হৈও তেওঁ নিজৰ কন্যা ৰুক্মাৱতীক কৃষ্ণৰ পুত্ৰ প্ৰদ্যুম্নলৈ বিয়া দি

দিছিল। নিজৰ ল'ৰাৰ ফালৰ নাতিনী এজনীকো তেওঁ প্রদ্যুম্নৰ পুত্ৰ অনিৰুদ্ধলৈ বিয়া দিয়ে। এই উপলক্ষে যাদৱসকল ভোজকটলৈ আহে। বিয়াৰ পাচত বলৰামেৰে হোৱা পাশা-খেলত বলৰামক প্ৰতাৰণা কৰা বাবে পাশাৰ গুটিৰে বলৰামে তেওঁক আঘাত কৰে আৰু তাৰ ফলতে তেওঁৰ মৃত্যু হয়।

**ৰুক্মিণী:**— বিদৰ্ভৰাজ ভীষ্মকৰ কন্যা। তেওঁৰ ককায়েকৰ নাম ৰুক্ম বা ৰুক্মী। তেওঁ লক্ষ্মীৰ অৱতাৰ। শ্ৰীকৃষ্ণৰ গুণ গৰিমাৰ কথা শুনি তেওঁ কৃষ্ণৰ প্ৰতি আকৃষ্ট হয় আৰু তেওঁক পতি বৰণ কৰিবলৈ ইচ্ছা কৰে। ৰুক্মিণীৰ ৰূপৰ কথা শুনি কৃষ্ণও তেওঁৰ প্ৰতি আকৃষ্ট হৈ পৰে। কিন্তু কৃষ্ণবিদ্বেষী ৰুক্মীয়ে ইয়াত বিঘিনি পথালি দিয়ে। তেওঁ চেদীৰাজ দমঘোষৰ পুত্ৰ শিশুপাললৈ ৰুক্মিণীক দিয়াৰ প্ৰস্তাৱ কৰে। শিশুপাল ৰুক্মীৰ বন্ধু আছিল আৰু মগধৰাজ জৰাসন্ধৰ দ্বাৰা প্ৰতিপালিত হৈছিল। জৰাসন্ধয়ো শিশুপালৰ বাবে ৰুক্মিণীক খুজিছিলহি। প্ৰস্তাৱত সন্মত হৈ ভীষ্মকে তেওঁৰ ৰাজধানী কুণ্ডিল নগৰত (অসমৰ সদিয়াত) ৰুক্মিণীৰ বিয়াৰ আয়োজন কৰে। শিশুপাল আছিল কৃষ্ণ আৰু বলৰামৰ পেহীয়েকৰ পুতেক। দৰাৰ লগত তেওঁলোকো বিয়া খাবলৈ কুণ্ডিললৈ আহিছিল। বিয়াৰ আগদিনাখন ৰুক্মিণীয়ে দেৱ মন্দিৰৰ পৰা পূজা দি ওলাই আহোঁতে কৃষ্ণই নিজৰ ৰথত তুলি তেওঁক দ্বাৰকালৈ লৈ আহে। জৰাসন্ধ, শিশুপাল, ৰুক্মী আদিয়ে কৃষ্ণৰ লগত যুদ্ধ কৰি পৰাস্ত হয়। কৃষ্ণই ৰুক্মিণীক বিয়া কৰাই তেওঁৰ প্ৰধান মহিষী পাতে। ৰুক্মিণীৰ গৰ্ভত কৃষ্ণৰ প্ৰদ্যুম্ন, চাৰুদেষ্ণ, সুদেষ্ণ, মহাবল, সুষেণ, চাৰুগুপ্ত, চাৰুবিন্দ, সুচাৰু, ভদ্ৰচাৰু আৰু চাৰু প্ৰভৃতি দহটি পুত্ৰৰ জন্ম হয়। কৃষ্ণৰ দেহত্যাগৰ পিচত অৰ্জুনে যদুনাৰী সকলোৰে সৈতে ৰুক্মিণীকো হস্তিনাপুৰলৈ লৈ আহে।

তাতে কৃষ্ণবিৰহত জৰ্জ্জৰিত হৈ অগ্নিত জাপ দি তেওঁ প্ৰাণত্যাগ কৰে।

**ৰুদ্ৰ** :— মহাদেৱৰ আন এটা ৰূপ। (হৰ দ্ৰষ্টব্য)। ঋগবেদত বৰুণ আৰু অগ্নিকো ৰুদ্ৰ বুলি কোৱা হয়। তেওঁ সংগীত আৰু যজ্ঞৰো দেৱতা। আনমতে ৰুদ্ৰ গণদেৱতা বিশেষ। ৰুদ্ৰ এঘাৰজন। যেনে—অহিব্ৰধ্ন, বিৰূপাক্ষ, ৰৈৱত, হৰ, বহুৰূপ, ত্ৰ্যম্বক, সবিত্ৰ, জয়ন্ত, পিনাকী, অজৈকপাদ আৰু সুৰেশ্বৰ। বিষ্ণুপুৰাণমতে ব্ৰহ্মাই প্ৰজাসৃষ্টি কৰা কালত তেওঁৰ শৰীৰৰ পৰা ক্ৰন্দনৰত এটি পুত্ৰৰ জন্ম হয়। কান্দি থকা বাবে তেওঁৰ নাম ৰখা হয় (ৰুদ ধাতুৰ অৰ্থ কন্দা) ৰুদ্ৰ। ইয়াৰ পাচতো সন্তানটিয়ে কান্দি কান্দি সাতবাৰ চকুপানী পেলালে। তেতিয়া তেওঁ আৰু সাতটা নাম প্ৰাপ্ত হ'ল। যেনে—ভব, সৰ্ব্ব, ঈশান, পশুপতি, ভীম, উগ্ৰ আৰু কপালী বা মহাদেৱ বা শিৱ। পদ্মপুৰাণমতে ৰুদ্ৰৰ বাসস্থান হ'ল—ইন্দ্ৰিয়সকল, অনুহৃদ, ব্যোম, বায়ু, অগ্নি, জল, মহী, তপস্যা, চন্দ্ৰ আৰু সূৰ্য্য। তেওঁৰ পত্নীসকল হ'ল—ধৃতি, ধী, অসিলোমা, নিযুৎ, সৰ্পি, বিলম্বিকা, ইৰাৱতী, স্বধা, আৰু দীক্ষা। এই সকলৰ লগত প্ৰজা সৃষ্টি কৰি তেওঁ জগৎ পৰিপূৰ্ণ কৰে। ভূত, প্ৰেত, ভৈৰৱ আদিও তেওঁ সৃজন কৰে।

**ৰেৱতী** :— কুশস্থলীৰ ৰজা ৰেৱতৰ কন্যা। তেওঁ অতি ৰূপৱতী আছিল। পৃথিবীত তেওঁৰ বাবে কোনো উপযুক্ত পাত্ৰ নেপাই ৰেৱতে ব্ৰহ্মাৰ লগত আলোচনা কৰিবলৈ স্বৰ্গলৈ যায় আৰু তেওঁৰ পৰামৰ্শমতে দ্বাৰকাৰ বলৰামৰ হাতত ৰেৱতীক অৰ্পণ কৰে। বলৰামৰ ঔৰসত তেওঁৰ শঠ, নিশঠ, উল্মুক প্ৰভৃতি পুত্ৰসকল ওপজে। যদুবংশ ধ্বংসৰ পাচত বলৰামে যোগবলেৰে আত্মত্যাগ কৰাত তেওঁ স্বামীৰ লগত সহমৃতা হয়।

ৰোহিনী :– চাৰি গৰাকী ৰোহিণীৰ কথা পোৱা যায়। (১) বসুদেৱৰ পত্নী। তেওঁ বাহ্লীক গন্ধৰ্ব্বৰ কন্যা, আৰু হলিৰাম বা বলোৰামৰ মাক। কংসৰ অত্যাচাৰৰ ভয়ত বসুদেৱে পুত্ৰ সমন্বিতে ৰোহিণীক গোকুলৰ নন্দৰ ঘৰত লুকুৱাই ৰাখে। কৃষ্ণ আৰু বলোৰামে তাওঁৰ হৈ কংসক বধ কৰাৰ পাচতহে ৰোহিণী মথুৰাৰ স্বামী গৃহলৈ আহে। যাদৱসকলে মথুৰা এৰি দ্বাৰকালৈ যোৱাৰ সময়ত বসুদেৱৰ লগত তেৰো দ্বাৰকালৈ যায় আৰু যদুবংশ ধ্বংসৰ সময়ত বসুদেৱৰ মৃত্যু হোৱাত তেৰো সহমৃতা হয়।

(২) কশ্যপ আৰু সুৰভিৰ কন্যা। এই গৰাকী ৰোহিণী কামধেনু প্ৰভৃতি গোজাতিৰ মাতা।

(৩) শ্ৰীকৃষ্ণৰ এগৰাকী পত্নী।

(৪) দক্ষৰ সাতাইশ গৰাকী কন্যাৰ এগৰাকী। চন্দ্ৰই সাতাইশ গৰাকী কন্যাকে বিয়া কৰায়। আন পত্নীতকৈ ৰোহিণীক চন্দ্ৰই বেচি ভাল পোৱা বাবে সতীনিযেকহঁতে দক্ষক আপত্তি জনায়। দক্ষই চন্দ্ৰক সকলো পত্নীকে সমানে ভাল পাবলৈ উপদেশ দিয়ে। তেতিয়াও চন্দ্ৰই ৰোহিণীক বেচি ভাল পোৱাত দক্ষই চন্দ্ৰক অভিশাপ দিয়ে। ফলত চন্দ্ৰ ক্ষয়-ৰোগ প্ৰাপ্ত হয়।

লক্ষণা :— শ্ৰীকৃষ্ণৰ আঠ গৰাকী প্ৰধানা আৰু প্ৰিয়তমা মহিষীৰ অন্যতমা। তেওঁ মদ্ৰদেশৰ ৰজা বৃহৎসেনৰ কন্যা। নাৰদৰ মুখে কৃষ্ণৰ ৰূপ, গুণ আৰু যশস্যাৰ কথা শুনি তেওঁ কৃষ্ণক স্বামী বৰণ কৰে। ৰজা বৃহৎসেনেও এই কথা জানিছিল। কিন্তু শ্ৰীকৃষ্ণক জোৱাইৰূপে পোৱাটো তেওঁৰ বাবে সিমান সহজসাধ্য নাছিল। লক্ষণা বিবাহযোগ্যা হোৱাত ৰজাই এটা বিশেষ ধৰণৰ মাছ তৈয়াৰ কৰাই এটা স্তম্ভৰ ওপৰত এনেদৰে স্থাপন কৰিলে যে স্তম্ভৰ তলত থকা পানীত চেলেন মাছৰ ছাঁ

পৰে। যেয়ে সেই ছা নিৰিক্ষণ কৰি কাঁৰেৰে মাছ ভেদ কৰিব পাৰিব তালৈকে লক্ষ্মণাক বিয়া দিব বুলি ৰজাই ঘোষণা কৰিলে। অনেক ৰজা মহাৰজা আহিল, কিন্তু কোনেও সেই মৎস্যভেদ কৰিবলৈ সক্ষম নহ'ল। অৰ্জ্জুনৰ কাৰে সেই মাছটো স্পৰ্শহে কৰিলে মাত্ৰ, ভেদিব নোৱাৰিলে। অৱশেষত শ্ৰীকৃষ্ণই সেই মৎস্য ভেদ কৰাত ৰজাই তেওঁলৈ লক্ষ্মণাক বিয়া দিলে।

লক্ষ্মী :— নাৰায়ণৰ মহিষী। মহৰ্ষি ভৃগুৰ ঔৰসত আৰু দক্ষকন্যা খ্যাতিৰ গৰ্ভত তেওঁৰ জন্ম হয়। দুৰ্ব্বাসাৰ অভিশাপত ইন্দ্ৰ ত্ৰিভুবন জয়ৰ পৰা বঞ্চিত আৰু লক্ষ্মী বা শ্ৰীহীন হলত লক্ষ্মী সাগৰৰ গৰ্ভত লীন হব লগা হয়। শেষত দেৱাসুৰৰ সমুদ্ৰমন্থনৰ সময়ত ক্ষীৰসাগৰৰ পৰা তেওঁৰ পুনৰ উদ্ভৱ হয়। লক্ষ্মীক লাভ কৰিবলৈ দেৱতা আৰু অসুৰসকলৰ মাজত কলহৰ সুত্ৰপাত হলত নাৰায়ণে মোহিনী মায়াৰে সকলো কলহৰ সমাধান কৰি নিজ পত্নী লক্ষ্মীক পুনৰ গ্ৰহণ কৰে। তেওঁ সৰ্ব্ব সম্পদ, শ্ৰী আৰু ঐশ্বৰ্য্যৰ অধিষ্ঠাত্ৰী। স্বৰ্গত তেওঁ স্বৰ্গলক্ষ্মী ৰজাসকলৰ ৰাজ্যত তেওঁ ৰাজলক্ষ্মী আৰু গৃহস্থৰ ঘৰত তেওঁ গৃহলক্ষ্মীৰূপে বিৰাজ কৰে। তেওঁৰ বাহন পেঁচক বা ফেচা।

লক্ষ্মীকান্ত :— বিষ্ণু বা নাৰায়ণৰ আন এটা নাম। কান্ত শব্দৰ অৰ্থ স্বামী। লক্ষ্মীৰ স্বামী বাবে বিষ্ণুৰ নাম লক্ষ্মীকান্ত।

শঙ্কৰ :— মহাদেৱৰ আন এটা নাম। সকলোৰে কল্যাণ কৰে বাবে তেওঁৰ নাম শঙ্কৰ। স্কন্দপুৰাণত তেওঁ নিজে কৈছে যে ভক্তসকলৰ ভুক্তিত সন্তুষ্ট হৈ তেওঁলোকক পবিত্ৰ আৰু নিৰাময় কৰে বাবেই তেওঁ শঙ্কৰ আৰু ভূতনাথ। (হৰ দ্ৰষ্টব্য)।

শঙ্খচুৰ :— (১) এজন যক্ষ বিশেষ। গোপীসকলৰ সতীত্ব হৰণ কৰিবলৈ চেষ্টা কৰোঁতে শ্ৰীকৃষ্ণই তেওঁক বধ কৰি গোপীক ৰক্ষা কৰে।

(২) এজন দৈত্য। সুদামা নামে এজন গোপ ৰাধিকাৰ শাপত অসুৰ যোনিত জন্মগ্ৰহণ কৰে। তেৱেঁই শঙ্খচুৰ। তপস্যাৰ বলত তেওঁ ব্ৰহ্মাৰ পৰা কবচ লাভ কৰি দেৱতাৰ অজেয় হয়। তপস্যাৰ বলেৰে আকৌ বিষ্ণুক সন্তুষ্ট কৰি তেওঁ ধৰ্মধ্বজ ৰজাৰ কন্যা তুলসীক পত্নীৰূপে পায়। তেওঁ নিজ বাহুবলেৰে দেৱতাসকলক পৰাজিত কৰি স্বৰ্গ অধিকাৰ কৰে। ইয়াৰ প্ৰতিকাৰ বিচাৰি দেৱতাসকলে ব্ৰহ্মা আৰু শিৱক লগত লৈ বিষ্ণুৰ ওচৰ পায়গৈ। ব্ৰহ্মাই শঙ্খচুৰক এই বৰো দিছিল যে তেওঁৰ পত্নী তুলসীৰ সতীত্ব নষ্ট নোহোৱা-লৈকে তেওঁক কোনেও বধ কৰিব নোৱাৰে। বৰ নষ্ট কৰাৰ বিষয়ে দেৱতাসকলৰ মাজত আলোচনা হ'ল। মহাদেৱে শঙ্খ-চুৰক স্বৰ্গৰাজ্য ঘূৰাই দিবলৈ খাটিলে। শঙ্খচুৰ মান্তি নহ'ল। গতিকে দেৱতাসকলৰ লগত শঙ্খচুৰৰ পুনৰ যুদ্ধ আৰম্ভ হ'ল। যুদ্ধৰ সময়ত বিষ্ণুৱে ব্ৰাহ্মণৰ বেশেৰে শঙ্খচুৰৰ পৰা ব্ৰহ্মা-প্ৰদত্ত কবচ ভিক্ষা কৰি আনিলে। আনহাতে শঙ্খচুৰৰ ৰূপ লৈ তেওঁ তুলসীৰ সতীত্ব নষ্ট কৰিলে। পাচত মহাদেৱে বিষ্ণুপ্ৰদত্ত শূলেৰে শঙ্খচুৰক বধ কৰিলে। শাপমুক্ত হৈ শঙ্খচুৰ গোলোকধামলৈ গুচি গ'ল। (তুলসী দ্ৰষ্টব্য)।

**শতজিৎ**:– এজনা বলশালী যাদৱ।

**শম্বৰ**:— এজন মহাবলী দৈত্য। মহাদেৱৰ কোপত ভস্মীভূত হোৱাৰ পাচত কামদেৱে পুনৰায় শ্ৰীকৃষ্ণৰ পুত্ৰ প্ৰদ্যুম্নৰূপে জন্মগ্ৰহণ কৰে। কামদেৱৰ পত্নী ৰতিয়েও সেইসময়ত মায়াদেৱী নামে জন্মগ্ৰহণ কৰি শম্বৰৰ পত্নী হৈছিল। শম্বৰে জানিছিল যে প্ৰদ্যুম্নৰ হাতত তেওঁৰ মৃত্যু হব। সেয়ে ওপোজাৰ ছদিনৰ দিনা শম্বৰে সূতিকাগৃহৰ পৰা প্ৰদ্যুম্নক হৰণ কৰি নি সাগৰত পেলাই দিয়ে। মাছে প্ৰদ্যুম্নক গিলি খায়। পাচত ধীৱৰ এজনে মাছটো ধৰি ঘটনাক্ৰমে শম্বৰৰ ঘৰলৈকেই লৈ আহে।

মায়াৱতীয়ে মাছৰ পেট ফালি প্ৰদ্যুম্নক উদ্ধাৰ কৰে। প্ৰদ্যুম্নক আগৰ জীৱনৰ স্বামী বুলি জানিব পাৰি মায়াৱতীয়ে তেওঁক ভালদৰে লালন-পালন কৰে আৰু আসুৰিক মায়াসমূহ শিকায়। যথাসময়ত প্ৰদ্যুম্নই শম্বৰক বধ কৰে আৰু মায়াৱতীক গন্ধৰ্ব্ব-মতে বিয়া কৰি দ্বাৰকালৈ লৈ যায়।

শম্ভু :— মহাদেৱৰ আন এটা নাম। শম শব্দৰ অৰ্থ শুভ বা মঙ্গল। ভূ শব্দৰ অৰ্থ হোৱা। যাৰ দ্বাৰা শুভ বা মঙ্গল হয় তেঁৱেই শম্ভু।

শল :— (১) কংসৰ অনুচৰ মল্লবীৰ। চানূৰ আৰু মুষ্টিকৰ মৃত্যুৰ পাচত তেওঁ কৃষ্ণ আৰু বলৰামৰ লগত মল্লযুদ্ধত প্ৰবৃত্ত হয়। অৱশেষত কৃষ্ণৰ হাতত তেওঁৰ মৃত্যু হয়। পাচত অন্য মল্লবীৰসকল ভয়তে পলাই যায়।

(২) মহাভাৰতৰ বনপৰ্ব্বত শল নামৰ ৰজা এজনৰো উল্লেখ আছে। তেওঁ পৰীক্ষিত আৰু মণ্ডুক ৰাজকন্যা সুশোভনাৰ জ্যেষ্ঠ পুত্ৰ।

শশধৰ :— চন্দ্ৰৰ আন এটা নাম। শশ শব্দৰ অৰ্থ শহাপহু। চন্দ্ৰৰ গাত শহাপহু আছে বুলি কল্পনা কৰা হয়। চন্দ্ৰই শহাপহু ধাৰণ কৰে; এতেকে তেওঁ শশধৰ।

শশাঙ্ক :— চন্দ্ৰৰ আন এটা নাম। শশ শব্দৰ অৰ্থ শহাপহু আৰু অঙ্ক শব্দৰ অৰ্থ চিহ্ন বা ৰেখা। চন্দ্ৰৰ গাত শহাপহুৰ চিহ্ন অঙ্কিত আছে বুলি কল্পনা কৰা হয়; এতেকে তেওঁ শশাঙ্ক।

শশী :— চন্দ্ৰৰ আন এটা নাম।

শাম্ব :— শ্ৰীকৃষ্ণৰ পুত্ৰ। জাম্বৱতীৰ গৰ্ভত তেওঁ জন্মগ্ৰহণ কৰে। তেওঁ বলোৰামৰ অতি প্ৰিয় আছিল। সেয়ে বলোৰামে তেওঁক শিক্ষা, দীক্ষা সকলোতে নিজৰ দৰে চতুৰ কৰি তুলি-ছিল। দুৰ্য্যোধনৰ কন্যা লক্ষ্মণাক তেওঁ স্বয়ম্বৰসভাৰ পৰা হৰণ কৰে। তেতিয়া কৌৰৱসকলে তেওঁক বন্দী কৰিলত

বলোৰামে সসৈন্যে হস্তিনাপুৰ অৱৰোধ কৰি তেওঁক উদ্ধাৰ কৰে। পাচত লক্ষ্মণাৰ লগত শাম্বৰ বিয়া হয়। এদিন বিশ্বামিত্ৰ, নাৰদ আৰু কণ্বঋষি দ্বাৰকালৈ আহিলত যাদৱসকলৰ মনত কুবুদ্ধি জাগিল। তেওঁলোকে শাম্বক এজনী গৰ্ভৱতী নাৰী সজাই ঋষিসকলৰ সন্মুখলৈ নি তেওঁৰ কি সন্তান হব প্ৰশ্ন কৰিলে। তেতিয়া অতি ক্ৰুদ্ধ হৈ ঋষিসকলে অভিশাপ দিলে যে সেই গৰ্ভৱতী নাৰীয়ে (শাম্বই) এটা লোহ মুষল প্ৰসৱ কৰিব আৰু তাৰ পৰাই যাদৱসকল ধ্বংসপ্ৰাপ্ত হব। পিচ-দিনা শাম্বই এটা মূষল প্ৰসৱ করে। সেই মুষলৰ গুৰিৰ পৰা উৎপন্ন হোৱা তৃণৰ আঘাতত শাম্ব সমন্বিতে যদুবংশীয় লোক সকল ধ্বংস হয়।

শাৰঙ্গপাণি :— বিষ্ণুৰ আন এটা নাম। শাৰঙ্গ শব্দৰ অৰ্থ শঙ্খ; আৰু পাণি শব্দৰ অৰ্থ হাত। বিষ্ণুৰ হাতত শঙ্খ আছে বাবে তেওঁৰ নাম শাৰঙ্গপাণি।

শাল্ব :— (১) দানৱ বৃষপৰ্ব্বৰ ভায়েক অজকে দ্বাপৰত শাল্ব নামেৰে মেৰুপ্ৰদেশৰ ৰজা হয়। কাশীৰাজৰ তিনি গৰাকী কন্যাৰ জ্যেষ্ঠা অম্বাই তেওঁক মনে মনে স্বামী বৰণ কৰিছিল। কিন্তু ভীষ্মই ভায়েক বিচিত্ৰবীৰ্য্যৰ বাবে তিনিওজনী কন্যাকে হৰণ কৰি লৈ যায়। শাল্বই ভীষ্মক বাধা দি পৰাজিত হয়। পাচত ভীষ্মই অম্বাক শাল্বৰ প্ৰতি অনুৰক্তা বুলি জানিব পাৰি তেওঁক শাল্বৰ ওচৰলৈ পঠিয়াই দিয়ে। শাল্বই অপহৃতা নাৰী বুলি অম্বাক প্ৰত্যাখ্যান কৰে। তেতিয়া অম্বাই ভীষ্ম-বধৰ কাৰণ হবলৈ কামনা কৰি অগ্নিত প্ৰাণত্যাগ কৰে। পাচত তেওঁ শিখণ্ডীৰূপে জন্ম লৈ ভীষ্ম-বধৰ কাৰণ হয়।

(২) সৌভনগৰৰ ৰজা আৰু শিশুপালৰ সখা। শ্ৰীকৃষ্ণই শিশুপালক বধ কৰাৰ পাচত শাল্বই দ্বাৰকাপুৰী আক্ৰমণ কৰি বিধ্বস্ত কৰে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞৰ পাচত শ্ৰীকৃষ্ণই

দ্বাৰকালৈ উভতি আহি শাল্বক শাস্তি দিবলৈ সৈন্য লৈ যায়। শাল্ব তেতিয়া সাগৰৰ ওপৰত নিজৰ সৌভ বিমানত অনুচৰ পৰিবেষ্টিত হৈ আছিল। বহু মায়া-যুদ্ধৰ পাচত শ্ৰীকৃষ্ণই সুদৰ্শনচক্ৰেৰে শাল্বক বধ কৰে।

(৩) ম্লেচ্ছৰাজ্য অধিপতি কৌৰৱ পক্ষীয় বীৰ। কুৰুক্ষেত্ৰত যুদ্ধৰ ওঠৰ দিনৰ দিনা শল্য নিহত হোৱাৰ পাচত তেওঁ এটা প্ৰকাণ্ড হাতীত উঠি পাণ্ডৱ সৈন্য নিহত কৰিবলৈ ধৰে। পাচত ধৃষ্টদ্যুম্নই হাতীৰে সৈতে তেওঁক বধ কৰে।

শিশুপাল :— চেদিদেশৰ বৃষ্ণি বংশীয় ৰজা। দমঘোষৰ ঔৰসত আৰু বসুদেৱৰ ভনীয়েক শ্ৰুতশ্ৰবাৰ গৰ্ভত তেওঁৰ জন্ম হয়। ভূমিষ্ঠ হবৰ সময়ত তেওঁৰ তিনিটা চকু আৰু চাৰিখন হাত আছিল। এই আচৰিত শিশুক মাক-বাপেকে জন্মৰ লগে লগে ত্যাগ কৰিবলৈ সিদ্ধান্ত লোৱাত দৈৱবাণীয়ে কলে যে শিশুটিক ত্যাগ কৰিব নেলাগে। কিয়নো তাৰ মৃত্যুদাতা নিশ্চিত হৈ আছে। যাৰ কোলাত উঠিলে তাৰ অতিৰিক্ত হাত দুখন খহি পৰিব আৰু যিজনৰ দৃষ্টিত তাৰ অতিৰিক্ত চকুটোও লুপ্ত হৈ পৰিব, সেইজনৰ হাতত তাৰ মৃত্যু ঘটিব। দমঘোষৰ অনুৰোধত বহুতো ৰজাই শিশুপালক কোলাত ললে; কিন্তু কোনো পৰিবৰ্ত্তন নহ'ল। কিছুদিন পাচত শ্ৰীকৃষ্ণই পেহীয়েকৰ লগত দেখা কৰিবলৈ আহিলত শ্ৰুতশ্ৰবাই শিশুপালক কৃষ্ণৰ কোলাত বহুৱাই দিলে আৰু লগে লগে শিশুপালৰ অতিৰিক্ত হাত দুখন আৰু চকুটো লুপ্ত হৈ গ'ল। শ্ৰুতশ্ৰবাই কৃষ্ণৰ হাতত তেওঁৰ ল'ৰাৰ মৃত্যু হোৱাটো বুজিব পাৰি কৃষ্ণক পুত্ৰৰ সমস্ত অপৰাধ মাৰ্জ্জনা কৰিবলৈ অনুৰোধ কৰিলে। কৃষ্ণই তেতিয়া প্ৰতিশ্ৰুতি দিলে যে তেওঁ শিশুপালৰ এশটা পৰ্য্যন্ত অপৰাধ মাৰ্জ্জনা কৰিব।

কালক্ৰমত ৰাজ্যৰ অধিকাৰ লাভ কৰি শিশুপাল অতি দুৰ্দ্দান্ত হৈ পৰে। দুৰ্য্যোধন, জৰাসন্ধ আদিৰ লগত মিত্ৰতা কৰি তেওঁ কৃষ্ণৰ পৰম শত্ৰু হয়। এসময়ত কৃষ্ণ প্ৰাগজ্যোতিষপুৰলৈ আহোঁতে তেওঁ দ্বাৰকাত জুই লগাই দিয়ে আৰু বসুদেৱৰ অশ্বমেধ যজ্ঞৰ ঘোঁৰাও চুৰ কৰে। ছদ্মবেশেৰে যোমায়েকৰ জীয়েক ভদ্ৰাক তেওঁ হৰণ কৰে। বিদৰ্ভৰাজ ভীষ্মকৰ কন্যা ৰুক্মিণীকো তেওঁ বিয়া কৰাব খুজিছিল; কিন্তু তাৰ আগে আগে কৃষ্ণই ৰুক্মিণীক হৰণ কৰে। ইয়াতে শিশুপালে অপমান পায় আৰু তেওঁ কৃষ্ণৰ ঘোৰ শত্ৰু হৈ পৰে। যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত কৃষ্ণক সৰ্ব্বশ্ৰেষ্ঠ পুৰুষৰূপে গণ্য কৰি সন্মানৰ অৰ্ঘ্য দিয়াত পূৰ্ব্বৰ অপমানৰ প্ৰতিশোধ লবৰ মনেৰে শিশুপালে নানা কটুবাক্যেৰে কৃষ্ণক তিৰস্কাৰ কৰে। পেহীয়েকৰ আগত কৰা প্ৰতিশ্ৰুতিৰ কথা সুঁৱৰি কৃষ্ণই ধৈৰ্য্যেৰে শিশুপালৰ কটূক্তি সহি থাকে। কিন্তু অপৰাধৰ সংখ্যা এশ পাৰ হৈ যোৱাৰ লগে লগে সুদৰ্শন চক্ৰেৰে ভিডি কাটি তেওঁ শিশুপালক বধ কৰে। (জয় বিজয় দ্ৰষ্টব্য)।

**শ্ৰীৰাম :—** বিষ্ণুৰ সপ্তম অৱতাৰ। অযোধ্যাৰ ৰজা সূৰ্য্যবংশীয় দশৰথৰ ঔৰসত আৰু কৌশল্যাৰ গৰ্ভত তেওঁ জন্মগ্ৰহণ কৰে। (দশৰথ দ্ৰষ্টব্য)। কৈকেয়ীৰ গৰ্ভজাত ভৰত আৰু সুমিত্ৰাৰ গৰ্ভজাত লক্ষ্মণ আৰু শত্ৰুঘ্ন তেওঁৰ ভায়েক। চৈধ্য বছৰ বয়সত দশৰথৰ অনুমতিক্ৰমে বিশ্বামিত্ৰই ৰাম আৰু লক্ষ্মণক যজ্ঞ ৰক্ষা কৰিবৰ বাবে আশ্ৰমলৈ লৈ যায়। ৰামে তাৰকা প্ৰমুখ্যে ৰাক্ষসবৃন্দক বধ কৰি মহৰ্ষিৰ যজ্ঞ সমাপন কৰাত সহায় কৰে। বিশ্বামিত্ৰই ৰামক বলা আৰু অতিবলা বিদ্যা আৰু দিব্য অস্ত্ৰসমূহ দান কৰে। ইয়াৰ পাচত বিশ্বামিত্ৰই ৰাম-লক্ষ্মণক মিথিলালৈ লৈ যায়। বাওঁতে বাটতে ৰামে গৌতম ঋষিৰ আশ্ৰমত অহল্যাক শাপমুক্ত কৰে। মিথিলাত

ৰজা জনকৰ হৰধনু ভঙ্গ কৰি ৰামে তেওঁৰ কন্যা সীতাক বিয়া কৰায়। সীতাৰ ভনীয়েক উৰ্মিলাক লক্ষ্মণে বিয়া কৰায়। (সীতা দ্ৰষ্টব্য)। অযোধ্যালৈ ঘূৰি আহোঁতে বাটত ৰামে পৰশুৰামৰ লগত যুদ্ধ কৰে আৰু পৰশুৰামৰ সকলো গৰ্ব্ব খৰ্ব্ব কৰে। ইয়াৰ কিছুদিন পাচত দশৰথে ৰামক যুৱৰাজৰ পদত অভিষিক্ত কৰিবলৈ আয়োজন কৰোঁতে কৈকেয়ীয়ে দশৰথৰ পূৰ্ব্ব প্ৰতিজ্ঞাৰ সুযোগ লৈ ৰামক চৈধ্যবছৰৰ বাবে বনলৈ পঠিয়োৱাৰ আৰু তেওঁৰ ঠাইত ভৰতক যুৱৰাজ পতাৰ ব্যৱস্থা কৰে। ৰামে সীতা আৰু লক্ষ্মণক লৈ বনলৈ যায়। প্ৰথমতে তেওঁলোক চিত্ৰকূট পৰ্ব্বত আৰু পাচত ঋষিসকলৰ আশ্ৰম সমূহ ভ্ৰমৰি ফুৰে। পাচত তেওঁ অগস্ত্য মুনিৰ আশ্ৰমত উপস্থিত হয়। মুনিয়ে তেওঁক বৈষ্ণৱধনু, ব্ৰহ্মাস্ত্ৰ আৰু অক্ষয় তূণ দান কৰে। মুনিৰ উপদেশ মতেই তেওঁলোকে পঞ্চৱটীত কুটীৰ সাজি থাকিবলৈ লয়। তাতে পৰাই লঙ্কাৰ ৰজা ৰাৱণে সীতাক হৰি নিয়ে। ৰামে বিভীষণ, সুগ্ৰীৱ, হনুমান আদিৰ সহায়ত ৰাৱণক সবংশে সংহাৰ কৰি সীতাক উদ্ধাৰ কৰে আৰু বিভীষণক লঙ্কাৰ ৰজা পাতে। ইয়াৰ পাচত ৰামে অযোধ্যালৈ ঘূৰি আহি প্ৰজাপালন কৰিবলৈ ধৰে। ইতিমধ্যে সীতাৰ চৰিত্ৰ সম্বন্ধে প্ৰজাসকলৰ মাজত কনা-কনি আৰম্ভ হোৱাত প্ৰজাৰ মনোৰঞ্জনাৰ্থে তেওঁ সীতাক বনবাস দিয়ে। সগৰ্ভা সীতাই বাল্মিকীৰ আশ্ৰমত থাকিবলৈ লয় আৰু তাতেই দুই যমজ সন্তান লব আৰু কুশৰ জন্ম হয়। কিছুদিন পাচত ৰামে এক অশ্বমেধ যজ্ঞৰ আয়োজন কৰে। সেই যজ্ঞলৈ বাল্মিকীয়ে লৱ-কুশক লৈ আহি পিতা আৰু পুত্ৰ দুজনৰ মিলন ঘটায়। সেই সময়তে সীতায়ো পাতাল প্ৰবেশ কৰে। ৰামে অতি বিষণ্ণচিত্তে কাল কটাবলৈ ধৰে। কিছুদিন পাচতে এদিন কালপুৰুষৰ লগত গোপন সাক্ষাতৰ সম্পৰ্কত, তেওঁ

লক্ষ্মণকো বিসর্জ্জন দিব লগা হয়। ভ্রাতৃৰ শোকত ম্রিয়মান হৈ তেওঁ কুশক কোশল আৰু লবক উত্তৰ কোশল ৰাজ্যৰ ৰজা পাতি সৰযূ নদীত প্ৰবেশ কৰে আৰু যোগবলেৰে প্ৰাণত্যাগ কৰে।

ৰামৰ সম্পূৰ্ণ জীৱন-কাহিনী লৈ মহাকাব্য ৰামায়ণৰ সৃষ্টি হৈছে। ই মানুহ মাত্ৰৰেই পঠিতব্য। পুত্ৰৰূপে, ভ্ৰাতা-ৰূপে, মিত্ৰৰূপে, প্ৰভুৰূপে, স্বামীৰূপে, প্ৰজাপালকৰূপে আৰু বীৰৰূপে ৰামে অতুলনীয় আদৰ্শ স্থাপন কৰি গৈছে। এই সৎ গুণাৱলীৰ বাবেই তেওঁ পুৰুষোত্তম মূৰ্ত্তিৰে সকলোৰে হৃদয় ৰাজ্যত যুগ-যুগান্তৰলৈ প্ৰতিষ্ঠিত হৈ আছে। শ্ৰেষ্ঠ নীতি আৰু পৰম সত্যই তেওঁৰ চৰিত্ৰক শ্ৰীমণ্ডিত কৰি তুলিছে। পৰম কৰ্ত্তব্যপৰায়ণ আছিল বাবে সীতা-বৰ্জ্জনৰ সময়ত তেওঁ নিজৰ জীৱন নৈৰাশ্যময় কৰি তুলিও কৰ্ত্তব্য-পালনৰ পৰা চ্যুত হোৱা নাছিল। সীতাক ত্ৰিলোকৰ ভিতৰতে বিশুদ্ধা আৰু সতীত্ব প্ৰভা সম্পন্না বুলি জানিও লোকনিন্দাৰ ভয়ত লোকচক্ষুৰ সন্মুখতে সীতাৰ পৰীক্ষা লবলৈ পৰাংমুখ হোৱা নাছিল। এইবোৰ ঘটনাৰ দ্বাৰা তেওঁৰ নীতিজ্ঞান, কৰ্ত্তব্যবুদ্ধি, আদৰ্শস্থাপন আৰু সতেজ পৌৰুষৰ দিশ সমূহ সমুজ্জল হৈ উঠিছে। তেওঁৰ চাৰিত্ৰিক আদৰ্শসমূহ অকল বিস্ময়ৰ বস্তুৱেই নহয় পৰম পূজনীয় সামগ্ৰীও।

**শুকদেৱ :—** কৃষ্ণ দ্বৈপায়ন ব্যাসৰ পুত্ৰ। অগ্নি, বায়ু, ভূমি আৰু আকাশৰ দৰে পবিত্ৰ এটি পুত্ৰৰ অৰ্থে ব্যাসদেৱে সুমেৰু পৰ্ব্বতত মহাদেৱৰ তপস্যা কৰিছিল। এশ বছৰৰ তপস্যাৰ পাচত মহাদেৱ সন্তুষ্ট হ'ল আৰু তেওঁ এটি বিক্ৰমশালী আৰু কীৰ্ত্তিমান পুত্ৰ লাভ কৰিব বুলি বৰ দিলে। বৰ লাভ কৰি ব্যাসদেৱ আশ্ৰমলৈ উভতি আহিল আৰু হোম কৰিবলৈ ধৰিলে। এনেতে ঘৃতাচী নামৰ অপ্সৰা এগৰাকী উপস্থিত

হ'ল। ঘৃতাচীৰ ৰূপত কামাতুৰ হৈ ব্যাসদেৱৰ চিত্ত-চাঞ্চল্য ঘটিল আৰু বীৰ্য্যপাত হ'ল। সেই বীৰ্য্য অৰণিৰ ভিতৰত সোমাল। ব্যাসদেৱৰ এই অৱস্থা দেখি ঘৃতাচী শুকপক্ষীৰ ৰূপ ধৰি পলাই গ'ল। প্ৰবল বেগেৰে ব্যাসদেৱে অৰণি মন্থন কৰিবলৈ ধৰিলে। মন্থনৰ ফলত অৰণিৰ ভিতৰৰ পৰা এটি অগ্নিৰ দৰে তেজময় বালকৰ উদ্ভৱ হ'ল। ঘৃতাচীয়ে শুকপক্ষীৰ ৰূপলৈ পলাই যোৱা বাবে ব্যাসদেৱে বালকটিৰ নাম শুকদেৱ থলে। গঙ্গাই মূৰ্ত্তিমতী হৈ সেই শিশুক স্নান কৰালে। মহাদেৱে উপনয়ণ ক্ৰিয়া সম্পন্ন কৰিলে, বৃহস্পতিয়ে বেদ আদি সকলো ধৰ্ম্মশাস্ত্ৰ অধ্যয়ন কৰালে। পাচত পিতৃৰ উপদেশমতে শুকদেৱে মিথিলাৰাজ জনকৰ পৰা ব্ৰহ্মজ্ঞান লাভ কৰে। পিতৃৰ আদেশতেই তেওঁ সুদীৰ্ঘকাল জগতত ব্ৰহ্মতত্ত্ব প্ৰচাৰ কৰে আৰু অন্তত যোগ বলেৰে নশ্বৰ দেহ ত্যাগ কৰি পৰমব্ৰহ্মত লীন হয়। তেওঁ এনে জিতেন্দ্ৰিয় আৰু নিৰ্ব্বিকাৰ আছিল যে ৰম্ভা আদি অপ্সৰাসকলে তেওঁৰ তপোভঙ্গ কৰিবলৈ চেষ্টা কৰি নিষ্ফলতো হৈছিলেই, আনকি পাচত তেওঁলোকে শুকদেৱৰ সন্মুখত নগ্ন হৈ থাকিবলৈকো লাজ নকৰা হৈছিলগৈ। শুকদেৱে ব্ৰহ্মশাপগ্ৰস্ত ৰজা পৰীক্ষিতক মৃত্যুৰ আগে আগে ভাগবৎ কথা শ্ৰৱণ কৰায়।

শুক্ৰ :— এজনা মুনি। তেওঁ শুক্ৰাচাৰ্য্য নামে খ্যাত। তেওঁ ভৃগুৰ পুত্ৰ, সেয়ে তেওঁৰ আন এটা নাম ভাৰ্গৱ। তেওঁ দৈত্যসকলৰ পুৰোহিত আৰু দৈত্যৰাজ বলিৰ, গুৰু আছিল। বিষ্ণুৱে বামন ৰূপেৰে বলিক ছলনা কৰিবলৈ যাওঁতে তেওঁ কমণ্ডলুৰ ভিতৰত সোমাই বলিক আচমনৰ জল লোৱাত বাধা দিছিল। তেতিয়া বামনে কুশেৰে কমণ্ডলুৰ নলীতাগ খুচি দিলত শুক্ৰৰ এটা চকু কণা হয়। তেওঁ মৃত সঞ্জীৱনী মন্ত্ৰ জানিছিল আৰু সেই মন্ত্ৰৰ বলেৰে মৃত দৈত্যসকলক জীয়াই দৈত্যবল অটুট

ৰাখিছিল। তেওঁৰ যণ্ড আৰু অমৰ্ক নামৰ দুই পুত্ৰ আৰু দেৱযানি আৰু অৰজা নামে দুই কন্যা আছিল। দেৱগুৰু বৃহস্পতিৰ পুত্ৰ কচে মৃতসঞ্জীৱনী মন্ত্ৰ আয়ত্ব কৰিবৰ বাবে শুক্ৰৰ শিষ্যত্ব গ্ৰহণ কৰে আৰু দেৱযানিৰ অনুৰাগভাজন হয়। কচে এই মন্ত্ৰ শিকাটো দৈত্যসকলে ভাল পোৱা নাছিল। সেয়ে তেওঁলোকে কেবা বেলিও কচক হত্যা কৰিছিল, কিন্তু দেৱযানিৰ অনুৰোধত প্ৰত্যেকবাৰেই শুক্ৰই কচক জীয়াইছিল। শেষৰ বাৰ দৈত্যসকলে কচৰ মৃতদেহ পুৰি ছাঁই কৰে আৰু সেই ছাই সুৰাৰ লগত মিলাই শুক্ৰক খুৱায়। তেতিয়া শুক্ৰই দেৱযানিৰ কাতৰ অনুৰোধত নিজৰ গৰ্ভস্থ কচক মৃতসঞ্জীৱনী মন্ত্ৰ শিকায়। শুক্ৰৰ পেট ফালি কচ ওলাই আহে আৰু পাচত সঞ্জীৱনী মন্ত্ৰেৰে কচে শুক্ৰক জীয়াই তোলে। দেৱযানিয়ে শেষত ৰজা যযাতিক বিয়া কৰায়, কিন্তু যযাতিয়ে দেৱযানিৰ দাসী শৰ্মিষ্ঠাকো গোপনে বিয়া কৰাই দেৱযানিৰ প্ৰতি বিশ্বাসঘাতকতা কৰাত শুক্ৰই শাপ দি যযাতিক জৰাগ্ৰস্ত কৰে। তেওঁৰ আনটি কন্যা অৰজাৰ ওপৰত ৰজা দণ্ডই বল প্ৰয়োগ কৰাত শুক্ৰই তেওঁক শাপ দি ভস্ম কৰে আৰু ৰাজ্যখনো অৰণ্যত পৰিণত কৰে। সেই অৰণ্যই শেষত দণ্ডকাৰণ্য নামে খ্যাত হয়।

শূলধৰ:— মহাদেৱৰ আন এটা নাম। তেওঁ শূল ধাৰণ কৰে অৰ্থাৎ শূল তেওঁৰ অস্ত্ৰ, সেয়ে তেওঁ শূলধৰ।

শূলপাণি:— মহাদেৱৰ আন এটা নাম। যাৰ হাতত বা পাণিত শূল আছে তেৱেঁই শূলপাণি।

শিৱ:— মহাদেৱৰ আন এটা নাম। শিৱ শব্দৰ অৰ্থ মঙ্গল। তেওঁ সদায় আনৰ মঙ্গল কৰে; সেয়ে শিৱ। প্ৰলয়ৰ সময়ত ৰুদ্ৰমূৰ্ত্তিৰে তেওঁ বিশ্ব-সংসাৰ হৰণ কৰে; সেয়ে তেওঁ হৰ। মহাকাল তেওঁৰ অন্য এটা নাম। বিৰূপ নেত্ৰৰ বাবে তেওঁৰ

নাম বিৰূপাক্ষ। তিনিটা চকু থকাৰ বাবে তেওঁৰ নাম ত্ৰিলোচন, মৃত্যুক জয় কৰিছে বাবে মৃত্যুঞ্জয়, অগ্নিনেত্ৰেৰে কামদেৱক দাহ কৰিছে বাবে স্মৰহৰ, পিনাক নামৰ ধনুৰ অধিকাৰী বাবে পিনাকী, মূৰত জঁটা থকা বাবে কপৰ্দী, হলাহল পানৰ ফলত ডিঙি নীলা হোৱা বাবে নীলকণ্ঠ। মহৰ্ষি ভৃগুৰ শাপত তেওঁৰ লিঙ্গৰূপ হয়। (হৰ দ্ৰষ্টব্য)

ষণ্ডামৰ্ক :— দৈত্যগুৰু শুক্ৰাচাৰ্য্যৰ একে প্ৰকৃতিধৰ্মী দুই পুত্ৰ ষণ্ড আৰু অমৰ্ক। তেওঁলোকক একেলগে ষণ্ডামৰ্ক বোলা হয়। হিৰণ্যকশিপুৱে তেওঁৰ বিষ্ণুভক্ত পুত্ৰ প্ৰহ্লাদক দৈত্যধৰ্ম্মী আৰু বিষ্ণুবিদ্বেষী শিক্ষা দিবৰ বাবে তেওঁলোকক গুৰু নিযুক্ত কৰে। কিন্তু অশেষ চেষ্টা কৰিও তেওঁলোকে প্ৰহ্লাদক অভিপ্ৰেত শিক্ষা দিব নোৱাৰিলে। বৰং প্ৰহ্লাদেহে দৈত্য-শিশুসকলক শিকাবলৈ ধৰিলে। তেওঁলোকৰ পৰা এই বিপত্তিৰ কথা জানিব পাৰি হিৰণ্যকশিপুৱে পাচত প্ৰহ্লাদক শাস্তি দিয়াৰ ব্যৱস্থা কৰে। বায়ুপুৰাণ আৰু মৎস্যপুৰাণমতে বৰাহকল্পত দেৱাসুৰৰ মাজত হোৱা যুদ্ধবোৰত ষণ্ডামৰ্কই অসুৰৰ সেনাপতি হৈ দেৱতাক পৰাজিত কৰিছিল। পাচত দেৱতাসকলে এটা বৃহৎ যজ্ঞৰ আয়োজন কৰি তেওঁলোকক তালৈ নিমন্ত্ৰণ কৰে আৰু অমৃত খুৱাই তেওঁলোকক অসুৰৰ পক্ষ ত্যাগ কৰিবলৈ অনুৰোধ কৰে। অমৃতপানত মত্ত হৈ তেওঁলোকে তেতিয়া অসুৰ পক্ষ ত্যাগ কৰে। ফলত অসুৰসকল পৰাজিত হয়।

সতী :— দক্ষ প্ৰজাপতিৰ কন্যা। দক্ষই মহামায়াক কন্যাৰূপে পাবলৈ কঠোৰ তপস্যা কৰিছিল। প্ৰীত হৈ মহামায়াই দক্ষক বৰ দিলে যে তেওঁ তেওঁৰ কন্যাৰূপে জন্মগ্ৰহণ কৰি শিৱৰ পত্নী হব। কিন্তু তেওঁৰ প্ৰতি দক্ষই কেতিয়াবা অন্যায় ব্যৱহাৰ কৰিলে তেওঁ প্ৰাণত্যাগ কৰিব। সেয়ে হ'ল। সতীয়ে প্ৰাণত্যাগ কৰিলে। (দক্ষ দ্ৰষ্টব্য)। মৃত্যুৰ পাচত সতীৰ মৃতদেহ কান্ধত

লৈ শিৱই উন্মত্তৰ দৰে ঘূৰি ফুৰিবলৈ ধৰিলে। সৃষ্টি ধ্বংস হবৰ উপক্ৰম হ'ল। বিষ্ণুৱে তেতিয়া সতীৰ মৃতদেহ সুদৰ্শনেৰে কাটি খণ্ড খণ্ড কৰি ভূমিত পেলালে। দেহখণ্ডসমূহ যতে যতে পৰিল তাতে তাতেই একোখন মহাপীঠৰ সৃষ্টি হ'ল। এইদৰে ভাৰতবৰ্ষত ৫১খন মহাপীঠৰ সৃষ্টি হৈছে। অসমৰ কামাখ্যাত সতীৰ যোনিভাগ পতিত হৈছিল। সেয়ে কামাখ্যাও এখন মহাপীঠ। ইয়াৰ পাচত সতীয়ে হিমালয়ৰ ঔৰসত আৰু মেনকাৰ গৰ্ভত পাৰ্ব্বতী ৰূপে জন্মগ্ৰহণ কৰি মহাদেৱকেই পতিৰূপে বৰণ কৰে।

সত্য :— চাৰিযুগৰ প্ৰথম। বাকী তিনিটা হ'ল ত্ৰেতা, দ্বাপৰ আৰু কলি। বৈশাখ মাহৰ শুক্লা তৃতীয়া তিথিত এই যুগৰ উৎপত্তি হয়। এই যুগত পাপ শূণ্য, সকলো লোকেই পূণ্যশীল। এই যুগত বেমাৰ [illegible] মানুহৰেই মৃত্যু হোৱা নাছিল। এই যুগত মানুহে একৈশ হাত [illegible] উচ্চতা আৰু এক লক্ষ বছৰ পৰ্য্যন্ত পৰমায়ু [illegible]। মৎস্য, কূৰ্ম্ম, বৰাহ আৰু নৰসিংহ — ভগৱানৰ এই চাৰি অৱতাৰ এই যুগত হয়। বলি, বেন, মান্ধাতা, পুৰুৰৱা, ধুন্দমাৰ, কাৰ্ত্তবীৰ্য্য প্ৰভৃতি এই যুগৰ ৰজা আছিল।

সত্যৱতী :— (১) কৃষ্ণ দ্বৈপায়ণ ব্যাসৰ মাক। চেদীৰাজ উপৰিচৰ বসুৱে এদিন মৃগয়া কৰি থাকোঁতে কামাতুৰ হৈ নিজৰ পত্নী গিৰিকাৰ কথা স্মৰণ কৰিলে। তেতিয়া আপোনা আপুনি তেওঁৰ বীৰ্য্য স্খলন হ'ল। ৰজাই সেই বীৰ্য্যভাগ [illegible] এজনী শেন চৰাইৰ হতুৱাই ৰাণীলৈ পঠিয়াই দিলে। বাটত আন এজনী শেন চৰাইৰ আক্ৰমণৰ ফলত সেই বীৰ্য্য যমুনা নদীত পৰিল। ব্ৰহ্মশাপত মাছৰূপে থকা অদ্ৰিকা নামৰ অপ্সৰা এজনীয়ে পানীৰ লগত সেই বীৰ্য্যভাগ খাই গৰ্ভৱতী হ'ল। তাৰ দহ মাহৰ পাচত সেই মাছজনীক ধীবৰ এজনে ধৰিলে।

মাছজনীৰ পেটত ধীবৰে এটি পুৰুষ আৰু এটি কন্যা সন্তান পালে। লগে লগে অপ্সৰাই শাপমুক্তা হৈ গুচি গ'ল। ধীৱৰে পুৰুষ শিশুটিৰ নাম মৎস্য আৰু কন্যা শিশুটিৰ নাম সত্যৱতী থলে। সত্যৱতীৰ গাত মাছৰ গোন্ধ থকা বাবে তেওঁক মৎস্যগন্ধা নামেৰেও জনা যায়। পাচত পৰাশৰৰ বৰত তেওঁৰ দেহ সুগন্ধময় হোৱাত তেওঁক গন্ধৱতী আখ্যা দিয়া হয়। তেওঁৰ শৰীৰৰ সুগন্ধ এক যোজন দূৰৈৰ পৰা পোৱা গৈছিল বাবে তেওঁক যোজনগন্ধাও বোলা হৈছিল। (ইয়াৰ পাচত ব্যাস দ্ৰষ্টব্য)।

(২) ঋচিক মুনিৰ পত্নী। তেওঁ বিশ্বামিত্ৰৰ ভনীয়েক আৰু জমদগ্নি আৰু শুনঃশেফ মুনিৰ মাতৃ। কুশিক পুত্ৰ গাধিয়ে অৰণ্যত তপস্যা কৰি থাকোতে এটি কন্যাৰ জন্ম হয়। এই কন্যাৰ নাম সত্যৱতী। ঋচিকে তপস্যাৰে বৰুণক সন্তুষ্ট কৰি তেওঁৰ পৰা এহেজাৰ ক'লা ঘোঁৰা আনি গাধিক উপহাৰ স্বৰূপে দিহে সত্যৱতীক বিয়া কৰায়।

(২) দেবৰ্ষি নাৰদৰ মাতৃ। ব্ৰহ্মাৰ শাপত নাৰদে মানৱ ৰূপে জন্ম লব লগা হোৱাত সত্যৱতীৰ গৰ্ভত জন্ম লয়।

সত্যব্ৰত :— বৈবস্বত মনুৰ আন এটা নাম। ভগবান বিষ্ণুৱে মৎস্য অৱতাৰৰ সময়ত তেওঁকেই নিজৰ মাহাত্ম্য দেখুৱাইছিল। (মৎস্য দ্ৰষ্টব্য)।

(২) পিতামহ ভীষ্মৰ আন এটা নাম।

সত্যভামা :— ৰজা সত্ৰাজিতৰ কন্যা। শ্ৰীকৃষ্ণই শ্যমন্তক মণি উদ্ধাৰ কৰি সত্ৰাজিতক ঘূৰাই দিয়াত কৃতজ্ঞতাৰ চিন স্বৰূপে সত্ৰাজিতে কন্যা সত্যভামাক শ্ৰীকৃষ্ণলৈ বিয়া দিয়ে। সত্যভামাক সন্তুষ্ট কৰিবলৈ শ্ৰীকৃষ্ণই দেৱৰাজ ইন্দ্ৰক যুদ্ধত পৰাস্ত কৰি স্বৰ্গৰ পৰা পাৰিজাত ফুল আনে সত্যভামাই শচী, গৌৰী আৰু স্বাহাৰ দৰে পুন্যকব্ৰতৰ অনুষ্ঠান কৰি

স্বামী কৃষ্ণক নাৰদক দান দিয়ে আৰু পাচত স্বামীৰ আসন্ন বিচ্ছেদত কাতৰ হৈ পৰে। কৃষ্ণৰ নাম লিখা থকা তুলসী পাতৰ বিনিময়তহে পাচত নাৰদৰ পৰা তেওঁ কৃষ্ণক ঘূৰাই পায়। যদুবংশ ধ্বংস আৰু কৃষ্ণৰ মহাপ্ৰয়াণৰ পাচত অন্যান্য যদুনাৰীসকলৰ লগত অৰ্জ্জুনে তেওঁকো ইন্দ্ৰপ্ৰস্থলৈ লৈ আহে। পাচত তেওঁ হিমালয় অতিক্ৰমি কলাপ গাঁৱলৈ গৈ কৃষ্ণৰ ধ্যানত কটাই সমাধি লাভ কৰে। তেওঁৰ গৰ্ভত কৃষ্ণৰ ভানু প্ৰভৃতি সাতটি পুত্ৰৰ জন্ম হয়।

সত্যা :— শ্ৰীকৃষ্ণৰ আঠ গৰাকী প্ৰধানা আৰু প্ৰিয়তমা মহিষীৰ অন্যতমা। তেওঁ অযোধ্যাৰ ৰজা নগ্নজিতৰ কন্যা। সৰুৰে পৰা তেওঁ অগ্নিৰ পূজা কৰিছিল আৰু মনেপ্ৰাণে কৃষ্ণক পতিৰূপে পাবলৈ বাঞ্ছা কৰিছিল। নগ্নজিতে এই কথা জানি জীয়েকৰ অভিলাষতে হয়ভৰ দিছিল। কিন্তু কৃষ্ণক জোঁৱাই ৰূপে পোৱাটো তেওঁৰ বাবে আছিল অতি দুৰ্লভ কথা। সত্যা বিবাহ যোগ্যা হোৱাত ৰজাই পণ কৰিলে যে যেয়ে তেওঁৰ গোহালীত থকা সাতটা দুৰ্দ্ধৰ্ষ ষাঁড়ক পৰাজিত কৰিব পাৰিব তেওঁলৈকে সত্যাক বিয়া দিব। নানা দেশৰ পৰা ৰজা আৰু বীৰসকল আহিল কিন্তু কেয়ে অকলে ষাঁড় সাতটাক যুদ্ধত জিনিব নোৱাৰিলে। কথা শুনি অৰ্জ্জুনেৰে সৈতে শ্ৰীকৃষ্ণ সেইখিনি পালেহি। তেওঁ ষাঁড়ৰ লগত যুঁজিবলৈ মন কৰি নগ্নজিতৰ মতামত বিচাৰিলে। ৰজাইতো তাকেই বিচাৰি আছিল। আদেশ পাই কৃষ্ণই নিজৰ অনুৰূপ সাতজন কৃষ্ণ হৈ সাতটা ষাঁড়ক পৰাস্ত কৰিলে। ৰজাই পণৰক্ষা কৰি সত্যাক কৃষ্ণলৈ বিয়া দিলে।

সত্ৰাজিত :— যদুবংশীয় ৰজা। তেওঁ নিজৰ পুত্ৰ আৰু শিনিৰ ককায়েক। তেওঁ সূৰ্য্য উপাসক আৰু অতি প্ৰিয়পাত্ৰ আছিল যেয়ে সূৰ্য্যই তেওঁক স্যমন্তক মণি দান কৰে।

শ্ৰীকৃষ্ণই সত্ৰাজিতৰ পৰা এই মণিটো বিচাৰিছিল। কিন্তু সত্ৰাজিতে তেওঁৰ ভায়েক প্ৰসেনজিতকহে মণিটো দান কৰে। মণিটো পিন্ধি মৃগয়ালৈ যাওঁতে বনত প্ৰসেনজিত সিংহৰ দ্বাৰা নিহত হয়। ভালুকৰাজ জাম্ববানে পাচত সেই সিংহ-টোক বধ কৰি মণি হস্তগত কৰে। প্ৰসেনজিত ঘূৰি নহা বাবে সত্ৰাজিতে প্ৰচাৰ কৰিলে যে শ্ৰীকৃষ্ণইহে প্ৰসেনক বধ কৰি মণিটো নিলে। কৃষ্ণই তেতিয়া নিজৰ কলঙ্ক মোচনাৰ্থে শ্যমন্তক মণি বিচাৰি গৈ জাম্ববানক পৰাস্ত কৰে আৰু মণিটো সত্ৰাজিতক দিয়েহি। সত্ৰাজিতে সকলো কথা জানিব পাৰি লাজ পাই কৃষ্ণৰ মনোৰঞ্জনাৰ্থে নিজৰ কন্যা সত্যভামাক কৃষ্ণলৈ বিয়া দিয়ে। কৃষ্ণই সত্যভামাক বিয়া কৰালে যদিও মণি সত্ৰাজিতকে ৰাখিবলৈ ক'লে। অক্ৰুৰ, কৃতবৰ্ম্মা আৰু শতধন্বা সত্যভামাৰ পাণিপ্ৰাৰ্থী আছিল। বিফল মনোৰথ হৈ অক্ৰুৰ আৰু কৃতবৰ্ম্মাই সত্ৰাজিতক বধ কৰি শ্যমন্তক আয়ত্ত কৰিবলৈ শতধন্বাক উত্তেজিত কৰে। শতধন্বাই নিদ্ৰিত অৱস্থাত সত্ৰাজিতক বধ কৰে।

সদাশিৱ :— মহাদেৱ বা শিৱৰ আন এটা নাম। শিৱ শব্দৰ অৰ্থ হ'ল মঙ্গল। সদা অৰ্থাৎ সততে বা সকলো সময়তে জীৱৰ মঙ্গল সাধন কৰে বাবে শিৱৰ নাম সদাশিৱ।

সনক :— ব্ৰহ্মাৰ অন্যতম মানস পুত্ৰ। সৃষ্টিৰ সংকল্প লৈ ব্ৰহ্মাই প্ৰথমতে অবিদ্যাৰ সৃষ্টি কৰে। অবিদ্যাৰ পৰা তমিস্ৰ, অন্ধ-তমিস্ৰ, মোহ আৰু মহামোহ আদি ওপজে। এই অসৎ সৃষ্টি সমূহত শান্তি নেপাই ব্ৰহ্মাই অন্য সৃষ্টি কৰাৰ চিন্তা কৰি সনক, সনন্দ, সনাতন, আৰু সনৎকুমাৰ নামৰ চাৰিজন মানস পুত্ৰৰ সৃষ্টি কৰে। এই পুত্ৰসকল কিন্তু নিষ্ক্ৰিয় হ'ল। ব্ৰহ্মাই তেওঁলোকক সৃষ্টি কৰাৰ কথা কওঁতে তেওঁলোকে উত্তৰ দিলে যে সংসাৰ দুঃখময় আৰু মায়াময়। মায়াত আৱদ্ধ হৈ দুঃখ

ভোগ কৰিবলৈ তেওঁলোকৰ ইচ্ছা নাই। ইয়াৰ পাচত তেওঁলোকে ভগবানৰ আৰাধনা কৰি কাল কটাবলৈ ধৰে। (চাৰিসিদ্ধ দ্ৰষ্টব্য)।

সনৎকুমাৰ :— হৰিবংশমতে ব্ৰহ্মাৰ মানস পুত্ৰসকলৰ অন্যতম। যি প্ৰকাৰৰ শৰীৰ লৈ তেওঁ জন্মগ্ৰহণ কৰিছিল সেই শৰীৰ আজীৱন বিদ্যমান আছিল বাবে তেওঁ নিত্য কুমাৰ বা সনৎকুমাৰ নামে খ্যাত হয়। প্ৰজাধৰ্ম্ম আৰু ভোগবিলাস ত্যাগ কৰি তেওঁ যতিধৰ্ম্ম গ্ৰহণ কৰে আৰু আজীৱন ব্ৰহ্মচাৰী হৈ কটায়। বৈশ্যৰাজৰ অশ্বমেধ যজ্ঞত গৌতম আৰু অত্ৰিমুনিৰ ধৰ্ম্মতত্ত্ব সম্পৰ্কে বিবাদ লগাত তেঁৱেই মধ্যস্থ হৈ মীমাংসা কৰে। (চাৰিসিদ্ধ দ্ৰষ্টব্য)।

সনন্দ :— ব্ৰহ্মাৰ অন্যতম মানসপুত্ৰ। (চাৰিসিদ্ধ দ্ৰষ্টব্য)।

সনাতন :— (১) যি সদায় থাকে, যি অক্ষয়, অব্যয়, তেওঁ সনাতন। ব্ৰহ্মা, বিষ্ণু, শিৱ আদিক সনাতন বোলা হয়।

(২) ব্ৰহ্মাৰ অন্যতম মানসপুত্ৰ। (চাৰিসিদ্ধ দ্ৰষ্টব্য)।

সব্যা :— শ্ৰীকৃষ্ণৰ অন্যতমা মহিষী। দামোদৰ বিপ্ৰই কৃষ্ণ দৰ্শনাৰ্থে দ্বাৰকালৈ গৈ কৃষ্ণৰ সাক্ষাৎ কৰাৰ সময়ত এইজনা মহিষীয়ে কৃষ্ণৰ লগত বিহাৰ কৰি আছিল। স্বামীৰ লগতে তেওঁ দামোদৰ বিপ্ৰৰ সেৱা-শুশ্ৰূষা কৰি অতিথি সৎকাৰৰ চৰম আৰ্হি দেখুৱায়।

সহদেৱ :— (১) পঞ্চপাণ্ডৱৰ কনিষ্ঠজন। পাণ্ডু-পত্নী মাদ্ৰীৰ গৰ্ভত অশ্বিনীকুমাৰৰ ঔৰসত তেওঁৰ জন্ম হয়। মাদ্ৰী স্বামীৰ লগত সহমৃতা হোৱাত কুন্তীয়ে তেওঁক লালন-পালন কৰে। দ্ৰোণাচাৰ্য্য আৰু কৃপাচাৰ্য্যৰ তলত অন্যান্য পাণ্ডৱসকলৰ লগতে তেওঁ যুদ্ধ-বিদ্যা শিকে। অসিযুদ্ধত তেওঁ বৰ পাকৈত আছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত তেওঁ বহুতো শত্ৰু সৈন্য নিপাত কৰিছিল। পাশা খেলত হাৰি বনলৈ যোৱা সময়ত তেওঁ

শকুনিক বধ কৰিবলৈ প্ৰতিজ্ঞা কৰিছিল আৰু সেইমতে যুদ্ধৰ অষ্টাদশদিনা তেওঁ শকুনি আৰু তেওঁৰ পুত্ৰ উলূকক বধ কৰিছিল। দ্ৰৌপদীৰ গৰ্ভত তেওঁৰ শ্ৰুতসেন নামৰ পুত্ৰৰ জন্ম হয়। মদ্ৰাধিপতিৰ কন্যা বিজয়াক তেওঁ স্বয়ম্বৰত লাভ কৰে। বিজয়াৰ গৰ্ভত তেওঁৰ সুহোত্ৰ নামৰ পুত্ৰ জন্ম হয়। তদুপৰি তেওঁ জৰাসন্ধৰ কন্যা আৰু কৃষ্ণনন্দন ভানুৰ কন্যা ভানুমতীক বিয়া কৰাইছিল। বিৰাট ৰজাৰ ৰাজ্যত অজ্ঞাতবাস থটাৰ সময়ত তেওঁ তন্ত্ৰিপাল নামেৰে ৰজাৰ গোৰখীয়াবোৰৰ অধ্যক্ষ নিযুক্ত হৈছিল। সেইসময়ত তেওঁৰ গুপ্তনাম আছিল জয়দ্বল। মহাপ্ৰস্থানৰ সময়ত তেওঁ যুধিষ্ঠিৰৰ সঙ্গী হৈছিল। কিন্তু নিজকে বৰ পণ্ডিত বুলি ভবাৰ ফলত স্বৰ্গৰ মাজবাট সুমেৰু পৰ্ব্বতত তেওঁৰ মৃত্যু হয়।

(২) মগধৰ ৰজা জৰাসন্ধৰ পুত্ৰ। কুৰুক্ষেত্ৰৰ যুদ্ধত তেওঁ কৌৰৱ পক্ষত যোগ দিছিল। তেওঁ পাণ্ডৱৰ অলেখ সেনা নিহত কৰে। চতুৰ্থদিনৰ যুদ্ধত অভিমন্যুৰ হাতত তেওঁ নিজেও নিহত হয়।

স্মৰ ঃ— দৈৱকীৰ অন্যতম পুত্ৰ। কংসৰ হাতত তেওঁ প্ৰাণ হেৰুৱায় (মৰীচ দ্ৰষ্টব্য)।

স্যমন্তক মণি ঃ— যদুবংশীয় সত্ৰাজিতে সূৰ্য্যৰ পৰা লাভ কৰা মহা-জ্যোতিষ্মান স্বৰ্ণপ্ৰসূ মণি। এই মণিৰ প্ৰভাৱত দুৰ্ভিক্ষ, মাৰি মৰক, ব্যাধিচয়, সৰ্প ব্যাঘ্ৰ আদি ভয়ত আতৰি পলাইছিল। ইয়াৰ নিতৌ আঠ ভাৰকৈ সোণ দিব পৰা ক্ষমতা আছিল। কিন্তু ধাৰ্মিক সকলেহে ইয়াৰ পৰা ওপৰোক্ত ফল সমূহ ভোগ কৰিব পাৰিছিল। অধাৰ্ম্মিক সকলৰ পক্ষে ই অনিষ্টকৰ আছিল। (ইয়াৰ পাচত সত্ৰাজিত, জাম্বৱান আৰু অক্ৰূৰ দ্ৰষ্টব্য)। সত্ৰাজিতৰ মৃত্যুৰ পাচত ব্যথিতা সত্যভামাক তৃপ্ত আৰু শান্ত কৰিবৰ বাবে কৃষ্ণ আৰু বলোৰামে শতধন্বাক

আক্ৰমণ কৰে। তেতিয়া শতধন্বাই স্যমন্তক মণিটো অক্ৰূৰক দি দিয়ে। তেতিয়াৰে পৰা অক্ৰূৰৰ লগত থাকে। শতধন্বা যুদ্ধত নিহত হয়।

সাত্যকি :— যদুবংশীয় এজন বীৰ আৰু শ্ৰীকৃষ্ণৰ ৰথৰ সাৰথি। তেওঁ সত্যকৰ পুত্ৰ। তেওঁৰ আন এটা নাম যুযুধান। অৰ্জ্জুনৰ ওচৰত তেওঁ অস্ত্ৰবিদ্যা শিক্ষা কৰে। কুৰুক্ষেত্ৰৰ যুদ্ধত তেওঁ পাণ্ডৱ সকলৰ অন্যতম সেনাপতি আছিল। প্ৰথম দিনৰ যুদ্ধত তেওঁ অৰ্জ্জুনৰ পৃষ্ঠ ৰক্ষক নিযুক্ত হৈছিল। চতুৰ্থদিনৰ যুদ্ধত যুধিষ্ঠিৰে তেওঁক অৰ্জ্জুনৰ ৰক্ষাৰ বাবে পঠায়। সেইদিনা অলেখ কৌৰৱসৈন্য নিপাত কৰি কৌৰৱব্যূহ ভেদ কৰে আৰু অৰ্জ্জুনৰ খবৰ যুধিষ্ঠিৰক যোগায়। মহাদেৱৰ বৰৰ প্ৰভাৱত ভূৰিশ্ৰবাই সাত্যকিক পৰাজিত কৰি শিৰচ্ছেদ কৰিবলৈ উদ্যত হোৱাত অৰ্জ্জুনে ভূৰিশ্ৰবাৰ হাত দুখন কাটি তেওঁক ৰক্ষা কৰে। পাচত সাত্যকিয়ে যোগমগ্ন ভূৰিশ্ৰবাৰ শিৰচ্ছেদ কৰে। ষোড়শ দিনৰ যুদ্ধত সাত্যকিয়ে কৌৰৱ পক্ষীয় বীৰ বিন্দ আৰু অনুবিন্দক হত্যা কৰে। যদুবংশ ধ্বংসৰ সময়ত সাত্যকিয়ে সুৰাপানত উন্মত্ত হৈ কৃতবৰ্মা আৰু অন্যান্য যাদৱসকলক নিপাত কৰিবলৈ আৰম্ভ কৰে। 'তেতিয়া ভোজ আৰু অন্ধক সকলে সাত্যকিক বেঢ়ি ধৰি ভোজনপাত্ৰৰে মৰিয়াই মৰিয়াই তেওঁক বধ কৰে। তেওঁৰ পুত্ৰৰ নাম অজদ।

সাত্বত :— যদুবংশীয় ৰজা। তেওঁৰ পুত্ৰৰ নাম অন্ধক।

সান্দীপনি :— ব্ৰহ্মৰ অংশপ্ৰাপ্ত মহাযোগী মুনি। কাশীৰ ওচৰৰ অৱন্তীপুৰত আশ্ৰম পাতি তেওঁ অধ্যাপনা কৰিছিল। তেওঁ সকলো শাস্ত্ৰতে সুপণ্ডিত আছিল। শ্ৰীকৃষ্ণ আৰু বলোৰামে তেওঁৰ ওচৰত শিক্ষালাভ কৰিছিল। মুনিয়ে তেওঁলোকক বিশেষভাবে ধনুৰ্ব্বেদ আৰু আয়ুৰ্ব্বেদ শিকাইছিল। তেওঁৰ পুত্ৰ এজনে প্ৰভাসতীৰ্থত স্নান কৰি থাকোঁতে পঞ্চজন নামৰ দৈত্য এজনে তেওঁক হৰণ কৰি নিয়ে। এই দৈত্যাই এটা

অভেদ্য আৰু দুৰ্ভেদ্য শঙ্খৰ ভিতৰত নিৰাপদে বাস কৰিছিল। সেয়ে তেওঁ শঙ্খচুৰ নামেৰেও খ্যাত আছিল। গুৰু-দক্ষিণা দিবৰ সময়ত মুনিয়ে কৃষ্ণ-বলৰামক তেওঁৰ সেই হৃত পুত্ৰক বিচাৰি আনিবলৈ অনুৰোধ কৰে। কৃষ্ণ-বলৰামে অসুৰৰ বাস সেই শঙ্খটো বিচাৰি উলিয়াই তাত ফু দি অসুৰক বাহিৰলৈ উলিয়াই আনি বধ কৰে; আৰু গুৰুপুত্ৰক উদ্ধাৰ কৰি মুনিক অৰ্পণ কৰে। পাচত কৃষ্ণই এই অসুৰৰ হাৰৰ পৰাই তেওঁৰ শঙ্খটো নিৰ্ম্মান কৰি লয়। পঞ্চজন অসুৰৰ হাৰৰ পৰা গঠিত বাবে শঙ্খটোৰ নাম পাঞ্চজন্য হয়। পাচলৈ কৃষ্ণই সান্দীপনি মুনিক যাদৱসকলৰ পুৰোহিত কৰি লয়।

সাৰণ :— (১) যদুবংশীয় বীৰ। জৰাসন্ধৰ লগত যুদ্ধৰ সময়ত কৃষ্ণই তেওঁক সৈন্য পৰিচালনাত নিয়োগ কৰে।

(২) ৰাৱণৰ মন্ত্ৰীসকলৰ অন্যতম। ৰামে বানৰসেনা লৈ লঙ্কাত উপস্থিত হোৱাৰ পাচত ৰাৱণে শুক আৰু সাৰণ নামৰ দুই মন্ত্ৰীক ৰামৰ সৈন্য-বাহিনীৰ খা-খবৰ সংগ্ৰহ কৰিবলৈ পঠায়। বান্দৰৰ ৰূপলৈ তেওঁলোকে ৰামৰ সৈন্যৰ ছাউনীত সোমায় গৈ। কিন্তু বিভীষণৰ হাতত তেওঁলোকে ধৰা পৰে। ৰামে দয়া কৰি তেওঁলোকক এৰি দিয়ে।

স্বায়ম্ভূৱ মনু :— চৈধ্যজন মনুৰ প্ৰথমজন। স্বয়ম্ভূ ব্ৰহ্মাৰ পৰা জন্ম বাবে তেওঁৰ নাম স্বায়ম্ভূৱ হয়। জগৎ সৃষ্টি কৰাৰ পাচত ইয়াৰ বৃদ্ধিৰ বাবে ব্ৰহ্মাই নিজৰ দক্ষিণ কালৰ অঙ্গৰ পৰা স্বায়ম্ভূৱ আৰু বাওঁকালৰ অঙ্গৰ পৰা শতৰূপা নামে কন্যা এটি সৃষ্টি কৰি কন্যাটিক স্বায়ম্ভূৱৰ পত্নী নিৰ্দ্দিষ্ট কৰি দিয়ে। এওঁলোকৰ পৰা প্ৰিয়ব্ৰত আৰু উত্তানপাদ নামে দুই পুত্ৰ আৰু আকুতি, দেৱাহুতি আৰু প্ৰসূতি নামৰ তিনি গৰাকী কন্যাৰ জন্ম হয়।

সীতা :— মিথিলাৰ ৰজা সীৰধ্বজ জনকৰ পালিতা কন্যা। সীৰধ্বজে এদিন যজ্ঞভূমি চহ কৰোঁতে নাঙলৰ সীৰলুত কন্যা এটি পাই পৰম যতনেৰে লালন-পালন কৰিবলৈ ধৰে। সীৰলুত (সীতাত) পোৱা বাবে কন্যাটিৰ নাম সীতা থোৱা হয়। তেওঁ মৈথিলী, জানকী, বৈদেহী আদি নামেৰেও পৰিচিতা। পূৰ্ব্বতে মহৰ্ষি কুশধ্বজৰ কন্যা তপোমগ্না বেদৱতীক ৰাৱণে হৰণ কৰিবলৈ উদ্যত হোৱাত বেদৱতীয়ে অগ্নিত জপিয়াই প্ৰাণ-ত্যাগ কৰিছিল, আৰু মৃত্যুৰ লগে-লগে ৰাৱণক অভিশাপ দিছিল যে কোনো ধৰ্ম্মাত্মাৰ অযোনিজা কন্যাৰূপে জন্মগ্ৰহণ কৰি তেৱেঁই ৰাৱণৰ বধৰ কাৰণ হ'ব। সেই বেদৱতী সীতা ৰূপে অৱতীৰ্ণা হয়। জনকৰ পূৰ্ব্বপুৰুষৰ হৰধনু ভঙ্গ কৰি ৰামে তেওঁক বিয়া কৰায়। (ৰাম দ্ৰষ্টব্য)। বাৰ বছৰকাল ৰাজবোৱাৰী ৰূপে পৰম সুখেৰে অযোধ্যাত কটোৱাৰ পাচত পঞ্চৱতী বনৰ পৰা লঙ্কেশ্বৰ ৰাৱণে তেওঁক হৰি নি লঙ্কাৰ অশোক বনত বন্দী কৰি থয়। ৰামে সুগ্ৰীৱ' হনুমান আদিৰ সহায়ত ৰাৱণক সবংশে নিধন কৰি তেওঁক উদ্ধাৰ কৰে আৰু অগ্নি পৰীক্ষাৰ দ্বাৰা তেওঁৰ চৰিত্ৰৰ বিশুদ্ধতা প্ৰমাণ কৰি তেওঁক অযোধ্যালৈ লৈ আহে। কিছুদিনৰ পাচত প্ৰজাসকলৰ এচামে সীতাৰ চৰিত্ৰৰ প্ৰতি সন্দেহ প্ৰকাশ কৰা কথা জানিব পাৰি প্ৰজাৰঞ্জক ৰামে লক্ষ্মণৰ হতুৱাই গৰ্ভৱতী সীতাক তমসা নদীৰ পাৰৰ বাল্মিকীৰ আশ্ৰমত নিৰ্ব্বাসন দিয়ে। তাতেই তেওঁৰ লৱ আৰু কুশ নামৰ দুটি যমজ সন্তানৰ জন্ম হয়। বাল্মিকীয়ে পুত্ৰ দুটিক লালন পালন, জাত-কৰ্ম্ম আদি কৰি তেওঁলোকক ৰামায়ণ কাব্য গাবলৈ শিকায়। পাচত ৰামৰ অশ্বমেধ যজ্ঞত বাল্মিকী লৱ-কুশক লগত লৈ উপস্থিত হয়। লৱ-কুশে ৰ'মায়ণ গানেৰে ৰামক মোহিত কৰে। বাল্মিকীৰ পৰা লৱ-কুশক নিজৰ পুত্ৰ বুলি জানিব

পাৰি ৰামে তেওঁলোকক গ্ৰহণ কৰে আৰু সীতাকো পুনৰায় গ্ৰহণ কৰিবলৈ স্থিৰ কৰে। আশ্ৰমৰ পৰা সীতাক অনোৱা হয়। কিন্তু প্ৰজাৰঞ্জনৰ অৰ্থে সীতাক আকৌ এবাৰ পৰীক্ষা কৰাৰ প্ৰশ্ন উঠাত সীতাই অপমানেৰে জৰ্জ্জৰিত হৈ জন্মদাত্ৰী বসুমতীক আহ্বান কৰা মাত্ৰকে ভীষণ শব্দ কৰি পৃথিবী দুফাল হয় আৰু সেই ফাঁটৰে ওলোৱা সুবৰ্ণ সিংহাসনত উঠি সীতাই পাতাল প্ৰৱেশ কৰে।

সুগ্ৰীৱ :— কিষ্কিন্ধ্যাৰ ৰজা। (প্ৰথম ছোৱা জীৱনৰ বাবে বালি দ্ৰষ্টব্য)। বালিৰ মৃত্যুৰ পাচত ৰামে তেওঁক কিষ্কিন্ধ্যাৰ সিংহাসনত বহুৱায়। ৰাজ্যাভিষেকৰ সময়ত ৰামে তেওঁক মণিময় কাঞ্চনহাৰ সমন্বিতে বহুতো উপহাৰ দিয়ে। সুগ্ৰীৱে নিজৰ পত্নী ৰুমাক উদ্ধাৰ কৰাৰ উপৰিও বালিৰ পত্নী তাৰাকো নিজৰ পত্নী কৰি লয়। ইয়াৰ পাচত সুগ্ৰীৱে তেওঁৰ বান্দৰ সেনাৰ হতুৱাই দিশে দিশে সীতাৰ অন্বেষণ কৰায়। হনুমানে সীতা লঙ্কাত থকা খবৰ আনিলত সুগ্ৰীৱে অলেখ বান্দৰ সেনা সংগঠিত কৰি সাগৰত সেতু বান্ধে আৰু ৰাম-লক্ষ্মণ সহিতে লঙ্কাত উপস্থিত হয়। ৰাম-ৰাৱণৰ যুদ্ধত তেওঁ যথেষ্ট বীৰত্ব প্ৰকাশ কৰে। কুম্ভ, বিৰূপাক্ষ, মহোদৰ প্ৰভৃতি বলশালী ৰাক্ষসসকল তেওঁৰ হাতত নিহত হয়। সীতাৰ উদ্ধাৰৰ পাচত ৰামৰ ৰাজ্যাভিষেকৰ সময়ত তেওঁ অযোধ্যাত উপস্থিত আছিল। ৰামে সৰযূত প্ৰাণ বিসৰ্জ্জন দিয়াৰ পাচত বালিৰ পুত্ৰ অঙ্গদক কিষ্কিন্ধ্যাৰ ৰাজ সিংহাসনত বহুৱাই তেওঁ দেহত্যাগ কৰে আৰু সূৰ্য্যলোক প্ৰাপ্ত হয়।

সুদৰ্শন চক্ৰ :— বিষ্ণুৰ হাতৰ প্ৰধান অস্ত্ৰ। মহাদেৱৰ আদেশত বিশ্বকৰ্ম্মাই সকলো দেৱতাৰ পৰা তেজ আৰু শক্তি লৈ চক্ৰৰ আকাৰত এপাত অস্ত্ৰ নিৰ্ম্মাণ কৰে। এই চক্ৰৰ নাম সুদৰ্শন চক্ৰ। পাচত দৈত্য-দানৱ আদিৰে বিনাশৰ বাবে

মহাদেৱে এই চক্ৰ বিষ্ণুক দান কৰে। সুদৰ্শন বিষ্ণুৰ প্ৰধান অস্ত্ৰৰূপে পৰিগণিত হয়।

সুদামা :— মথুৰাৰ এগৰাকী মালী। কংসৰ ধনুৰ্যজ্ঞলৈ অহাৰ সময়ত কৃষ্ণ আৰু বলোৰামে তেওঁৰ গৃহত আলহি আছিল। সুদামাই তেওঁলোকক বিবিধ মালা আৰু অঙ্গ-সজ্জাৰে বিভূষিত কৰি কংসৰ যজ্ঞলৈ পঠিয়ায়। কৃষ্ণ আৰু বলোৰামে তেওঁক বৰ দিব খুজিলত তেওঁ ভগবানৰ প্ৰতি সততে অচলা ভক্তি থকাৰ বৰ লয়।

[২] এজন দুখীয়া ব্ৰাহ্মণ। তেওঁৰ অন্য নাম দামোদৰ বিপ্ৰ। তেওঁ কৃষ্ণ-বলোৰামৰ সহপাঠী বন্ধু আৰু সান্দিপনি মুনিৰ ছাত্ৰ আছিল। কালক্ৰমত কৃষ্ণ মহা ঐশ্বৰ্য্যশালী আৰু যশস্বী হ'ল, কিন্তু তেওঁ দৰিদ্ৰ হৈয়েই ৰ'ল। অৱশেষত ব্ৰাহ্মণীৰ পৰামৰ্শমতে ব্ৰাহ্মণে নিজৰ দুঃখ দুৰ্দ্দশাৰ কথা কৃষ্ণক জনাবলৈ দ্বাৰকালৈ যায়। ভিক্ষাত পোৱা চাৰি মুঠি চিৰাকে তেওঁ বাল্যবন্ধু কৃষ্ণক উপহাৰ স্বৰূপে দিয়ে। কৃষ্ণই পৰম তৃপ্তিৰে টকালি টকালি বন্ধুৰ চিৰা কেইমুঠি খায়। দিনটো বন্ধুৰ লগত কটায়ো ব্ৰাহ্মণে লাজতে নিজৰ দুঃখ-দুৰ্দ্দশাৰ কথা কৃষ্ণক জনাব নোৱাৰিলে। কিন্তু ঘৰলৈ আহি দেখিলে যে কৃষ্ণৰ কৃপাত তেওঁৰ কুটীৰ অট্টালিকাত পৰিণত হৈছে আৰু ধন-সোণেৰে পৰিপূৰ্ণ হৈছে।

সুদামা বাৰ-গোপালৰ অন্যতম।

সুধৰ্ম্মা সভা :— ইন্দ্ৰ আৰু দেৱতাসকলৰ মণি-ৰত্ন শোভিত সভা গৃহ। কৃষ্ণৰ আদেশত ইন্দ্ৰই যাদৱসকলৰ সভা ঘৰৰ বাবে এই ঘৰ উগ্ৰসেনক দান কৰে। দ্বাৰকাত এই ঘৰ স্থাপন কৰা হয়। কৃষ্ণৰ দেহত্যাগৰ পাচত ঘৰটো পুনৰ ইন্দ্ৰালয়লৈ ওভোতাই অনা হয়।

সুনন্দ :— বিষ্ণুৰ অন্যতম পাৰিষদ।

**সুভদ্ৰ :**— এজন শক্তিশালী যাদৱ।

**সুভদ্ৰা :**— শ্ৰীকৃষ্ণৰ বৈমাত্ৰেয় ভগিনী। বসুদেৱৰ ঔৰসত আৰু তেওঁৰ প্ৰথমা পত্নী ৰোহিনীৰ গৰ্ভত তেওঁৰ জন্ম হয়। বলোৰামৰ তেওঁ আপোন ভগিনী। সুভদ্ৰাৰ ৰূপত অৰ্জুন অতিশয় মোহিত হয়। শ্ৰীকৃষ্ণও তেওঁৰ প্ৰিয়তম সখা অৰ্জুনলৈ সুভদ্ৰাক বিয়া দিয়াৰ পক্ষপাতী আছিল। কিন্তু বলোৰাম ইয়াৰ বিপক্ষে থিয় দিলত কৃষ্ণৰ পৰামৰ্শ ক্ৰমেই অৰ্জুনে সুভদ্ৰাক হৰণ কৰি নি বিয়া কৰায়. তেওঁৰ গৰ্ভতে অৰ্জুনৰ বীৰপুত্ৰ অভিমন্যু ওপজে। পাণ্ডৱৰ বনবাসৰ সময়ত সুভদ্ৰা পিতৃগৃহত আছিল। কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত তেওঁ দ্ৰৌপদীৰে সৈতে যুদ্ধৰ শিবিৰত থাকি পতি-পুত্ৰৰ পৰিচৰ্য্যা কৰিছিল। অভিমন্যুৰ মৃত্যুৰ সময়ত তেওঁ শোকত ম্ৰিয়মাণ হলেও গৰ্ভৱতী বোৱাৰী উত্তৰাৰ মুখলৈ চাই সান্ত্বনা লভিছিল। পাণ্ডৱসকল মহাপ্ৰস্থানলৈ যোৱাৰ সময়তো তেওঁ নাতি ল'ৰা পৰীক্ষিতৰ অভিভাৱক হৈ হস্তিনা-পুৰতে আছিল।

**সুমিত্ৰ :**— এজন শক্তিশালী যাদৱ।

**সুৰথ :**— [১] এজন শক্তিশালী যাদৱ।

[২] এজন চন্দ্ৰবংশীয় ৰজা। ব্ৰহ্মাৰ পুত্ৰ অত্ৰি, অত্ৰিৰ পুত্ৰ চন্দ্ৰ, চন্দ্ৰৰ পুত্ৰ বুধ, বুধৰ পুত্ৰ চৈত্ৰ, চৈত্ৰৰ পুত্ৰ সুৰথ। তেওঁ স্বৰোচীষ মনুৰ অধিকাৰ কালত জন্ম লৈ সসাগৰা পৃথিবীৰ ৰজা হয়। কিন্তু কালক্ৰমত শত্ৰুৰ দ্বাৰা ৰাজ্যভ্ৰষ্ট হৈ তেওঁ বনলৈ যায়। বনত সমাধি নামৰ এক বৈশ্যৰ লগত তেওঁৰ সাক্ষাৎ হয়। সমাধিও পুত্ৰ আৰু আত্মীয় সকলৰ দ্বাৰা বিতাড়িত হৈ বনলৈ আহিছিল। উভয়ে শান্তিৰ অন্বেষণত মেধস মুনিৰ আশ্ৰম পালেহি। মুনিয়ে তেওঁলোকক জগতৰ সকলো বস্তুৰে অসাৰতাৰ সম্পৰ্কে ব্যাখ্যা

কৰি আৰু আদ্যাশক্তিৰ মহিমা কীৰ্ত্তন কৰি শুনায়। তেওঁ তেওঁলোকক দুৰ্গতিনাশিনী দুৰ্গাদেৱীৰ আৰাধনা কৰিবলৈ পৰামৰ্শ দিয়ে। সেইমতে দেৱীৰ পূজা কৰি দুয়োজনে নিজ নিজ প্ৰাৰ্থিত বৰ লাভ কৰে। পৃথিৱীত ৰজা সুৰথে প্ৰথমতে দুৰ্গাপূজা কৰে। সেইয়া আছিল চ'ত মাহত হোৱা বাসন্তী পূজা।

সুৰভি :— (১) সমুদ্ৰমন্থনৰ সময়ত ওলোৱা মহাশক্তিশালিনী কাম-ধেনু।

(২) অন্যমতে প্ৰজাসৃষ্টিৰ পাচত প্ৰজাপতি দক্ষই অমৃত খাই এটা অতি তৃপ্তিসূচক উগাৰ মাৰে আৰু তাৰে পৰাই সুৰভিৰ জন্ম হয়। সেয়ে তেওঁ দক্ষ কন্যা। তেওঁ কশ্যপৰ পত্নী আৰু গো-জাতীয় চতুষ্পদ জন্তুবোৰৰ জননী। তেওঁ সদায় বৰুণালয়ত বাস কৰিছিল। তেওঁৰ স্তনযুগলৰ পৰা ওলোৱা ক্ষীৰৰ ধাৰাৰ পৰাই ক্ষীৰ সাগৰৰ উৎপত্তি হয় বুলি কোৱা হয়।

সূত :— ★ ৫

সূৰ্য্য :— আৰ্য্যসকলৰ প্ৰধান উপাস্য দেৱতা। আৰ্য্যসকলৰ বিভিন্ন শাখাৰ দ্বাৰা তেওঁ পূজিত হৈছে। সূৰ্য্য, সবিতা, আদিত্য, বিবস্বান আৰু বিষ্ণু—এই পাঁচোটা নামত তেওঁৰ স্তুতি পোৱা যায়। ঋগ বেদৰ দহটা সূক্তত তেওঁৰ স্তুতি আছে। তেওঁ সৰ্ব্বদৰ্শী আৰু সকলোৰে সৎ আৰু অসৎ কৰ্ম্মৰ সাক্ষী। সাতটা ঘোঁৰাই টনা ৰথ এখনত উঠি তেওঁ বিশ্ব-পৰ্য্যটন কৰে। গৰুড়ৰ ভায়েক অৰুণ তেওঁৰ ৰথৰ সাৰথি। স্থাৱৰ, জঙ্গম সকলো পদাৰ্থৰে তেওঁ প্ৰাণ স্বৰূপ। তেওঁ সময়ৰো সৃষ্টি-কৰ্ত্তা। দিন-ৰাতি, বছৰ-মাহ আদি সময়ৰ বিভাগ সমূহ তেৱেঁই নিৰূপণ কৰিছে। ঋগবেদ আৰু আৰণ্যকত সাতটা সূৰ্য্য থকা কথাৰ উল্লেখ আছে। ৰামায়ণ আৰু মহাভাৰত মতে

সূৰ্য্য কশ্যপ আৰু অদিতিৰ পুত্ৰ। সেয়ে তেওঁৰ নাম আদিত্য। বিশ্বকৰ্ম্মাৰ কন্যা সংজ্ঞা তেওঁৰ পত্নী। সংজ্ঞাৰ কালৰ পৰা বৈবস্বত মনু আৰু যম নামে তেওঁৰ দুটি পুত্ৰ আৰু যমুনা নামে এক কন্যাৰ জন্ম হয়। সূৰ্য্যৰ প্ৰখৰ তেজ সহিব নোৱাৰি সংজ্ঞাই নিজৰ দৰে ৰূপৱতী আৰু অৱিকল একে নাৰী এগৰাকী সৃষ্টি কৰি স্বামীৰ ওচৰলৈ পঠিয়াই দিয়ে আৰু নিজে ঘোঁৰা এজনীৰ ৰূপ লৈ উত্তৰকুৰুত বিচৰণ কৰিবলৈ ধৰে। এই নাৰী গৰাকীৰ নাম ছায়া। ছায়াৰ গৰ্ভত সূৰ্য্যৰ সাবৰ্ণি মনু আৰু শনি নামৰ দুই পুত্ৰ আৰু তপতী নামৰ কন্যাৰ জন্ম হয়। পাচত সংজ্ঞাৰ চালাকি বুজিব পাৰি সূৰ্য্যই ঘোঁৰাৰ ৰূপ লৈ ঘূৰী ৰূপিনী সংজ্ঞাৰ লগত মিলিত হয়। এই মিলনৰ ফলত অশ্বিনী কুমাৰ দুজনৰ জন্ম হয়: বিশ্বকৰ্ম্মাই সংজ্ঞাৰ অসুবিধাৰ কথা বুজিব পাৰি সূৰ্য্যৰ সমুদায় তেজৰ এক অষ্টমাংশ কাটি পেলায়। এই কটা অংশটো জ্বলন্ত অৱস্থাত পৃথিবীত পৰিলত বিশ্বকৰ্ম্মাই তাৰ পৰা বিষ্ণুৰ চক্ৰ, শিৱৰ ত্ৰিশূল, কুবেৰৰ অস্ত্ৰ, কাৰ্ত্তিকৰ তৰোৱাল আৰু অন্যান্য দেৱতাৰ অস্ত্ৰ-শস্ত্ৰ সমূহ প্ৰস্তুত কৰে। মহাভাৰত মতে সূৰ্য্যৰ ঔৰসত আৰু কুন্তীৰ গৰ্ভত কৰ্ণৰ জন্ম হয়। বান্দৰ কন্যা ঋক্ষৰাজৰ কেশত (বাল) পৰা সূৰ্য্যৰ বীৰ্য ভাগৰ পৰা বালিৰ আৰু ডিঙিত (গ্ৰীবা) পৰা ভাগটোৰ পৰা সুগ্ৰীবৰ জন্ম হয়। সূৰ্য্যৰ পুত্ৰ বৈৱস্বত মনু, বৈৱস্বতৰ পুত্ৰ ইক্ষাকু। সূৰ্য্যৰ নাতিয়েক বাবে ইক্ষাকুৰ পৰা সূৰ্য্যবংশৰ উৎপত্তি হয়।

সৈৰিন্ধ্ৰী :— ৰাজ অন্তঃপুৰৰ মহিলাসকলৰ মূৰ মেলোৱা, কাপোৰ পিন্ধোৱা আদি কাৰ্য্যত নিযুক্তা দাসী বা পৰিচাৰিকাক সৈৰিন্ধ্ৰী বোলা হয়। পঞ্চ-পাণ্ডৱৰ অজ্ঞাতবাসৰ সময়ত দ্ৰৌপদীয়ে সৈৰিন্ধ্ৰীৰ বেশেৰে বিৰাট ৰজাৰ অন্তঃপুৰত ৰাণী

সুদেষ্ণাৰ পৰিচাৰিকা ৰূপে কটাইছিল। মথুৰাৰ কংস ৰজাৰ পৰিচাৰিকা কুব্জাক মহাপুৰুষ শঙ্কৰদেৱে কীৰ্ত্তনঘোষাত সৈৰিন্ধ্ৰী বুলি বৰ্ণাইছে।

সংগ্ৰামজিৎ :— এজন মহা পৰাক্ৰমী যাদৱ।

হৰ :— মহাদেৱৰ আন এটা নাম। দেৱতাসকলৰ ভিতৰত ব্ৰহ্মা, বিষ্ণু আৰু মহাদেৱৰ স্থান অতি উচ্চ। ব্ৰহ্মাই সৃজন কৰে, বিষ্ণুৱে পালন কৰে আৰু মহাদেৱে সংহাৰ কৰে বুলি কোৱা হয়। মহাদেৱ অতিশয় যোগ-তপস্যা পৰায়ণ। তেওঁ সৰ্ব্ব-শ্ৰেষ্ঠ যোগী। তেওঁৰ মূৰত জঁটা, জঁটাত অৰ্দ্ধচন্দ্ৰ, কপালত তৃতীয় চকু; কঁকালত তেজ লাগি থকা বাঘছাল, গাত উত্তৰীয় ৰূপে কৃষ্ণসাৰ পহুৰ ছাল, ডিঙিত সৰ্পৰ উপবীত। তেওঁৰ প্ৰধান অস্ত্ৰ ত্ৰিশূল আৰু পিনাকধেনু। পাশুপত তেওঁৰ আন এপাত বিশ্ববিধ্বংসী অস্ত্ৰ। ইয়াক তেওঁ অৰ্জ্জুনক দান কৰিছিল। নন্দী (ষাড়) তেওঁৰ বাহন। তেওঁৰ আন এটা নাম ৰুদ্ৰ (ভয়ঙ্কৰ) বা মহাকাল ; কাৰণ তেওঁ সৰ্ব্বসংহাৰক। কিন্তু সংহাৰতে আকৌ অভ্যুদয়ো হয়। সেয়ে তেওঁ শিৱ (মঙ্গলময়) আৰু শঙ্কৰৰূপে জননশক্তিও। সৃষ্টিৰ ৰক্ষকৰূপে তেওঁৰ প্ৰতীক হ'ল লিঙ্গ। এই প্ৰতীকৰ লগতে যোনি অৰ্থাৎ স্ত্ৰীশক্তি সংযোজিত হৈ তেওঁ সৰ্ব্বত্ৰ পূজিত হয়। সিদ্ধ, চাৰণ, কিন্নৰ, যক্ষ, ৰাক্ষস, অপ্সৰা, গন্ধৰ্ব্ব আৰু প্ৰমথসকল তেওঁৰ অনুচৰ। কৈলাস তেওঁৰ বাসস্থান ; সতী, পাৰ্ব্বতী, আৰু গঙ্গা তেওঁৰ পত্নী। লক্ষ্মী-সৰস্বতী আৰু কাৰ্ত্তিক-গনেশ তেওঁৰ দুহিতা আৰু পুত্ৰ। ৰুদ্ৰমূৰ্ত্তিৰে তেওঁ বিশ্বসংসাৰ হৰণ কৰে বাবে তেওঁৰ নাম "হৰ"। তেওঁৰ বিৰূপ নেত্ৰ বাবে তেওঁৰ নাম বিৰূপাক্ষ, তেওঁৰ তিনিটা চকু বাবে তেওঁৰ নাম ত্ৰিনয়ন, মৃত্যুঞ্জয়ী বাবে তেওঁৰ নাম মৃত্যুঞ্জয়, পিনাক তেওঁৰ অন্যতম অস্ত্ৰ বাবে তেওঁৰ নাম পিনাকপাণি,

মূৰত জঁটা থাকে তেওঁৰ নাম কপৰ্দী ; সাগৰ মথনোদ্ভূত সমুদায় বিষ পান কৰা বাবে তেওঁৰ নাম নীলকণ্ঠ, ত্ৰিপুৰ নামে অসুৰক সংহাৰ কৰা বাবে তেওঁৰ নাম ত্ৰিপুৰাৰী, অতি অলপতে সন্তুষ্ট হৈ সেৱকৰ অভিষ্ট সিদ্ধি কৰে বাবে তেওঁৰ নাম আশুতোষ, ভূতগণৰ অধিপতি বাবে তেওঁৰ নাম ভূত-নাথ, ডম্বৰু তেওঁৰ প্ৰিয় বাদ্য আৰু হাতত সৰ্ব্বকালতে ডম্বৰু থাকে বাবে তেওঁৰ নাম ডম্বৰুধৰ। পাৰ্ব্বতীৰ লগত বিয়াৰ সময়ত মদনে তেওঁৰ তপস্যা ভংগ কৰিবলৈ চেষ্টা কৰে। তেতিয়া তেওঁৰ চকুৰ জুইত মদন ভস্ম হৈ যায়। সেয়ে তেওঁৰ নাম ভস্মলোচন। তেওঁ ধূম্ৰৰূপী বাবে তেওঁৰ নাম ধূৰ্জ্জটি, পশুসকলৰ অধিপতি বাবে পশুপতি। বিশ্বকৰ্ম্মাই তেওঁৰ দয়াতে অস্ত্ৰ লাভ কৰে, পৰশুৰামে তেওঁৰ ওচৰত অস্ত্ৰশিক্ষা আৰু অস্ত্ৰ লাভ কৰি অজেয় হয়। ব্ৰহ্মাই তেওঁক এবাৰ অপমানসূচক কথা কোৱাত তেওঁ ব্ৰহ্মাৰ এটা মূৰ ভস্ম কৰে। তেতিয়াৰে পৰা ব্ৰহ্মা চতুৰ্মুখ হয়। অৰ্জ্জুনৰ তপস্যাত তুষ্ট হৈ তেওঁ কিৰাটবেশে অৰ্জ্জুনৰ লগত কৃত্ৰিম যুদ্ধ কৰি তেওঁক পাশুপত প্ৰদান কৰে। দক্ষযজ্ঞৰ সময়ত নিজৰ জঁটাৰ পৰা বীৰভদ্ৰ নামৰ অসুৰৰ সৃষ্টি কৰি যজ্ঞ ভঙ্গ কৰে আৰু দক্ষক নিধন কৰে। তেওঁ অজেয়—কোনো দেৱতাই তেওঁক জয় কৰিব পৰা নাছিল। মাত্ৰ শোণিত-পুৰৰ শিৱভক্ত দৈত্যপতি বানৰ সপক্ষে যুদ্ধ কৰি যদুপতি কৃষ্ণৰ হাতত তেওঁ পৰাস্ত হয়।

হৰি :— ভগৱান বিষ্ণুৰ আন এটা নাম। তেওঁ জীৱৰ শোক দুঃখ হৰণ কৰে বাবে তেওঁৰ নাম হৰি।

(১) ভাগৱতমতে ক্ষীৰ সাগৰৰ মাজত ত্ৰিকূট নামে এখন অতি বিত্তোপন পৰ্ব্বত আছিল। তাৰ তিনিটা প্ৰধান শৃঙ্গৰ ভিতৰত এটা সোণৰ, এটা ৰূপৰ আৰু আনটো লোৰ। নানা

ধৰণৰ ধাতু, ধন, বস্ত্ৰ, ফল, ফুলেৰে সেই পৰ্ব্বত উত্তৈনদী। তাতে গজৰাজ গজেন্দ্ৰই পুত্ৰ পৰিবাৰ সহ মহা সুখেৰে বাস কৰি আছিল। এদিন ঘুৰি ঘুৰি ৰৰকৈ পিয়াহ লাগিলত গজেন্দ্ৰ পৰ্ব্বতত্তে থকা এটা সৰোবৰৰ পাৰত উপস্থিত হ'ল। সৰোবৰৰ পানী খাই পুত্ৰ ভাৰ্য্যা সমন্বিতে মহা আনন্দেৰে গজেন্দ্ৰই তাত জলক্ৰীড়া কৰি থাকোতে সেই সৰোবৰতে থকা গ্ৰাহে মহা কোপেৰে গজেন্দ্ৰৰ ভৰিত ধৰিলেহি আৰু তেওঁক পানীৰ তললৈ টানি লৈ গ'ল। পানীত গ্ৰাহ আৰু গজেন্দ্ৰৰ ভীষণ যুদ্ধ হ'ল। এই যুদ্ধ এহেজাৰ বছৰ চলিল। শেষত গ্ৰাহক পৰাভূত কৰিব নোৱাৰি গজেন্দ্ৰই "ত্ৰাহি হৰি', বুলি ভগৱান বিষ্ণুক আৰাধনা কৰিবলৈ ধৰিলে। সন্তুষ্ট হৈ বিষ্ণুৱে ভক্ত গজেন্দ্ৰক ত্ৰাণ কৰিবলৈ গৰুড়ত উঠি সৰোবৰৰ আকাশত বিচৰণ কৰিবলৈ ধৰিলে। তাকে দেখি গজেন্দ্ৰই শুৰেৰে পদুমফুল এটা ওপৰলৈ তুলি ধৰি ভগৱানক প্ৰণতি জনালে। ভগৱান শ্ৰীহৰিয়ে জাপ মাৰি গৰুড়ৰ পৰা নামি গ্ৰাহ সমন্বিতে গজেন্দ্ৰক সৰোবৰৰ পাৰলৈ তুলি আনিলে। পাচত চক্ৰেৰে গ্ৰাহৰ কোৱাৰি বিদাৰি তেওঁ গজেন্দ্ৰক উদ্ধাৰ কৰে। গজেন্দ্ৰ হাতী গুচি চতুৰ্ভুজ ৰূপ লৈ বিষ্ণুৰ পাৰিষদ ৰূপে বৈকুণ্ঠলৈ যায়। গ্ৰাহশৰীৰ মুক্ত হৈ গন্ধৰ্ব্ব হুহুৱেও শ্ৰীহৰিৰ স্তুতি আৰম্ভ কৰে আৰু হৰিৰ প্ৰসাদ লাভ কৰি দিব্য বিমানত উঠি গন্ধৰ্ব্বলোকলৈ গুচি যায়।

(২) দেৱাসুৰে মিলি অমৃতৰ বাবে ক্ষীৰ সাগৰ মন্থন কৰাৰ সময়ত মন্দৰপৰ্ব্বতক মথন দণ্ড আৰু বাসুকীক মথন ৰজ্জু কৰা হৈছিল। পিচে দেৱাসুৰে মিলি হেচোঁ হেচোঁ কৈ মন্দৰ গিৰি উভালি ললে হয়, কিন্তু সাঙী কৰি মন্দৰক ক্ষীৰসাগৰৰ পাৰলৈ আনিবৰ বেলিকাই ভালুকৰ সাঙী হ'ল। এৰিবও নোৱাৰি, ধৰিবও নোৱাৰি। মন্দৰ পৰ্ব্বত ইমান

গধুৰ যে সমূহ দেৱতা আৰু অসুৰ একত্রিত হৈ তাক কঢ়িয়াই আনিব নোৱাৰি হাৰাশাস্তি হ'ল। তেতিয়া সহায়ৰ বাবে দেবাসুৰে মিলি শ্ৰীহৰিক প্ৰাৰ্থনা জনোৱাত হৰি গৰুড়ৰ সৈতে তাত উপস্থিত হ'ল। তেওঁ বাওঁ হাতেৰে মন্দৰ পৰ্ব্বতখন তুলি লৈ আলফুলকৈ গৰুড়ৰ কান্ধত থলে আৰু বিনতা নন্দন গৰুড়ে অপ্ৰয়াসে মন্দৰক আনি ক্ষীৰ-সাগৰৰ তীৰত থাপিলেহি।

(৩) আকৌ সাগৰ মন্থনৰ পাচত ভগবান বিষ্ণুয়ে মোহিনীৰ বেশেৰে দেবাসুৰৰ মাজত অমৃত বিতৰন কৰোতে মোহাচ্ছন্ন হৈ যদিও দৈত্যসকলে মোহিনীৰ কামত বাধা দিব পৰা নাছিল, তথাপি অমৃত বিতৰন কৰি মোহিনী অন্তৰ্দ্ধান হোৱাৰ পাচত দৈত্যসকলে নিজৰ লোকচানৰ কথা বুজিব পাৰি দেৱতাসকলৰ লগত প্ৰচণ্ড যুদ্ধ আৰম্ভ কৰিছিল। এই যুদ্ধতো ভগবান শ্ৰীহৰিয়ে দেৱতাৰ পক্ষ লৈ দৈত্যাৰ বিৰুদ্ধে যুঁজিছিল আৰু শেষত দেৱতাসকল জয়ী হৈছিল। ইয়াৰ পাচতে ইন্দ্ৰ আৰু বলিৰ যুদ্ধত বলি নিহত হৈছিল।

**হলধৰ :** - বলৰামৰ আন এটা নাম। হল বা হাল যেয়ে ধাৰণ কৰে তেওঁয়েই হলধৰ। বলৰামৰ প্ৰধান অস্ত্ৰ হ'ল নাঙল বা হাল।

**হলায়ুধ :**— বলৰামৰ আন এটা নাম। হল শব্দৰ অৰ্থ নাঙল আৰু আয়ুধ শব্দৰ অৰ্থ অস্ত্ৰ। নাঙল যাৰ হাতৰ অস্ত্ৰ তেওঁ হলায়ুধ।

**হলীৰাম :**— ভগৱান বিষ্ণুৰ অৱতাৰ বিশেষ। তেওঁ বলভদ্ৰ বলদেৱ বা বলৰাম নামৰেও প্ৰসিদ্ধ। তেওঁ বসুদেৱ আৰু ৰোহিণীৰ পুত্ৰ আৰু শ্ৰীকৃষ্ণৰ জ্যেষ্ঠ ভ্ৰাতা। তেওঁৰ অস্ত্ৰ হ'ল — হল (হাল) বা নাঙল। সেইবাবে তেওঁ হলধৰ।

হলায়ুধ বা হলীৰাম নামেও খ্যাত হয়। জন্মৰ পাচতে কংসৰ পৰা ৰক্ষা পাবলৈ তেওঁক গোকুললৈ লৈ যোৱা হয়। নন্দৰ দ্বাৰা কৃষ্ণৰে সৈতে একেলগে তেওঁ পৰিপালিত হয় আৰু সান্দীপনি মুনিৰ ওচৰত উভয়ে বেদবিদ্যা, কলাবিদ্যা, ধনুৰ্ব্বেদ, নীতিশাস্ত্ৰ, ধৰ্ম্মশাস্ত্ৰ ইত্যাদিৰ শিক্ষা লাভ কৰে। শ্ৰীকৃষ্ণৰ তেওঁ লীলা-সহচৰ আৰু সকলো কাৰ্য্যৰে সহায়ক। দুয়ো একেলগে গৰু চৰায় আৰু খেল ধেমালি কৰে। বাল্য-কালতে তেওঁ গাধৰূপী ৰাক্ষস ধেনুকাসুৰক বধ কৰে। কৃষ্ণই কংসৰ যজ্ঞলৈ আহুত হৈ মথুৰালৈ যাওঁতে তেওঁ কৃষ্ণৰ সঙ্গী হয় আৰু কংস বধত সহায় কৰে। এবাৰ স্নান কৰিবলৈ গৈ তেওঁ যমুনাক জলক্ৰীড়াৰ বাবে আহ্বান জনায়। যমুনা অমান্তি হলত তেওঁ নাঙলেৰে তেওঁক নিগৃহীত কৰে। যমুনাই শৰীৰ ধাৰণ কৰি তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰাত বলৰামে তেওঁক মুক্তি দিয়ে। দুৰ্য্যোধনৰ কন্যা লক্ষ্মণাৰ স্বয়ম্বৰৰ সময়ত কৃষ্ণ পুত্ৰ শাম্ব কৌৰৱৰ হাতত বন্দী হয়। তেতিয়া হলীৰামে শাম্বৰ মুক্তিৰ বাবে কৌৰৱক অনুৰোধ কৰে। কিন্তু দুৰ্য্যোধন কোনোমতে ৰাজী নোহোৱাত ক্ৰুদ্ধ হৈ তেওঁ গোটেইখন কৌৰৱ-পুৰী গঙ্গাত পেলাই দিবলৈ উদ্যত হয়। হস্তিনাপুৰত প্ৰলয়ৰ সূচনা হোৱাত দুৰ্য্যোধনে পাচত লক্ষ্মণাৰে সৈতে শাম্বক তেওঁৰ হাতত অৰ্পণ কৰে আৰু নিজে গদাযুদ্ধ শিকিবৰ বাবে হলীৰামৰ শিষ্যত্ব গ্ৰহণ কৰে। কংসৰ মৃত্যুৰ পাচত শহুৰেক জৰাসন্ধই মথুৰা অৱৰোধ কৰাত কৃষ্ণ আৰু বলোৰাম দুয়ো একত্ৰে জৰাসন্ধক যুদ্ধত পৰাস্ত কৰে। কুৰুপাণ্ডৱৰ যুদ্ধত উভয় পক্ষৰ প্ৰতি সমান স্নেহ বশতঃ তেওঁ নিৰপেক্ষতা অৱলম্বন কৰি তীৰ্থভ্ৰমণলৈ গুচি যায়। ভীম আৰু দুৰ্য্যোধন উভয়কে তেওঁ গদাযুদ্ধ শিকাইছিল। কুৰুক্ষেত্ৰৰ যুদ্ধত ভীম নিয়মবিৰুদ্ধভাৱে দুৰ্য্যোধনৰ উৰুভঙ্গ কৰিলত তেওঁ অতি ক্ৰুদ্ধ হৈ নিজেই পাণ্ডৱৰ লগত ৰণ কৰিবলৈ উদ্যত হয়।

পিচত কৃষ্ণইহে তেওঁক বুজাই বঢ়াই শান্ত কৰে। যদুবংশৰ ধ্বংসৰ প্ৰাক্‌কালত কৃষ্ণৰ মৃত্যুৰ ঠিক আগে আগে দ্বাৰকাত বটবৃক্ষ এজোপাৰ তলত তেওঁ যোগসমাহিত হয়। সেই সময়ত তেওঁৰ মুখৰ পৰা বগা বৰণীয়া সহস্ৰমুখী বিৰাট সাপ এটা ওলাই সাগৰলৈ গুচি যায়। তাৰ পাচতে তেওঁৰ মৃত্যু হয়। তেওঁ দ্বিবিদ, প্ৰলম্ব, মুষ্টিক, কম্ব, দন্তচক্ৰ আদিক নিহত কৰে।

হয়গ্ৰীৱ :— এজন দৈত্য বিশেষ আৰু হয় শিৰোধৰ অৰ্থাৎ ঘোৰাৰ মূৰেৰে বিষ্ণুৰ অৱতাৰ বিশেষ। দুয়োৰে সম্পৰ্ক আছে। দেৱীভাগৱত মতে হয়গ্ৰীৱ দিতিৰ পুত্ৰ। মহামায়াৰ আদেশত সৰস্বতী নদীৰ পাৰত তেওঁ কঠোৰ তপস্যা কৰে। এহেজাৰ বছৰ তপস্যা কৰাৰ পাচত সন্তুষ্ট হৈ মহামায়াই অসুৰক বৰ প্ৰাৰ্থনা কৰিবলৈ কোৱাত হয়গ্ৰীৱে অবধ্য হোৱাত বৰ প্ৰাৰ্থনা কৰে। দেৱীয়ে তেতিয়া কয় যে এই বৰ দিয়া অসম্ভৱ ; কাৰণ জন্ম হলে মৃত্যু থাকিবই লাগিব। দেৱীয়ে হয়গ্ৰীৱক আন বৰ প্ৰাৰ্থনা কৰিবলৈ কয়। হয়গ্ৰীৱে তেতিয়া বৰ প্ৰাৰ্থনা কৰে যে হয়গ্ৰীৱৰ বাহিৰে অন্য প্ৰাণীয়ে যেন তেওঁক বধ কৰিব নোৱাৰে। দেৱীয়ে "তথাস্তু" বুলি সেই বৰকে দিয়ে। বৰত বলীয়ান হৈ অসুৰে দেৱতা আৰু ঋষিসকলৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰে। তেওঁক কোনো পধ্যে নিৰস্ত কৰিব নোৱাৰি দেৱতা আৰু ঋষিসকল বিষ্ণুৰ শৰণাপন্ন হয়। বিষ্ণুৱে তেতিয়া হয়গ্ৰীৱ (মূৰটো ঘোৰাৰ) মূৰ্ত্তি ধাৰণ কৰি হয়গ্ৰীৱক নিহত কৰে।

(২) মহাভাৰত মতে কল্পান্তকাল পৃথিৱী জলমগ্না আছিল। সেই সময়ত ভগৱান বিষ্ণুৱে যোগনিদ্ৰাত পানীৰ ওপৰতে শুই আছিল। "এক মই বহুতো হম"—এনে ধৰণৰ চিন্তা কৰোঁতে কৰোঁতে বিষ্ণুৰ নাভিৰ পৰা ব্ৰহ্মাৰ উদ্ভৱ হয় (তথু নাভিকমলত ব্ৰহ্মা ভৈলা জাত) আৰু তেওঁ সহস্ৰদল পদ্মৰ ওপৰত উপবিষ্ট থাকে। পদ্মৰ মাজৰ দুটা জলবিন্দুৰ পৰা

মধু আৰু কৈটভ নামৰ দুটা দৈত্যৰ উদ্ভৱ হয়। এই দৈত্য-দুজনে সনাতন বেদসমূহ বলেৰে কাঢ়ি লৈ পাতাল প্ৰৱেশ কৰে। তেতিয়া বেদ উদ্ধাৰৰ বাবে ব্ৰহ্মাই বিষ্ণুৰ স্তুতি কৰে। ব্ৰহ্মাৰ স্তুতিত বিষ্ণুৱে যোগনিদ্ৰা পৰিহাৰ কৰি হয়গ্ৰীৱৰ শিৰোধৰ মূৰ্ত্তি গ্ৰহণ কৰে আৰু পাতাললৈ গৈ মধু-কৈটভৰ পৰা বেদসমূহ উদ্ধাৰ কৰি ব্ৰহ্মাক ঘূৰাই দিয়ে। অসমৰ কামৰূপ জিলাৰ হাজোত হয়গ্ৰীৱ মাধৱৰ মন্দিৰ আছে।

হিৰণ্যকশিপু :— দৈত্যসকলৰ একচ্ছত্ৰী সম্ৰাট। মহৰ্ষি কশ্যপৰ ঔৰসত আৰু দিতিৰ গৰ্ভত তেওঁৰ জন্ম হয়। তেওঁৰ ভায়েক হিৰণ্যাক্ষক বৰাহৰূপী বিষ্ণুৱে নিহত কৰাত তেওঁ অতিশয় ক্ৰুদ্ধ হৈ বিষ্ণুক বধ কৰিবলৈ মনস্থ কৰে। সেয়ে তেওঁ নিজকে অজেয়, অমৰ, প্ৰতিপক্ষহীন আৰু অদ্বিতীয় ৰজা কৰিবলৈ ব্ৰহ্মাৰ তপস্যা কৰে। সন্তুষ্ট হৈ ব্ৰহ্মাই বৰ দিব খুজিলত তেওঁ কোনো জীৱ-জন্তুৰ হাতত, অস্ত্ৰ-শস্ত্ৰৰ আঘাত, দিনত বা ৰাতিত, জলত বা স্থলত অবধ্য হোৱাৰ বৰ লয়। পাচত সেই বৰৰ প্ৰভাৱত তেওঁ যথেষ্ট স্বেচ্ছাচাৰী হৈ ৰাজ্য শাসন কৰিবলৈ ধৰে। তেওঁৰ পুত্ৰৰ নাম প্ৰহ্লাদ আৰু কালনেমি। (ইয়াৰ পাচত জয়-বিজয়, প্ৰহ্লাদ আৰু নৰসিংহ দ্ৰষ্টব্য)।

হিৰণ্যাক্ষ :— মহৰ্ষি কশ্যপ আৰু দিতিৰ পুত্ৰ আৰু হিৰণ্যকশিপুৰ ভায়েক। ব্ৰহ্মাৰ বৰত অতি দুৰ্দ্ধৰ্ষ হৈ তেওঁ চাৰিওফালে অত্যাচাৰ কৰি ফুৰিবলৈ ধৰে। তেওঁ দেৱতাসকলক পৰাজিত কৰে আৰু পৃথিৱীক পাতাললৈ লৈ যায়। বিষ্ণুৱে বৰাহৰূপে অৱতীৰ্ণ হৈ পৃথিৱীক পাতালৰ পৰা উদ্ধাৰ কৰে আৰু হিৰ-ণ্যাক্ষকো বধ কৰে। (জয়-বিজয় আৰু বৰাহ দ্ৰষ্টব্য)।

হৃষীকেশ :— বিষ্ণু বা নাৰায়ণৰ আন এটা নাম। হৃষীক শব্দৰ অৰ্থ ইন্দ্ৰিয় আৰু ঈশ শব্দৰ অৰ্থ প্ৰভু। মানুহৰ মন, বুদ্ধি আদি ইন্দ্ৰিয়সমূহ যেয়ে পৰিচালনা কৰে তেৱেঁই হৃষীকেশ।

=★=